# বিভিন্ন ফুলৰ
# এধাৰি মালা

অনিলা চৌধুৰী

প্ৰকাশক : জি, এল, পাব্লিকেচনচ্ লিঃ

বেটুপাত : শ্ৰী তপন কাকতি

অংগ সজ্জা : শ্ৰী ভূপেন পাঠক
শ্ৰী সঞ্জীব কুণ্ডু

প্ৰথম প্ৰকাশ : জুন, ১৯৯৬

মূল্য : ৩৫.০০ টকা

মুদ্ৰাকৰ : পি, লাল

# উচ্ছর্গা



মৰমৰ

মামুন আৰু মিতুললৈ

আশীৰ্বাদিকা

মা

বামুনিমৈদাম, গুৱাহাটী - ২১

# লেখিকাৰ দুআষাৰ

মাজে সময়ে কিবা কিবি লিখো। লিখাৰ কোনা বিশিষ্ট শ্ৰেণীবিভাগ নাই। যি মন যায় তাকে লিখো। বেছিভাগ প্ৰবন্ধ আকাৰতেই লিখো। তাৰ মাজত মন গ'লে গল্প লিখাৰো চেষ্টা চলাও; নাটক লিখাতো হাত পকাও; গীত ৰচনাও এটা খেয়াল মাথোন। 'স্মৰণ'ৰ মাজত নিজৰ অতি প্ৰিয়জনবোৰক ধৰি ৰাখিবৰ প্ৰয়াস কৰিছো।

মোৰ লিখাবোৰৰ বেছিভাগে বিভিন্ন দৈনিক, সাদিনীয়া, পষেকীয়া আলোচনীত প্ৰকাশ পাইছে। সেইবোৰ আৰু প্ৰকাশ নোহোৱা কিছুমান লিখা গোটাই কিতাপ আকাৰত প্ৰকাশ কৰাৰ ইচ্ছা কৰিলো।

এয়া মোৰ স্পৰ্দ্ধা নহয়। ন লিখাৰুৰ লিখাৰ ওপৰত খ্যাতনামা সাহিত্যিকক দুআষাৰ মন্তব্য দিয়াৰ বিড়ম্বনাৰ পৰা আঁতৰত ৰাখিবৰ ইচ্ছাৰে — সেই চেষ্টাৰ পৰা বিৰত থাকি পঢ়ুৱৈ ৰাইজৰ আগত মোৰ এই প্ৰথম প্ৰয়াস দাঙি ধৰিলো। মোৰ লিখাৰ ভাল বেয়াৰ বিচাৰ তেওঁলোকৰ ওপৰতে এৰি দিলো।

লিখাবোৰ কিতাপ আকাৰত ছপোৱাৰ দায়িত্ব লোৱাত জি, এল, পাব্লিকেচনচ্ লিমিটেডৰ ওচৰত মই চিৰকৃতজ্ঞ।

বেটুপাত অলংকৰণৰ কষ্ট স্বীকাৰ কৰা শ্ৰীতপন কাকতিক আৰু কিতাপখন ধুনীয়াকৈ সজাই তোলাত সহায় কৰাৰ বাবে শ্ৰীভূপেন পাঠক আৰু শ্ৰীসঞ্জীৱ কুণ্ডুলৈ মোৰ শলাগ জনালো।

অসম চৰকাৰী ছপাশাল পথ
বামুনিমৈদাম
গুৱাহাটী ৭৮১ ০২১
১৯৯৫

**অনিলা চৌধুৰী**

# —ঃ সূচীপত্ৰ ঃ—

# উছৰ্গা

মৰমৰ ৰবি, (সুজিত কুমাৰ বৰুৱা)

ৰবীন্দ্ৰনাথৰ মৃত্যুৰ দিনা তোৰ জন্ম। সেয়ে তোৰ ঘৰত মতা নাম ‘ৰবি’ ৰখা হৈছে।

তোৰ সৰুকালত ৰবি ঠাকুৰৰ কবিতাবোৰ তোৰ আগত আবৃত্তি কৰিলে — তই একাগ্ৰমনে শুনিছিলি। ‘দেৱতাৰ গ্ৰাস’ কবিতাটো আবৃত্তি কৰোঁতে কৰোঁতে শেহৰ পিনে মোৰ মাত ভাগি গ’লে তোৰো চকুযোৰ পানীৰে উপচি পৰিছিল। মোৰ নিচিনা ৰবীন্দ্ৰনাথৰ কবিতাবোৰ তোকো আকৰ্ষিত কৰে। সেয়ে ‘ৰবীন্দ্ৰনাথ’ তোকে উছৰ্গা কৰিলোঁ।

আশীৰ্বাদেৰে—

সৰুমাহী

# —ঃ সূচীপত্ৰ ঃ—

# ৰবীন্দ্ৰ সাহিত্যৰ দুগৰাকী মাতৃ

বিশ্বকবি ৰবীন্দ্ৰ নাথৰ সাহিত্যভঁৰাল বৰ চহকী। কবিতা, নাটক, গল্প, উপন্যাসৰ সংখ্যাৰ হিচাপ ৰখা টান। এই অসংখ্য ৰচনাৱলীৰ মাজত একাধাৰে কবি, নাট্যকাৰ, ঔপন্যাসিক ৰবীন্দ্ৰনাথে বহু বিচিত্ৰ, বৈশিষ্ট্যপূৰ্ণ নাৰী চৰিত্ৰৰ সৃষ্টি কৰি গৈছে। বিমলা, বিনোদিনী, লাৱণ্য, চিত্ৰাঙ্গদা আদি কৰি কিমান যে নাৰী চৰিত্ৰ আছে! ৰবীন্দ্ৰনাথৰ লেখনি স্পৰ্শত বিশেষ মৰ্যাদা পাই প্ৰাণৱন্ত হৈ উঠিছে। তাৰে দুগৰাকী মহিমাময়ী 'মাতৃৰ' বিষয়ে আলোচনাটি আগবঢ়োৱা হৈছে। এগৰাকী 'কাহিনী' কাব্যৰ অন্তৰ্গত 'গান্ধাৰীৰ আবেদনৰ' গান্ধাৰী, অন্য গৰাকী 'গোৰা' উপন্যাসৰ আনন্দময়ী।

## (১) গান্ধাৰী

মহাভাৰতৰ গান্ধাৰীক ৰবীন্দ্ৰনাথে লেখনিৰ পৰশেৰে মহিয়সী কৰি চিত্ৰিত কৰি ইমান মৰ্যাদা দিলে, সেই মৰ্যাদা, প্ৰাগ-ৰবীন্দ্ৰ যুগত কোনো কবি, কোনো সাহিত্যিকে দিয়া নাই। মহাভাৰতৰ গান্ধাৰী মহাসতী — তাত কোনো দ্বিমত নাই। ধৃতৰাষ্ট্ৰৰ অন্ধত্ব নিজৰ জীৱনতো বিনাদ্বিধাত স্বীকাৰ কৰি লৈ দৰ্শন সুখৰ নিচিনা মহাসুখ বিসৰ্জন দি পতিৰ দুখৰ অংশীদাৰিণী হৈ মহাসতী বুলি স্বীকৃতি লভিছে। কিন্তু মহাভাৰতৰ গান্ধাৰী ৰবীন্দ্ৰনাথৰ গান্ধাৰীৰ নিচিনা প্ৰাণৱন্ত নহয়, ন্যায়নিষ্ঠ নহয়, ব্যক্তিত্বসম্পন্না নহয়। মাতৃ হিচাপেও মহাভাৰতৰ গান্ধাৰী আন দহজনী মাতৃৰ নিচিনা অতি স্বাভাৱিক, অতি সাধাৰণ। মাতৃ হিচাপে নিজৰ পুত্ৰ দুৰ্যোধনৰ সুখ-দুখ, আকাংক্ষাৰ পৰিপন্থী নাছিল। ৰাজ্যলোভী পুত্ৰৰ অন্যায়ভাৱে ৰাজ্যদখল কৰাৰ মতলবত বাধা প্ৰদান কৰাৰ কথা ভবা নাছিল। কুৰুক্ষেত্ৰ যুদ্ধত যেতিয়া তেওঁৰ এশজন পুত্ৰৰ মৃত্যু হয় শোকাতুৰা মাতৃয়ে কুৰুক্ষেত্ৰ যুদ্ধৰ হোতা শ্ৰী কৃষ্ণক অভিশাপ দিছিল — কুৰুকুলত পূৰ্বজসকলৰ উদ্দেশ্যে বন্তি এগছি জ্বলাবৰ বাবে এজনো বংশধৰ নথকাৰ দৰে,

যদুবংশতো বস্তি জ্বলাবৰ বাবে কোনো এজনো জীয়াই নাথাকে। পুত্ৰ শোকাতুৰা মাতৃৰ অন্তৰ্মথিত অভিশাপ ফলিছিল যদিও গান্ধাৰীৰ এই মাতৃ স্নেহ একো ব্যতিক্ৰম নহয়। এয়া তেনেই সাধাৰণ পৰ্যায়ৰ। আৰু সেয়ে মহাভাৰতৰ গান্ধাৰীয়ে পঢ়ুৱৈ সমাজৰ পৰা একো সহানুভূতি, একো শ্ৰদ্ধা দাবী কৰিব পৰা নাই। কিন্তু ৰবীন্দ্ৰ নাথে গান্ধাৰীক এনে মহিয়সী মাতৃৰূপে ৰূপ দিলে যে, গান্ধাৰীৰ প্ৰতি আমাৰ সমবেদনা, সন্মান, শ্ৰদ্ধা স্বতঃস্ফূৰ্ত হৈ উঠে।

নাৰীত্বৰ মৰ্যাদা সম্বন্ধে সচেতনা, কৰ্তব্যপৰায়ণা, ন্যায়নিষ্ঠ, ধৰ্মপ্ৰাণা, ব্যক্তিত্বসম্পন্না নাৰীৰ উপৰিও ৰবীন্দ্ৰনাথৰ গান্ধাৰী আদৰ্শ মাতৃ, উদাৰ মাতৃস্নেহৰ গৰাকী, এক কথাত মহিয়সী মাতৃ!

মাতৃ হিচাপে স্নেহ দৌৰ্বল্য থকাটো স্বাভাবিক। পুত্ৰৰ প্ৰতি স্নেহবশতঃ মাতৃ এগৰাকীয়ে পুত্ৰৰ সকলো দোষ ক্ষমা কৰে। এয়া আমি সচৰাচৰ দেখি থকা মাতৃ এগৰাকীৰ সহজাত প্ৰবৃত্তি। এই স্নেহ অন্ধ। ৰবীন্দ্ৰ নাথৰ গান্ধাৰী এনে স্নেহ দৌৰ্বল্যৰ বহুত উৰ্দ্ধত। পুত্ৰৰ প্ৰাপ্য শাস্তিৰ বাবে তেওঁৰ মাতৃ হৃদয় ব্যথিত হৈ উঠে, কিন্তু মনৰ এই বিচলিত অৱস্থাতো দোষীপুত্ৰৰ বিচাৰ প্ৰাৰ্থনা কৰে ধৃতৰাষ্ট্ৰৰ ওচৰত। পিতৃস্নেহে য'ত ধৃতৰাষ্ট্ৰক দুৰ্বল কৰি তুলিছে, মাতৃ-স্নেহে গান্ধাৰীক সেই ক্ষেত্ৰত দুৰ্বল কৰি তুলিব পৰা নাই। পুত্ৰ দুৰ্যোধন দোষী জানিও ধৃতৰাষ্ট্ৰই অন্ধ স্নেহবশতঃ দুৰ্যোধনক শাস্তি বিহিবলৈ ইচ্ছা কৰা নাই। পিছে গান্ধাৰীওতো মাতৃ। 'গৰ্ভভাৰ জৰ্জৰিতা' 'জাগ্ৰত হৃৎপিণ্ড' তলত জানো পুত্ৰক বহন কৰা নাই। কিন্তু সেই বুলি স্নেহ বিহ্বল হৈ পুত্ৰক অধৰ্ম কৰিবলৈ, বিপথে যাবলৈ, বিচাৰৰ পৰা হাত সাৰিবলৈ প্ৰশ্ৰয় দিয়া নাই। ধৃতৰাষ্ট্ৰক পিতৃ কৰ্তব্য সম্বন্ধে সজাগ কৰি দিয়ে।

"অধৰ্মেৰ মধুমাখা বিষফল তুলি
আনন্দে নাচিছে পুত্ৰ, স্নেহ মোহে ভুলি
সে ফল দিয়ো না তাৰে ভোগ কৰিবাৰে
কেড়ে লও, ফেলে দাও, কাঁদাও তাহাৰে।"

অক্ষম দুৰ্বল ধৃতৰাষ্ট্ৰই বিধাতাৰ ওপৰতে ধৰ্ম ৰক্ষাৰ দায়িত্ব অৰ্পণ কৰি পিতৃ হিচাপে পাপী পুত্ৰৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব লোৱাত গান্ধাৰীয়ে সমৰ্থন দিয়া নাই। কৰ্তব্য বিমুখ ধৃতৰাষ্ট্ৰক বুজায় — ৰজা 'বিধাতাৰ বামহস্ত' ধৰ্ম ৰক্ষা কৰাৰ কাম ৰজাৰ। গতিকে কোনোবা দুৰ্বৃত্তই যদি সতী অবলাৰ অপমান কৰে তাৰ বিচাৰ কৰি শাস্তি দিয়াটো ৰজাৰ কৰ্তব্য। কিন্তু পিতৃ

স্নেহৰ দুৰ্বলতা হেতুকে পুত্ৰ দুৰ্যোধনক দোষী জানিও বিচাৰ কৰি শাস্তি দিয়াৰ নিচিনা মনোবল তেওঁৰ নাই। মৰমৰ পুত্ৰক শাস্তি দিয়াৰ বেদনা সহ্য কৰাৰ ক্ষমতা তেওঁৰ নাই। পিছে গান্ধাৰী? কি তেওঁৰ অভিমত?

"দণ্ডিতেৰ সাথে
দণ্ডদাতা কাঁদে যবে সমান আঘাতে
সৰ্বশ্ৰেষ্ঠ সে বিচাৰ।
যাৰ - তৰে প্ৰাণ কোনো ব্যথা নাহি পায় তাৰে দণ্ডদান
প্ৰবলেৰ অত্যাচাৰ।"

বিপথগামী সন্তানৰ সৰ্বনাশ খৰতকীয়া কৰে দুৰ্বল অন্ধ মাতৃস্নেহেই। এই ক্ষেত্ৰত ৰবীন্দ্ৰনাথৰ গান্ধাৰী সাধাৰণ মাতৃতকৈ বেলেগ। সন্তানক সুপথত আনিবলৈ, শাসন কৰিবলৈ যি মানসিক দৃঢ়তাৰ প্ৰয়োজন সেয়া গান্ধাৰীৰ আছে। সেয়ে গান্ধাৰী এগৰাকী আদৰ্শ মাতৃ হিচাপে সন্মানিত হৈছে।

গান্ধাৰীৰ মাতৃস্নেহ সংকীৰ্ণতাত সীমাবদ্ধ নহয়। উদাৰ, ব্যাপক মাতৃস্নেহ তেওঁৰ দৃষ্টিভঙ্গীকো উদাৰ, ব্যাপক কৰি তুলিছে। দুৰ্যোধনৰ নিচিনা পাপ আনে কৰিলে ৰজা ধৃতৰাষ্ট্ৰই বিচাৰকৰ আসনত বহি নিশ্চয় দোষীক যথাযথ শাস্তি দিলেহেঁতেন। কিন্তু দুৰ্যোধন যিহেতু পুত্ৰ সেয়ে স্নেহদুৰ্বল ধৃতৰাষ্ট্ৰই ন্যায় বিচাৰ কৰিবলৈ বিমুখ। পিছে উদাৰ মাতৃস্নেহৰ গৰাকী গান্ধাৰীয়ে বিচাৰৰ এই বৈষম্য সহ্য কৰিব নোৱাৰে। সেয়ে ধৃতৰাষ্ট্ৰক সঁকীয়াই দিয়ে।

"যে দণ্ড বেদনা
পুত্ৰেৰে পাৰ না দিতে সে কাৰে দিয়ো না;
যে তোমাৰ পুত্ৰ নহে তাৰো পিতা আছে,
মহা অপৰাধী হবে তুমি তাৰ কাছে বিচাৰক......
পাপী পুত্ৰে ক্ষমা কৰ যদি
নিৰ্বিচাৰে মহাৰাজ, তবে নিৰবধি
যত দণ্ড দিলে তুমি যত দোষীজনে
ফিৰিয়া লাগিবে আসি দণ্ডদাতা ভূপে
ন্যায়েৰ বিচাৰ তব নিৰ্মমতা ৰূপে
পাপ হয়ে তোমাৰে দাগিবে।"

কোনো যুক্তি, তৰ্ক, কোনো অনুনয়-বিনয়, কোনো কাতৰ আবেদনে ধৃতৰাষ্ট্ৰৰ বিবেকক জাগ্ৰত কৰিব নোৱাৰিলে। ন্যায়, ধৰ্ম, বিবেকক নেওচি

ধৃতৰাষ্ট্ৰৰ অন্ধ পিতৃস্নেহেই দায়ী হ'ল। গান্ধাৰীৰ আবেদন ব্যৰ্থ হ'ল। পিছে গান্ধাৰীৰ সাৰ্বজনীন মাতৃ হৃদয় অন্যায়ৰ বলি পাণ্ডুপুত্ৰসকলৰ দুখত বিচলিত হ'ল; কুলবধূ দ্ৰৌপদীৰ অবমাননা তেওঁ সকলো নাৰী জাতিৰ অবমাননা বুলি অনুভৱ কৰিলে।

পাণ্ডুপুত্ৰসকলৰ ওপৰত কৰা অন্যায় অবিচাৰত গান্ধাৰীৰ মাতৃ-হৃদয় বেদনাসিক্ত হৈ উঠে। ধৃতৰাষ্ট্ৰৰ ওচৰত ন্যায় বিচাৰ প্ৰত্যাশা কৰি জনোৱা আবেদন ব্যৰ্থ হোৱাত অন্তৰ নিগৰি আশীৰ্বাদ দিয়াৰ বাহিৰে জননী সদৃশা গান্ধাৰীৰ আন একো কৰিবৰ উপায় নাছিল। গান্ধাৰীয়ে পাণ্ডুপুত্ৰসকলক আশীৰ্বাদ দিয়ে, এই বুলি — "দুঃখৰাত্ৰি অবসান'ত 'সৌভাগ্যৰ' দিনমণি 'দ্বিগুণ উজ্জ্বল' হৈ উঠক; 'বায়ু'ৰ পৰা 'বল' 'সূৰ্য'ৰ পৰা 'তেজ', 'পৃথ্বি'ৰ পৰা ধৈৰ্য, ক্ষমা লাভ কৰক, 'নিৰ্বাসন' নিৰ্ভয় হওক, 'মহাদুঃখ' 'মহৎ সহায় হওক; 'বিনা পাপত' 'দুঃখভোগৰ'ৰ বাবে স্বয়ং 'ধৰ্মৰাজ বিধি' ঋণী হৈ থাকক। গান্ধাৰীৰ আশ্বাস ভৰা আশীৰ্বাদ আছিল,—

"মোৰ পুত্ৰ কৰিয়াছে য'ত অপৰাধ
খণ্ডন কৰুক সব মোৰ আশীৰ্বাদ,
পুত্ৰাধিক পুত্ৰগণ।"

দোষী পুত্ৰতকৈ নিৰ্দোষী পাণ্ডুপুত্ৰহঁত পুত্ৰতকৈও অধিক মৰমৰ। এয়া সম্ভৱ হৈছে গান্ধাৰীৰ মাতৃস্নেহ উদাৰ আৰু ব্যাপক বুলি।

নিৰপৰাধিনী দ্ৰৌপদীৰ অবমাননাত মাতৃ-গান্ধাৰীৰ নাৰীত্বও অপমানিত বোধ কৰিছে। দ্ৰৌপদীৰ বাবে তেওঁৰ অন্তৰ সমবেদনাত ভৰি উঠে। সেয়ে দ্ৰৌপদীক কয়,

"যে তোমাৰে অবমানে তাৰি অপমান
জগতে ৰহিবে নিত্য-কলঙ্ক অক্ষয়।
তব অপমানৰাশি বিশ্বজগন্ময়
ভাগ কৰে লইয়াছে সৰ্ব কুলাংগনা
কাপুৰুষতাৰ হস্তে সতীৰ লাঞ্ছনা।"

এনে উদাৰ মাতৃ-স্নেহ বিৰল। গান্ধাৰীৰ আদৰ্শ মাতৃৰূপ, গান্ধাৰীৰ মাতৃস্নেহৰ বিশাল পৰিধিয়ে গান্ধাৰীক মহিয়সী মাতৃ ৰূপে বিকশিত কৰিছে। এই বিকাশ ৰবীন্দ্ৰ নাথৰ সৃজনি প্ৰতিভাৰ সাক্ষ্য। ৰবীন্দ্ৰ নাথে বহুত শ্ৰদ্ধা আৰু সন্মানেৰে গান্ধাৰীৰ মাতৃৰূপ লেখনিৰ মাধ্যমত গঢ়ি তুলিছে। 'গান্ধাৰীৰ আবেদনৰ গান্ধাৰী চৰিত্ৰ সেয়ে আদৰ্শ মাতৃৰূপে

আমাৰ বৰমাল্য, মাতৃ হৃদয়ৰ উদাৰতাৰ বাবে আমাৰ সন্মান আৰু মহিয়সী মাতৃৰূপে আমাৰ শ্ৰদ্ধা দাবী কৰিব পাৰে।

## (২) আনন্দময়ী

'গোৰা' উপন্যাসৰ আনন্দময়ী ৰবীন্দ্ৰ সাহিত্যৰ আন গৰাকী নমস্য মাতৃমূৰ্ত্তী।

গান্ধাৰী ৰাজমহিষী। তেওঁৰ চৰিত্ৰত সেয়ে চাৰিত্ৰিক মহানতাৰ মাজত প্ৰকাশ পাইছে ৰাজকীয় কঠোৰতা,. ৰাজকীয় মৰ্যাদা। আনন্দময়ী সাধাৰণ মধ্যবিত্ত সংসাৰৰ মাতৃ। তেওঁৰ এই মাতৃৰূপত গান্ধাৰীৰ নিচিনা বিদ্ৰোহী মনোভাব নাই; আছে শান্ত, সংযত, সমাহিত, কল্যাণময় মনোভাৱ। সাধাৰণ মধ্যবিত্ত সংসাৰৰ মাতৃ আনন্দময়ীৰ চৰিত্ৰত ৰবীন্দ্ৰ নাথে সংস্কাৰমুক্ত এনে এটি বৈশিষ্ট্য প্ৰদান কৰিছে — যাৰ বাবে আনন্দময়ী চাৰিত্ৰিক মাহাত্ম্যত মাতৃ হিচাপে হৈ উঠিছে অনন্যা।

আনন্দময়ী ৰক্ষণশীল ব্ৰাহ্মণ পৰিবাৰৰ কন্যা, কুলবধূ। আচাৰ- বিচাৰ, নিয়ম-নীতি মানি চলাতে তেওঁ অভ্যস্ত। কিন্তু যিদিনা চিপাহী বিদ্ৰোহৰ অশান্ত পৰিবেশৰ মাজত গোৰাৰ আইৰিচ মেম জনীয়ে ৰক্ষণশীল ব্ৰাহ্মণ কৃষ্ণদয়ালৰ ঘৰত গোৰাৰ জন্ম দি মৃত্যুমুখত পৰে, সিদিনা সন্তানহীনা আনন্দময়ীয়ে গোঁৰাক বুকুত তুলি লৈ নিজৰ ইমানদিনৰ সমাজ সংস্কাৰ বিসৰ্জন দিলে। জাত- পাতৰ কোনো মূল্যই নিদিয়া হ'ল। অনুন্নত সম্প্ৰদায়ৰ লছমিয়াৰ হাতৰপৰা খোৱা-লোৱা কৰাৰ কোনো দ্বিধাই নাথাকিল। আনন্দময়ী সংস্কাৰমুক্ত এক উদাৰ মনৰ স্নেহবৎসল মাতৃত ৰূপান্তৰিত হ'ল।

আনন্দময়ীৰ মাতৃৰূপ কল্যাণময়ী মাতৃৰূপ। জাতি, ধৰ্ম নিৰ্বিশেষে সকলো সন্তানৰ কল্যাণৰ পিনে তেওঁৰ দৃষ্টি সজাগ। সেয়ে গোৰাৰ অভিন্ন হৃদয় বন্ধু বিনয়ো আনন্দময়ীৰ স্নেহচ্ছায়াৰ কল্যাণস্পৰ্শ পাই তৃপ্ত। অকল বিনয়ে নহয় ব্ৰাহ্ম আচাৰ-বিচাৰৰ মাজত জন্ম লাভ কৰা ললিতা আৰু প্ৰতিপালিত হোৱা সু-চৰিতাও আনন্দময়ীৰ সংস্কাৰমুক্ত সংস্পৰ্শত আহি নিজৰ নিজৰ অন্তৰ্দ্বন্দত বিপৰ্যস্ত মনবোৰক শান্ত কৰিবলৈ সক্ষম হয়।

আনন্দময়ীৰ মনৰ উদাৰতা আনন্দময়ীৰ মাতৃ-চৰিত্ৰৰ বৈশিষ্ট্য। সেয়ে ৰক্ষণশীল ব্ৰাহ্মণ পৰিবাৰৰ কুলবধূ হৈও আনন্দময়ীৰ মানত মানুহৰ লগত মানুহৰ মনৰ মিলে আচল মিল। সন্দিগ্ধ বিনয়ে যেতিয়া আনন্দময়ীক সুধিছিল — সুচৰিতাৰ নিচিনা ব্ৰাহ্ম পৰিয়ালত প্ৰতিপালিত হোৱা

ছোৱালীৰ লগত হিন্দুধৰ্মৰ একনিষ্ঠ সেৱক গোৰাৰ বিয়াত মত আছে নে নাই— তেতিয়া উদাৰচেতা, কল্যাণময়ী আনন্দময়ীয়ে দ্বিধাহীনভাৱে উত্তৰ দিছিল— "আছে বই কি বিনু; মানুষেৰ সংগে মানুষেৰ মনেৰ মিল নিয়েই বিয়ে। সে সময় কোন মন্তৰটা পড়া হ'লো তা নিয়ে কী আসে যায় বাবা।" আনন্দময়ীৰ মতে — 'ব্ৰাহ্মই বা কে, হিন্দুই বা কে! মানুষেৰ হৃদয়েৰতো কোনো জাত নেই!' এই যে অভিজ্ঞান — এয়া বিনয় বা গোৰাৰ নিচিনা জ্ঞান-অন্বেষী শিক্ষিত যুৱকে আয়ত্ত কৰিব পৰা নাই। আনন্দময়ীয়ে পাৰিছে; কিয়নো তেওঁৰ হৃদয়ৰ অনুভূতিবোৰৰ ভেটি মানুহৰ কল্যাণ চিন্তাৰ ওপৰত প্ৰতিষ্ঠিত। বিনয় আৰু ললিতাৰ বিয়াৰ প্ৰসংগত সুচৰিতাকো প্ৰতিপ্ৰশ্ন কৰি আনন্দময়ীয়ে বুজাইছিল — 'তোমাদেৰ ব্ৰাহ্ম সমাজও কি মানুষেৰ সঙ্গে মানুষকে মিলতে দেবে না? ঈশ্বৰ ভিতৰে যাদেৰ এক কৰেছেন, তোমাদেৰ সমাজ বাহিৰ থেকে তাদেৰ তফাত কৰে ৰাখবে?'

আনন্দময়ীৰ উদাৰ মাতৃস্নেহৰ ছা'ত সুচৰিতাৰ উত্তপ্ত অন্তৰ্দ্বন্দও শান্ত হয়। কু-সংস্কাৰাচ্ছন্ন সংকীৰ্ণমনৰ সুচৰিতাৰ মাহী হৰি মোহিনীৰ মৰমহীন সংস্কাৰগত শাসনৰ অধীনত সুচৰিতাৰ প্ৰাণ কণ্ঠাগত হৈ উঠিছিল। আনন্দময়ীৰ উদাৰ সংস্কাৰমুক্ত মনৰ সান্নিধ্যত আহি মাতৃহীনা সুচৰিতাই 'মা' শব্দটোৰ যথাৰ্থ ব্যঞ্জনা তেওঁৰ হৃদয়দি এনেদৰে আৰু কেতিয়াও উপলব্ধি কৰা নাই।

আনন্দময়ীৰ মাতৃস্নেহত স্বাৰ্থপৰতাৰ তিলমাত্ৰ কালিমা নাই। গোৰাক জন্ম নিদিলেও — জন্মদাতৃৰ নিচিনা গোৰাক আত্মজ বুলিয়ে জানে। কিন্তু সেইবুলি গোৰাৰ প্ৰতি তেওঁৰ স্নেহত পক্ষপাতিত্বৰ দোষ নাই। গোৰাৰ অন্তৰংগ বন্ধু বিনয়ো সেয়ে কোনোদিন ভাবিব পৰা নাই যে আনন্দময়ী তেওঁৰ মাতৃ নহয়। মাতৃহাৰা বিনয়ৰ বাবে আনন্দময়ীৰ চেনেহত হীন-ডেঢ় নাই। বিনয়ে ব্ৰাহ্মকন্যা ললিতাক বিয়া কৰাব ওলোৱাত অতি ৰক্ষণশীলপন্থী গোৰাই যেতিয়া আনন্দময়ীক বিনয়ৰ বিয়াত সক্ৰিয় অংশ লবলৈ মনা কৰিছিল— আনন্দময়ীয়ে সেই কথা শুনা নাছিল। এই বিষয়ত গোৰাই যেতিয়া মাকক বাধা দি ৰাখিব নোৱাৰাৰ বাবে বিনয়ৰ ওচৰত পৰাজয় স্বীকাৰ কৰিছিল — তেতিয়া আনন্দময়ীৰ প্ৰতি থকা প্ৰগাঢ় শ্ৰদ্ধাৰে বিনয়ে গোৰাক কৈছিল— 'তুমি কি আমাৰ কাছে হাৰ মেনেছ? তোমাৰ মাৰ কাছে তোমাৰ হাৰ, সহস্ৰবাৰ হাৰ। অমন মা কি আৰ আছে?' অৰ্থাৎ মাতৃ হিচাপে আনন্দময়ী অনন্যা।

মানুহৰ কল্যাণ চিন্তাই আনন্দময়ীৰ দৃষ্টিক স্বচ্ছ কৰি তুলিছে। এই দৃষ্টিভঙ্গীৰ স্বচ্ছতাত বিনয়ৰ অযোগ্যা শশীমুখীৰ লগত বিয়াত আনন্দময়ীৰ আপত্তি যাৰ বাবে শশীমুখীৰ পিতা, আনন্দময়ীৰ সতীনপুত্ৰ মহিমে আনন্দময়ীক দোষাৰোপ কৰে। এই দোষাৰোপ উপেক্ষা কৰিবৰ মনোবল আনন্দময়ীৰ আছিল। বিনয়ো এসময়ত সমস্যাবোৰৰ পৰা অতিষ্ঠ হৈ অযোগ্যা শশীমুখীকে বিয়া কৰাই সমস্যাবোৰৰ পৰা মুক্ত হ'ব বিচাৰিছিল। আনন্দময়ীয়ে ভালদৰেই জানিছিল — এই বিয়াত বিনয়ে সুখী নহ'ব। সেয়ে বিনয়ক সেই ইচ্ছাৰ পৰা বিৰত কৰিবলৈ কৈছিল — 'শশীমুখীকে তোৰ ঘৰেৰ বৌ না কৰে, তোৰ ঘৰেৰ শিকল কৰতে চাস্।' ললিতাৰ লগত বিনয়ৰ বিয়াত গোৰাৰ অসন্মতিকো আনন্দময়ীয়ে প্ৰাধান্য দিয়া নাছিল। এই বিয়া লৈ বিনয়ৰ মনতো বহুত দ্বিধা আছিল। বিনয়ৰ দ্বিধাৰ প্ৰধান আৰু একমাত্ৰ কাৰণ আছিল ৰক্ষণশীল গোৰাৰ মনত আঘাত দি বন্ধু-বিচ্ছেদৰ আশংকা। আনন্দময়ীৰ দৃঢ় মন্তব্যই বিনয়ক পথ বাছি লোৱাত সহায় কৰে। ললিতাক লৈ ব্ৰাহ্ম সমাজত যি প্ৰতিকূল আলোচনাৰ সূত্ৰপাত হৈছে — সেই অপমানৰ পৰা ললিতাক ৰক্ষা কৰা বিনয়ৰ কৰ্তব্য। গোৰাৰ অসন্তোষভাজন হোৱাটো ইয়াত গৌণ। আনন্দময়ীৰ যুক্তি তৰ্কত বিনয়ে নিজৰ কৰ্তব্য বাছি ল'বলৈ সক্ষম হ'ল। আৰু সেয়ে অপৰিসীম শ্ৰদ্ধাৰে আনন্দময়ীক সম্বোধন কৰি কয় — 'মা, তোমাকে যতই দেখছি আশ্চৰ্য হয়ে যাচ্ছি। তোমাৰ মন একেবাৰে এমন সাফ হ'ল কি কৰে। তোমাকে কি পায়ে চলতে হয় না — ঈশ্বৰ তোমাকে কি পাখা দিয়েছেন? তোমাৰ কোনো জায়গায় কি ঠেকে না?' আনন্দময়ী সকলো বস্তু প্ৰাণৰ অনুভূতিৰে স্বচ্ছভাবে দেখে। সেয়ে তেওঁৰ মনত কোনো 'কিন্তু'ৰ ঠাই নাই।

আনন্দময়ীৰ কল্যাণসুলভ আচৰণত অন্তৰ্দ্বন্দত ক্ষত-বিক্ষত সকলোৱে নিশ্চিন্ত হয়, আশ্বাস পায়, উৎসাহ পায়, পথ বাছি লবলৈ দিহা পায়, সেই পথ অনুসৰণ কৰিবলৈ সাহস পায়। বিনয়েতো গোৰাৰ মতৰ বিৰুদ্ধে যাবলৈ সাহস পালেই, ললিতাও নিজৰ ইচ্ছা চৰিতাৰ্থ কৰিবলৈ মনোবল পালে। ললিতাৰ পিতা উদাৰ দৃষ্টি সম্পন্ন পৰেশ বাবুও নিশ্চিন্ত হ'ল যেতিয়া দেখিলে মাতৃ-পৰিত্যক্তা ললিতাক আনন্দময়ীয়ে বিনাদ্বিধাত জীয়াৰী হিচাপে গ্ৰহণ কৰি বিয়াৰ সকলো যা-যোগাৰত আগভাগ ল'লে।

আনন্দময়ীৰ চাৰিত্ৰিক দৃঢ়তা, মনোবল আনন্দময়ীৰ ব্যক্তিত্বক বৰেণ্য কৰি তুলিছে। আনন্দময়ী স্নেহান্ধ মাতৃ নহয়। গোৰা জেললৈ যোৱাত

স্নেহময়ী আনন্দময়ীয়ে দুখ পালেও মানি লৈছে। গান্ধাৰীৰ নিচিনা আনন্দময়ীৰ মাতৃমনতো অন্যায়ৰ প্ৰশ্ৰয় দিয়াৰ থল নাই। ৰবীন্দ্ৰনাথৰ মাতৃ-চৰিত্ৰবোৰ দুৰ্বল মনৰ নহয়। গোৰাই দোষ কৰিছে; গতিকে জেলৰ শাস্তি তেওঁৰ প্ৰাপ্য। আইনৰ ৰক্ষাকৰ্তা সকলে বিচাৰত যি ৰায় দিছে — সেয়া অন্যায় নহয়। আনন্দময়ীৰ মতে — 'গোৰাৰ কাজ গোৰা কৰেছে। ওদেৰ কৰ্তব্য ওৰা কৰেছে এতে যাদেৰ দুঃখ পাবাৰ তাৰা দুঃখ পাবে।' আনন্দময়ীৰ এই মনৰ দৃঢ়তা, মনৰ সংযত, শান্ত, সমাহিত ৰূপত, আশ্চৰ্যজনক সদবিবেচনাত ললিতাও সেয়ে বিস্মিত হৈছে — নিজৰ মনৰ তাপ জুৰাব পাৰিছে আৰু উপলব্ধি কৰি আনন্দময়ীৰ আগত ব্যক্ত কৰিছে 'গৌৰবাবু যে এত শক্তি কোথা থেকে পেয়েছেন — তা আপনাকে দেখে আজ বুঝতে পাৰলুম।'

আনন্দময়ী সমাজৰ সকলো সংস্কাৰ, সকলো সংকীৰ্ণতাৰ উৰ্দ্ধত। তেওঁ স্বয়ং কল্যাণকামী মাতৃমূৰ্তী। গোৰাৰ মুখেৰে ৰবীন্দ্ৰনাথে আনন্দময়ীৰ মাতৃৰূপৰ বন্দনা কৰিছে, গোৰাই যেতিয়া পৰম সত্য জানিব পাৰিলে যে তেওঁ হিন্দু সন্তান নহয় — তেতিয়া প্ৰথমতে মনত আঘাত পালেও অনুভৱ কৰিব পাৰিলে আনন্দময়ীৰ মহানতা; বুজি পালে ৰক্ষণশীল ব্ৰাহ্মণকুলৰ কুলবধূ হৈও কিয় সমাজত প্ৰচলিত জাতিপ্ৰথাত তেওঁ মনসাৰ দিয়া নাছিল। গোৰাই মাতৃ আনন্দময়ীক বন্দনা কৰিলে — 'মা তুমিই আমাৰ মা। যে মাকে খুঁজে বেড়াচ্ছিলুম তিনিই আমাৰ ঘৰেৰ মধ্যে এসে বসেছিলেন। তোমাৰ জাত নেই, বিচাৰ নেই, ঘৃণা নেই — শুধু তুমি কল্যাণেৰ প্ৰতিমা। তুমিই আমাৰ ভাৰতবৰ্ষ।'

খ্ৰীষ্টান সন্তান গোৰাক গ্ৰহণ কৰাৰ বাবে বৃদ্ধবয়সত কৃষ্ণদয়ালে অনুশোচনা কৰিছিল; কিন্তু আনন্দময়ীৰ কোনোদিনে গোৰাক লৈ অনুতাপ কৰিব লগা হোৱা নাই। এই যে খৃষ্টান শিশু গোৰাক বুকুত তুলি লৈ আনন্দময়ীয়ে সকলো সংস্কাৰৰ উৰ্দ্ধত উঠিব পাৰিছে — ইয়াৰ মূলত আছে — মাতৃ হিচাপে আনন্দময়ীৰ এক কল্যাণময়ী বিশেষ ৰূপ। এই বিশেষ ৰূপেই আনন্দময়ীক স্নেহৰ ঔদাৰ্য্যত, বিশালতাত, গভীৰতাত, স্নেহ সম্পৰ্কীয় দৃষ্টিভঙ্গীত এক মহানতা আনি দিছে — যাৰ বাবে ৰবীন্দ্ৰনাথৰ সৃষ্টি এই আনন্দময়ী মহিয়সী মাতৃৰূপে আমাৰ পৰা সম্মান, শ্ৰদ্ধা আহৰণ কৰে।

# ৰবীন্দ্ৰ কাব্য 'শিশু'

ৰবীন্দ্ৰ কাব্য 'শিশু' শিশুৰ নিচিনাই সহজ-সৰল সৌন্দৰ্য্যৰ পৰিচায়ক। এই কাব্যত শিশুৰ সহজাত সাৰল্য, শিশুৰ কল্পনা, শিশুৰ অভিলাষ বাঙ্ময় হৈ উঠিছে শিশু জনোচিত মৌ-সনা ভাৱত, মৌ-সৰা ভাষাত - শিশুৰ ঘনিষ্ঠ সান্নিধ্যত অহা কবি ৰবীন্দ্ৰনাথৰ কলমত যাৰ প্ৰকাশ অতি সাবলীল।

ইংৰাজী ১৯০২ চনত কবি সহধৰ্মিনী মৃনালিনী দেৱীৰ পৰলোক প্ৰাপ্তি ঘটে। মাতৃহীন সন্তানসকলৰ ওচৰত ৰবীন্দ্ৰনাথৰ ভূমিকা হ'ল একাধাৰে পিতৃ আৰু মাতৃৰ। প্ৰেয়সী পত্নীৰ স্মৰণত কবি ৰবীন্দ্ৰই ৰচনা কৰিছিল 'স্মৰণ'। ১৯০৩ চনত মাতৃহীন ল'ৰা-ছোৱালীবোৰৰ মনোৰঞ্জনৰ বাবে ৰবীন্দ্ৰনাথে ৰচনা কৰিলে 'শিশু'। কণমানিহঁতৰ তেনেই ঘনিষ্ঠ সান্নিধ্যত আহি অকণিৰ মনোজগতখন ৰবীন্দ্ৰনাথৰ অনুভূতিপ্ৰৱণ মনটোত আবেগৰ খলকনি তুলিলে, শিশুৰ বাবেই 'শিশু' ৰচনা কৰিবৰ সঁহাৰি পালে। 'শিশু' কাব্যৰ সকলোবোৰ কবিতা অৱশ্যে মাতৃহাৰাহঁতৰ কাৰণে নহয়।

শিশুৰ সৌন্দৰ্য্য পূৰ্ণৰূপে প্ৰকাশ পায় মাতৃ-পটভূমিত। শিশুৰ পটভূমিত মাতৃৰূপ যেনেকৈ মাধুৰ্য্যমণ্ডিত হৈ উঠে, জননীৰ পটভূমিত শিশুৰ ৰূপও তেনেকৈ স্নেহসিক্ত হৈ উঠে। মাতৃ আৰু শিশু দুটা অবিচ্ছিন্ন সত্বা। জননীৰ ওচৰত শিশুৰ কিমান প্ৰশ্ন, কিমান অসংলগ্ন কথা! সেই প্ৰশ্ন, সেই কথাবোৰত গুৰুত্ব দিব পাৰে অকল জননীয়ে, আনৰ ওচৰত হয়তো সেইবোৰ প্ৰশ্ন, সেইবোৰ কথা মূল্যহীন, আমনিদায়ক। ৰবীন্দ্ৰকাব্য এই 'শিশু'ত মৰমী মাক আৰু মৰমৰ শিশুৰ আলেখ্য মনমোহা। পিতৃৰ অংশও ইয়াত নথকা নহয় - পিছে নিচেই কম। এই আলেখ্য চিত্ৰ মাক আৰু শিশুৰ প্ৰসংগকে অলপ আলোচনা কৰিবলৈ মন মেলিছো।

কৌতূহল শিশুৰ সজীৱ প্ৰাণৰ পৰিচয়। পৃথিৱীলৈ আহি পাৰিপাৰ্শ্বিকৰ প্ৰতি শিশুৰ কৌতূহল অপৰিসীম। এই কৌতূহলী প্ৰাণ শিশুয়ে যেতিয়া মাকক প্ৰশ্ন কৰে—

"এলেম আমি কোথা থেকে
কোনখানে তুই কুড়িয়ে পেলি আমারে।"

তেতিয়া স্নেহময়ী মাকে শিশুক দুৰ্বোধ্য ভাষাৰে বুজাবৰ চেষ্টা নকৰি অতি সহজভাবে উত্তৰ দিয়ে—

"ইচ্ছা হয়ে ছিলি মনের মাঝারে।"

অতি সহজ সৰল ভাষাত ইয়াতকৈ ভাবৰ সুন্দৰ ব্যঞ্জনা আৰু কি আছে!

মাকৰ মানত শিশু কিমান অতুলনীয় সেয়া অকল মাকেই জানে। এই শিশুৰ অপযশ মাতৃপ্ৰাণত সহ্য নহয়। এটি উদাৰ দৃষ্টি লৈ স্নেহশীলা মাকে শিশুৰ আচৰণবোৰ বিশ্লেষণ কৰে। এই বিশ্লেষণ ভংগি আনতকৈ বেলেগ। শিশুয়ে হাতে মুখে চিঁয়াহী লগাই লেতেৰা হ'লে আনে যি ক্ষেত্ৰত তিৰস্কাৰ কৰে, মাকে তেনেক্ষেত্ৰত আনক ওলোটাকৈ প্ৰতি প্ৰশ্ন কৰিব—

'পূর্ণ শশী মাখে মসী
নোংৰা বলুক দেখি।'

খেলিব গৈ শিশুয়ে স্বাভাৱিকভাবে কাপোৰ-কানি ফালি পেলালে আনে যেতিয়া 'লক্ষ্মীছাড়া' বুলি অভিমত দিয়ে মাকে তেতিয়া সোধে—

'ছেড়া মেঘে প্রভাত হাসে
সেকি লক্ষ্মীছাড়া!'

মিঠাইৰ প্ৰতি শিশুৰ লোভ সহজাত। আনে সহৃদয় দৃষ্টিৰে তাক চাব নোৱাৰিলেও মায়ে পাৰে। শিশুও চোন মিঠাইৰ নিচিনা মিঠা। এনে শিশুক ভালপোৱাটো তেনেহ'লে লুভীয়া মনৰ পৰিচয় নেকি?

'তোমায় যাৰা ভালোবাসে
তাৰা তবে কী।"

সন্তানৰ প্ৰতি থকা মাতৃৰ উদাৰ বিশাল, গভীৰ মৰম সৰ্বজন স্বীকৃত সন্তানৰ দোষ-গুণ চাই সন্তানক জননীয়ে বিচাৰ বিশ্লেষণ নকৰে— এই বিচাৰ বিশ্লেষণ মাকৰ মৰমৰ ভেটি নহয়।

'খোকা বলেই ভালবাসি
ভালো বলেই নয়।'

মাতৃমনৰ মনস্তত্বও অভিনৱ। সন্তানৰ প্ৰতি থকা মৰমৰ দুৰ্বলতাই মাকক কেতিয়াবা স্বাৰ্থপৰ হ'বলৈ শিকায়। পিছে এই স্বাৰ্থপৰতাৰ অন্তৰালতো মাতৃমনৰ মাধুৰ্য্য অনুভূত হয়। সন্তানক নিজে শাসন কৰিলেও আনে শাসন কৰাটো মাতৃয়ে সহ্য কৰিব নোৱাৰে। আনৰ শাসনৰ মাজত যে মৰমৰ অভাব! আৰু মাকৰ শাসনৰ মাজত? সন্তানক কন্দুৱাই মাকেও কান্দে।

'দণ্ডিতের সাথে

দণ্ডদাতা কাঁদে যবে, সমান আঘাতে
সৰ্বশ্ৰেষ্ঠ সে বিচাৰ।'

মাতৃ গান্ধাৰীৰ এই মনোভাব 'শিশু'ৰ মাতৃৰ মনতো ব্যক্ত হৈছে—

'শাসন কৰা তাৰেই সাজে
সোহাগ কৰে যে গো।'

মাতৃ-অংকৰ এই শিশু লাহে লাহে ডাঙৰ হয়। শিশুৰ মনতো বহুত বিচিত্ৰ সাধ বাহ লয়, বহু বিচিত্ৰ ইচ্ছাৰ জন্ম হয়। শিশুয়ে নিয়মৰ ব্যতিক্ৰম হ'ব খোজে। পাঠশালালৈ যোৱাৰ পৰিবৰ্তে ফেৰীবালাৰ নিচিনা বাটে বাটে ফেৰি কৰি ফুৰিবৰ মন কৰে। আবেলিপৰত চাফ্-চিকুণ হৈ থকাৰ পৰিবৰ্তে বাগিছাত কাম কৰি থকা মালিৰ নিচিনা গায়ে-মুৰে, ভৰি-হাতত ধূলি লগাই কোৰ এখন লৈ মাটি খান্দিবৰ মন কৰে। ৰাতি হ'লে মাকে যেতিয়া শুবলৈ কয় — তেতিয়া সজাগ প্ৰহৰীৰ নিচিনা ওৰে ৰাতি উজাগৰে থাকিবলৈ মন কৰে। এনে ধৰণৰ বহু বিচিত্ৰ সাধ লৈয়ে শিশু ডাঙৰ হ'ব ধৰে। সৰু ভন্টী এজনীক পালে বিজ্ঞও হব খোজে - যেন সি কাহানিও সৰু নাছিল, অকণমানি ভনীজনীৰ নিচিনা যেন আচৰণ নকৰিছিল কেতিয়াও। সেয়ে ভন্টীজনীৰ অজ্ঞতা সম্বন্ধে মাকৰ আগত বহুত কিবাকিবি কথা জনায়।

'আমি যখন খাওয়া খাওয়া খেলি
খেলাৰ থালে সাজিয়ে নিয়ে নুড়ি,
ও ভাবে বা সত্যি খেতে হ'বে
মুঠো ক'ৰে মুখে দেয় মা পুৰি।'
'আমি যদি ৰাগ কৰে কখনো
মাথা নেড়ে চোখ ৰাঙিয়ে বকি
তোমাৰ খুকি খিল্‌খিলিয়ে হাসে
খেলা কৰছি মনে কৰে ওকি।'

সৰু ভনীজনীৰ অজ্ঞতা সম্বন্ধে আৰু যে কিমান কথা। 'খুকি'ৰ কণমান দাদাৰ এই বিজ্ঞভাৱ শিশুৰ সাৰল্যৰে নামান্তৰ।

পিতৃ এজনেই শিশুৰ আদৰ্শ। পিতৃৰ নিচিনা ডাঙৰ হ'ব পৰাটোয়ে সন্তানৰ অভিলাষ। দেউতাকৰ নিচিনা ডাঙৰ হ'লে ককায়েকক পঢ়া নকৰাৰ বাবে দুষ্ট বুলি বকিব; নিজে পিছে পঢ়া নকৰিব; কিয়নো সি যে এতিয়া দেউতাকৰ নিচিনা ডাঙৰ হৈছে! পৰ্ব, তিথিত - যিমান ইচ্ছা সিমান টকা বিলাই দিব ঘৰৰ কাম-বন কৰা মানুহবোৰক। মায়ে সুধিলে উত্তৰ দিব

— দেউতাৰ নিচিনা ডাঙৰ হোৱাত সি এতিয়া সিহঁতক বেতন দিব ধৰিছে। আটাইতকৈ কৌতুকৰ কথা - সৰু জোখৰ চোলা, জোতা দেউতাকে লৈ আহিলে ক'ব—

'দাদা পৰুক এসে
আমি এখন তোমাৰ মতো বড়ো।
দেখছো না কি যে ছোট মাপ জামাৰ
পৰতে গেলে আঁট হবে যে আমাৰ।'

বহুত সময়ত আকৌ পিতৃয়ে প্ৰতিদ্বন্দ্বীৰূপে শিশুৰ মনোজগতত থিয় হয়। দেউতাকৰ প্ৰতি মাকৰ পক্ষপাতিত্ব শিশুৰ মনত অভিমানৰ জন্ম দিয়ে। দেউতাকৰ কামবোৰ তেতিয়া শিশুৰ পছন্দ নহয়। দেউতাকে কিমান কিতাপ লিখে। লিখাৰ সেই ভাষা শিশুৰ অবোধ্য। সেয়ে দেউতাকৰ লিখা কিতাপবোৰৰ একো আকৰ্ষণ নাই শিশুৰ ওচৰত। এইখিনিতে দেউতাকক লঘু কৰিবৰ সুযোগ পায় শিশুয়ে।

'তোৰ মুখে মা যেমন কথা শুনি,
তেমন কেন লেখেন নাকো উনি।
ঠাকুৰমা কি বাবাৰে কক্‌খনো
ৰাজাৰ কথা শোনায় নিকো কোনো।'

ৰূপ কথাৰ স্পৰ্শ নথকা লিখনৰ কিনো সমাদৰ আছে শিশুৰ মনত? সেয়ে শিশুয়ে বুজি নাপায় দেউতাকে যেতিয়া দুৰ্বোধ্য ভাষাত কিতাপ লিখাত ব্যস্ত থাকে মায়ে তেতিয়া হুলস্থুল কৰিবলৈ কিয় হাক দিয়ে? দেউতাই লিখা বহীত ক, খ, গ, ঘ আদি লিখিলে মায়ে কিয় খং কৰে? দেউতাই লিখি লিখি বগা কাকত ক'লা কৰি কিমান কাকত নষ্ট কৰে। অথচ সেই নষ্ট কৰা বগা কাকতেৰে খেলৰ নাও বনাব খুজিলে মায়ে হাক দিয়ে। মাকৰ এনেধৰণৰ পক্ষপাতিত্বত শিশুৰ অভিমানত আঘাত লাগে।

অভিমানী শিশুটো আৰু ডাঙৰ হয়। এতিয়া নিজৰ কথাকে অকল নাভাবে। মাকৰ সুখ-দুখৰ অংশীদাৰ হ'ব বিচাৰে। 'বাবাৰ চিঠি' নাপালে মাকজনীয়ে আনমনা হয়। 'খোকাক কোলাত তুলি নলয়, চুলিও নাবান্ধে, ঘৰুৱা কামতো মন নিদিয়ে। 'খোকা'ই মাকৰ অন্তৰৰ বেদনা অনুভৱ কৰি মাকক সান্ত্বনা দিব খোজে। খোকাৰ ধাৰণা — চিঠি নিশ্চয় আহে পিয়নটোৱে নিজে পঢ়িব বুলি নিদিয়ে। মায়ে পিছে দুখ কৰিব নালাগে। দেউতাকৰ হৈ চিঠি এখন সি নিজেই লিখিব মালৈ — ক, খ ৰ পৰা নলৈকে একো ভুল নকৰাকৈ। খোকাইও পাৰে দেউতাকৰ নিচিনা ধুনীয়াকৈ

লিখিব। আঁচ টানি ডাঙৰ ডাঙৰ গোট গোট আখৰেৰে সিও লিখিব পাৰে। আৰু চিঠি লিখা শেষ হ'লে দেউতাকৰ নিচিনা চিঠিৰ বাকচত পেলোৱাৰ ভুল সি নকৰে। কিয়নো সি জানে ভাল ধুনীয়া চিঠি পালে পিয়নইঁতে নিজে ৰাখে; যাৰ চিঠি তাক নিদিয়ে। খোকাই নিজেই চিঠিখন মাকক পঢ়ি শুনাব। এনেকৈ লিখিলে, এনেকৈ পঢ়ি শুনালেই যেন মাকৰ মনৰ ব্যাকুলতা হ্রাস পাব! কিমান সৰল অনুভূতি আৰু তাৰ সৰল অভিব্যক্তি। এই সাৰল্যই শিশুৰ বৈশিষ্ট।

শিশুৰ ওচৰত জননীয়ে জগত। জননীৰ ওচৰত নিজৰ গৌৰব প্ৰকাশ কৰিব পাৰিলেই শিশুয়ে নিজক কৃতি আৰু সাৰ্থক বুলি উপলব্ধি কৰে। মায়ে 'চাবাচ' বুলি ক'লেই শিশুয়ে সৰ্বশ্ৰেষ্ঠ অভিনন্দন লাভ কৰা বুলি অনুভব কৰে। 'বীৰপুৰুষ'ত শিশুৰ এই আকাংক্ষাই মূৰ্ত হৈ উঠিছে। অগম্য জংঘলৰ মাজেৰে দোলাত উঠি মাকে গৈ আছে। লগে লগে ঘোঁৰাৰ পিঠিত উঠি খোকাইও গৈ আছে। ৰাতিৰ এন্ধাৰ নামি আহিছে। এনে সময়ত ডকাইতৰ দল এটা ওচৰ চাপি আহিল। তঁয়া-মঁয়া যুজ লাগিল। মাকে আশংকা কৰিলে 'খোকা' বোধকৰো আৰু নাই। কিন্তু খোকাই তেতিয়া ৰণত জিকি তেজেৰে ৰাঙলি হৈ মাকৰ ওচৰত আহি থিয় দি মাকক নিৰ্ভয় দিলে। মায়ে দোলাৰ পৰা ওলাই আহি 'খোকা'ক কোলাত তুলি লৈ অজস্ৰ চুমা খালে আৰু ক'লে—

'ভাগ্যে খোকা, সঙ্গে ছিল।
কী দুৰ্দশাই হ'ত তা না হ'লে।'

মাকৰ ওচৰত এনেদৰে 'বীৰপুৰুষ' হবৰ কল্পনা কৰিয়ে খোকাৰ মন আনন্দত আপ্লুত হৈ উঠে।

শিশুৰ জগতখনত এইযে মা— যাঁক কেন্দ্ৰ কৰি শিশুৰ হাঁহি-কান্দোন, সুখ-দুখ, আনন্দ-নিৰানন্দ, কাম-অকাম প্ৰকাশ পায় সেইজনী জননীক এৰি জানো শিশুয়ে থাকিব পাৰে? নোৱাৰে বুলিয়েই আকাশৰ মেঘে, নৈৰ ঢৌৱে যেতিয়া শিশুক খেলিবলৈ মাতে শিশুৰ খেলপ্ৰিয় মনটো উদ্‌বাউল হৈ উঠে, তথাপি মাকক এৰি মাতৃবৎসল শিশুয়ে যাব নোখোজে। মাকৰ লগতে সি উমলিব, মাকেই হ'ব তাৰ আকাশৰ জোন, নৈৰ ঢৌ।

শিশুয়েই ঘৰৰ সুখ, ঘৰৰ আনন্দ। যিমান দুষ্টালিয়ে নকৰক যিমান আমনিয়ে নিদিওক কিয়—

'সে নইলে যে তেমন ক'ৰে
ঘৰেৰ বাঁশি বাজে না।'

এই শিশু ধৰাৰ আনন্দ। ইহঁতৰ আনন্দ চিৰন্তন হওঁক। সেয়ে শিশুপ্ৰিয় ৰবীন্দ্ৰনাথে ‘আশীৰ্বাদ’ কবিতাত শিশুৰ হৈ মানুহৰ আশীৰ্বাদ কামনা কৰিছে।

“এই হাঁসি মুখ গুলি, হাসি পাছে - যায় ভুলি
পাছে ঘেৰে আঁধাৰ প্ৰমাদ!
ইহাদেৰ কাছে ডেকে বুকে ৰেখে কোলে ৰেখে
তোমৰা কৰোগো আশীৰ্বাদ।”

# বিমলা

বিমলাক জানে জানো? হয়তো জানে, হয়তো নাজানে। মুখা-মুখিকৈ লগ পোৱাৰ সুযোগ অৱশ্যে মইও পোৱা নাই; কিন্তু অলপ জানিবৰ সুযোগ পাইছো। বিমলাৰ জন্মদাতাৰ প্ৰতি মোৰ শ্ৰদ্ধা অসীম। তেখেতেই বিমলাৰ কথা মোক জনাইছিল। সেয়ে প্ৰত্যক্ষভাৱে নেদেখিলেও তাইক মই কল্পনা কৰিব পাৰো; তাইক যেন বুজিব পাৰিছো।

বিমলাজনীক মই মৰম কৰো, কৰো বুলিয়ে তাইক সমৰ্থন কৰি দুআষাৰ ক'ব খুজিছো।

ৰূপ থাকিলে যি অৰ্থত ৰূপহী বুলিব পাৰি, বিমলাজনী সেই অৰ্থত ৰূপহী নাছিল। তাইৰ গাৰ বৰণ আছিল শ্যামল। এই শ্যামল বৰণৰ মাজত কেতিয়াবা একধৰণৰ লাৱণ্য দৃষ্টিগোচৰ হয়, এটি লক্ষ্মী শ্ৰী চকুত পৰে, বিমলা তাৰে গৰাকী।

একশ্ৰেণীৰ ছোৱালী আছে বেয়া হ'ব ধৰিও সম্পূৰ্ণ বেয়া হৈ নাযায়— যাব নোৱাৰে। অৱচেতন বিবেকে বেয়া হ'বলৈ তাইক বাধা দিয়ে। বিমলা এনে শ্ৰেণীৰ ছোৱালী।

বিমলাৰ মাক আছিল সতী-সাধ্বী, পুণ্যৱতী ৰমণী। বিমলাৰ মনত মাকৰ এই পুণ্য প্ৰভাৱ প্ৰচ্ছন্ন হৈ আছিল। সেয়ে তাই ভুলপথত গৈ পিছলিলেও শেহত নিজকে সম্পূৰ্ণ পতনৰ পৰা ৰক্ষা কৰিব পাৰিছিল।

বিমলাজনী তেনেই সৰলমনৰ ছোৱালী। জটিল সংসাৰে তাইৰ এই সৰলতাৰ সুযোগ লৈছিল। তাইৰ নিচিনা সৰলমনৰ ছোৱালীৰ পক্ষে চাৰিসীমাৰ মাজত আৱদ্ধ অন্তঃপুৰে যথাযোগ্য ঠাই। বহিৰ্বিশ্বত এনে মনৰ ছোৱালীয়ে নিজক হেৰাই পেলায়।

কিছুমান পুৰুষ আছে অধিকাৰ পাইও দাবী জনাবলৈ ভাল নাপায়। কা-পুৰুষ অৱশ্যে নহয়; প্ৰকৃতি বিৰুদ্ধ বুলিয়ে দাবী জনাবলৈ ভাল নাপায়। তেওঁলোকৰ জীৱনদৰ্শন অস্বাভাৱিক। তেওঁলোকৰ দৃষ্টিভঙ্গী ঠিক সাংসাৰিক নহয়। তেওঁলোকক বেয়া বুলি অৱশ্যে ক'ব নোৱাৰি; কিন্তু ভাব হয়— তেওঁলোকে তেনেকুৱা নহ'লেই ভাল। বিমলাৰ গিৰিয়েক নিখিলেশো এনে প্ৰকৃতিৰ পুৰুষ। বিমলাৰ প্ৰতি নিখিলেশৰ ভাল পোৱাৰ

সীমা নাই; কিন্তু সেই ভালপোৱা ফল্গুনদীৰ নিচিনা ইমান অন্তঃসলিলা যে, কেতিয়াবা তাৰ অস্তিত্ব সম্বন্ধে ভ্ৰম হয়। এয়া যেন নিৰ্বিকাৰ, নিৰ্লিপ্ত ভালপোৱা। নিখিলেশে যদি মাজে-সময়ে বিমলাৰ ওচৰত নিজৰ ইচ্ছা-অনিচ্ছা প্ৰকাশ কৰিলেহেঁতেন, নিজৰ দাবী জনালেহেঁতেন, বিমলাই হয়তো বৰ্হিবিশ্বত ওলাই আহি ইমান দিশহাৰা নহ'লেহেঁতেন। নিখিলেশে উপলব্ধি কৰিছিল, ভিতৰি ভিতৰি দুখো পাইছিল বিমলাৰ আচৰণত, তথাপি দাবী জনোৱা নাছিল, বিমলাৰ কোনো কামতে বাধা আৰোপ কৰা নাছিল। বন্দী বিহংগমক স্বাধীনভাৱে মুক্ত আকাশত বিচৰণ কৰিবলৈ এৰি দিলে— দিশহাৰা হ'বই। বিমলা সমাজৰ চকুত দোষী হ'লে, নিখিলেশো সমানে দোষী। ঘৰৰ পৰা বাহিৰলৈ যাব দিয়াৰ আগত নিখিলেশৰ পক্ষে সমীচীন আছিল— বাহিৰৰ সংসাৰ সম্বন্ধে অনভিজ্ঞা বিমলাক অলপ জ্ঞান দিয়া।

একান্নবৰ্তী এটা ডাঙৰ জমিদাৰ পৰিয়ালৰ অন্তঃপুৰত থাকি অভ্যস্তা বিমলা। তাত ঈৰ্ষা আছে, মতবিৰোধ আছে, মনবিৰোধ আছে, সহজ কথাত হাই-কাজিয়াও আছে। আন বহুতো সমস্যাও আছে। সংসাৰৰ এই আভ্যন্তৰিণ ৰূপ দেখি অভ্যস্তা বিমলাই কেতিয়াবা নিজেও ঈৰ্ষান্বিত হৈ পৰে, কেতিয়াবা কাজিয়াতো লিপ্ত হৈ পৰিব খোজে— তথাপি নিজৰ অস্তিত্বৰ কথা সম্পূৰ্ণ পাহৰি নাযায়। কিন্তু অন্তঃপুৰৰ বাহিৰতো যে এখন জগত আছে, তাত যে এবিধ উত্তেজনা আছে, সেই উত্তেজনাই যে মানুহক মাতাল কৰিব পাৰে, সেয়া বিমলাই নাজানিছিল। গতিকে মাদক-উত্তেজনাই বিমলাক বিবশ কৰি তোলে। বিমলাই নিজৰ কৰ্তব্য-অকৰ্তব্য স্থিৰ কৰিব নোৱাৰা হয়, বিবেক-বিবেচনা হেৰাই পেলায়, নিজে সেই উত্তেজনাৰ বলি হৈ নিজক পাহৰি যায়।

এই সঁজাৰ বিমলাক বাহিৰলৈ আনি নিখিলেশে শিকলি এৰি দিলে, সেই শিকলি ধৰিলে সন্দীপে। সন্দীপক বিৱৰ্তন কৰি বৰ্হিবিশ্বত বিমলাৰ বিচৰণ আৰম্ভ হ'ল।

নিখিলেশ আৰু সন্দীপ দুয়ো বন্ধু। কিন্তু দুয়োৰে চৰিত্ৰৰ মাজত আকাশ-পাতাল প্ৰভেদ। যি জোৰ-জবৰদস্তিক নিখিলেশে কাপুৰুষতা বুলি বিবেচনা কৰে, সেই জোৰ-জবৰদস্তিয়ে সন্দীপৰ মানত পৌৰষ। পুৰুষৰ মাজত নাৰীয়ে এই জোৰৰ প্ৰকাশটোকে দেখিবলৈ ভাল পায়। সেয়ে সন্দীপে অতি সহজতে বিমলাক আকৰ্ষণ কৰিব পাৰিছিল।

পিছে অকল এই চাৰিত্ৰিক ব্যৱধানে বিমলাক নিখিলেশৰ পৰা

আঁতৰাই অনা নাছিল। বিমলাই যেতিয়া অন্তঃপুৰৰ মজিয়া এৰি ঘৰৰ পদুলীমুখলৈ ওলাই আহিছিল— তেতিয়া আৰম্ভ হৈছিল এটা উত্তেজনাৰ যুগ; সেয়া স্ব-দেশী আন্দোলনৰ যুগ। দেশক নিখিলেশেও ভাল পাইছিল; কিন্তু সেই ভালপোৱাৰ মাজত উচ্ছ্বাস, উত্তেজনা নাছিল— যেনেকৈ নাছিল বিমলাক ভালপোৱাৰ মাজত। সন্দীপৰ দেশপ্ৰেমত সঁচা কব গ'লে দেশপ্ৰেমৰ অভিনয়ত এটা সৰ্বনাশী উত্তেজনা আছিল। আন বহুতো দেশ-সেৱকৰো আছিল। বিমলাই সেই উত্তেজনাক দেখা পালে ঘৰৰ পৰা ওলাই আহি; নিজেও উত্তেজিত হৈ পৰিল। দেশক উপলক্ষ্য কৰি সন্দীপে বিমলাক প্ৰভাবান্বিত কৰিব ধৰিলে। দেশপ্ৰেমৰ নামত বিমলাই ভুলপথেৰে আগবাঢ়িব ধৰিলে।

পিছে বিমলাৰ দোষ ক'ত? অন্তঃপুৰত আবদ্ধ থকা এজনীক যদি কোনোবাই বাহিৰত নেতৃত্বৰ আসনত অধিষ্ঠিত কৰিব বিচাৰে, কোনোদিনে মহৎকাম, ডাঙৰ কাম নকৰা এজনীক যদি ডাঙৰ কাম এটা কৰিব পৰাৰ আশ্বাস দিয়ে, সাধাৰণ এজনীক যদি অসাধাৰণ হ'ব পৰাৰ ইঙ্গিত দিয়ে তাই জানো উচ্ছ্বসিত হৈ নপৰিব, উত্তেজিত হৈ নুঠিব?

সমাজত বহুধৰণৰ মানুহ আছে। তাৰে কিছুমানে মুখেৰে ডাঙৰ ডাঙৰ, ভাল ভাল কথাৰ ফুলজাৰি মাৰে, নিজকে ভাল মানুহ, ডাঙৰ মানুহ হিচাপে প্ৰতিপন্ন কৰিব বিচাৰে। ইহঁত কথাসৰ্বস্ব মানুহ। কথাৰ মায়াজালেৰে মানুহক ভুলাব পাৰে। ইহঁতৰ অন্তৰত পিছে গৰল— কাম, ক্ৰোধ, লোভৰ; তলে তলে সুবিধা সুযোগ বিচাৰি ফুৰে নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে। সন্দীপ এই শ্ৰেণীৰ মানুহ। সন্দীপৰ লালসাৰ ৰূপ নিখিলেশৰ চকুত নপৰা নহয়; কিন্তু সৰল বিমলাৰ পক্ষে বহিঃসমাজৰ মানুহৰ লগত চিনা-পৰিচয়ৰ সুযোগৰ অভাৱত সন্দীপৰ প্ৰকৃত ৰূপ চিনি লোৱা সহজ নাছিল। সন্দীপৰ বাহিৰৰ চিক্‌মিক্ ৰূপ দেখি বিমলাই চমৎকৃত হৈছিল। সন্দীপৰ ভিতৰৰ এন্ধাৰকলীয়া ৰূপটো দেখিব পৰা হ'লে নিশ্চয় সংকুচিত হ'লহেঁতেন। ভিতৰৰ স্বৰূপটোও, অৱশেষত এদিন তাইৰ চকুত পৰিল। সিদিনাৰ পৰাই সন্দীপৰ বিমলাক প্ৰভাবান্বিত কৰিব পৰা ক্ষমতাকণ নষ্ট হ'ল আৰু বিমলাৰ পৰা দূৰৈত যাবলৈ বাধ্য হ'ল। সন্দীপৰ আকৰ্ষণ-বিকৰ্ষণত পৰিণত হ'ল।

আজলি, বিমলাজনীৰ বাবে দুখ লাগে। অনিচ্ছাকৃতভাৱেও তাইৰ বিমল জীৱনত চেকা পৰিল। বাহিৰৰ মাটিত ভৰিৰ খোপনি দৃঢ় কৰিব নৌপাওঁতেই স্বদেশী যুগৰ প্ৰবল বানে বিমলাক উটুৱাই লৈ গ'ল। স্বদেশী

যুগৰ মদিৰ বতাহে তাইৰ মনটোকো মতলীয়া কৰি তুলিলে। সেই যুগটো যদি স্বদেশীৰ যুগ নহ'লেহেঁতেন— সন্দীপৰ পক্ষে বিমলাক প্ৰভাৱান্বিত কৰা সহজ নহ'লেহেঁতেন। সন্দীপ সংসাৰৰ ধূৰ্ত পুৰুষ। পবিত্ৰপ্ৰাণা বিমলাৰ মন জয় কৰিব লাগিলে সাধাৰণ সহজ বাটেৰে গ'লে নহ'ব। সন্দীপে জানিছিল দেশপ্ৰেমৰ নামত, দেশৰ নামত, বন্দেমাতৰম মন্ত্ৰেৰে বিমলাক বিবশ কৰিব নোৱাৰিলে বিমলাক জয় কৰা সম্ভৱ নহয়। বিমলাই স্বদেশ-প্ৰেমৰ দীক্ষা ল'লে কুট-প্ৰকৃতিৰ সন্দীপৰ ওচৰতে। তাই হ'ল স্বদেশী মৌবাহৰ মৌ-কুঁৱৰী, সন্দীপৰ ভাষাত 'মক্ষিৰাণী'। সন্দীপৰ অনবৰত স্তৱগানত বিমলাৰ আত্মবিশ্বাস মাটিত খোপনি নুপুতি আকাশত ওপঙি ফুৰা হ'ল। তাইৰ বিশ্বাস ভুল ধাৰণাৰ ওপৰত ভেটি ল'লে। সন্দীপৰ অহৰহ স্তৱগানত তাইৰ ধাৰণা হ'ল— তাই যেন বিৰাট এক শক্তি, দেশে যেন সন্দীপৰ নিচিনা দেশসেৱকৰ জৰিয়তে তাইৰ মুখৰ পিনে আশাৰে বাট চাই আছে, দেশৰ নামত তাই সকলো কৰিব পাৰে, সকলো কৰিব পাৰিব। তাই যেন দেশবাসীৰ মাজত পোহৰ বিলাব, তাই যেন জীৱন দিব, শক্তি দিব, তাই যেন সমাজত অমৃত বিলাব। এই আত্ম প্ৰতাৰিত বিশ্বাসৰ বাবেই বিমলাই সন্দীপে বিচৰা কোনো কামৰ কথাতে অসন্মতি প্ৰকাশ নকৰিছিল। 'নোৱাৰো' বোলা শব্দটো তাইৰ পক্ষে যেন মহা লাজৰ কথা। ধূৰ্ত সন্দীপেও সেই সুযোগ গ্ৰহণ কৰিছিল। লাহে লাহে বিমলাই যেতিয়া সন্দীপৰ মনৰ কলুষতাৰ উমান পালে, সন্দীপৰ প্ৰতি থকা শ্ৰদ্ধাৰ ভাব তাইৰ কমিব ধৰিলে। কমিলেও পিছে সন্দীপৰ ওচৰত নিজৰ মান-সন্মান অটুট ৰাখিবলৈ সন্দীপতকৈ সৰু নহ'বলৈ সৰ্বনাশী কামবোৰ কৰি গৈছিল— অনিচ্ছা সত্বেও, বিবেকৰ বাধা সত্বেও।

কি সংসাৰৰ মাজত, কি সংসাৰৰ বাহিৰত বিমলাৰ নিচিনা সৰলমতি ছোৱালীৰ অৱলম্বনৰ প্ৰয়োজন। নিখিলেশে বিমলাক ঘৰৰ বাহিৰলৈ উলিয়াই আনি অকলে বাট বুলিবলৈ এৰি দিলে— হাত আগবঢ়াই নেথাকিলে। সন্দীপে কলুষমন লৈ হাত আগবঢ়াই দিলে। বিমলাই সৰল বিশ্বাসত সেই হাতখনেই ধৰিলে। বহুদূৰ আগুৱাই গৈ যেতিয়া বুজি পালে ভুল বাটত খোজ লৈছে বুলি তেতিয়াও উলটি আহিব নোৱাৰিলে, উলটি অহাৰ বাটত কাৰো সহানুভূতিৰ হাত আগবাঢ়ি নাহিল দেখি। নিখিলেশৰ জীৱন দৰ্শনে নিখিলেশক বিমলাৰ সহায়ত আহিবলৈ নিদিলে। অমূল্য নহা হ'লে অনুতপ্তা বিমলাই অনুশোচনাৰ জুইত দেই পুৰি মৰিলেও উভতি আহিব নোৱাৰিলেহেঁতেন। অমূল্যই দেৱদূত স্বৰূপে আহি বিমলাক উভতি

আহিবলৈ সহায় কৰিলে। অমূল্য আৰু সন্দীপ স্বদেশী যুগৰ দুই সেবক; কিন্তু দুয়ো বেলেগ। সন্দীপে বিমলাৰ চকুত মোহ সৃষ্টি কৰিছিল, অমূল্যই মুগ্ধতা আনিলে। সন্দীপৰ দেশপ্ৰেমত 'ভেজাল'ৰ গোন্ধ পাই বিমলাই অশান্তি পাব ধৰিছিল, অমূল্যৰ দেশপ্ৰেম পোনপটীয়া আৰু নিৰ্ভেজাল। বিমলাই স্বস্তি পালে, সন্দীপৰ পৰা নিজক আঁতৰাই আনিবৰ অৱলম্বন পালে। অমূল্যৰ সৰল-অন্তৰৰ অকৃত্ৰিম শ্ৰদ্ধাই বিমলাক সম্পূৰ্ণ বেয়া হৈ যোৱাৰ পৰা ৰক্ষা কৰিলে। বিমলাই চলোতে বাটত উজুতি খাইছিল, পতনৰ পৰা ৰক্ষা কৰিলে অমূল্যই। অমূল্যৰ সহায়ত বিমলাই নিজক ৰক্ষা কৰিব পাৰিলে।

বহুতেই বিমলাক বেয়া বুলি ক'ব— যেনেকৈ তাইৰ ডাঙৰ জা-দুগৰাকী 'বড়ৰাণী' আৰু 'মেজোৰাণী'য়ে তাইক বেয়া বুলি অভিমত প্ৰকাশ কৰিছিল। 'সৰ্বনাশী' বুলি কৈছিল।

পিছে বিমলাৰ দোষ ক'ত? বিমলাই কৈছিল— সংসাৰৰ ভিতৰত থাকোতে তাই আছিল গাঁওৰ সৰু নৈ, বেলেগ ছন্দ, বেলেগ ভাষা। তাৰ পিছত এদিন সাগৰৰ ঢল আহি সৰু নৈৰ বুকুখনি স্ফীত কৰি পেলালে, নৈয়ে পাৰ ভাঙি উপচি পৰিল, সাগৰৰ 'ডম্বৰু'ৰ তালে তালে তাইৰ সোঁতৰ কলতান নিজে নিজেই বাজি উঠিল। ধ্বনিৰ অৰ্থ তাই ঠিক বুজিব নোৱাৰিলে।

এইজনীয়ে মই জনা আজলী, সৰল, দিশহাৰা বিমলা — নিখিলেশৰ নিচিনা নিৰীহ গিৰিয়েকে ঘৰৰ পৰা বাহিৰলৈ আনে— সাগৰৰ ঢৌক ভেটা দিয়াৰ কৌশল নিশিকাই ঢৌৰ মাজতে ককবকাবলৈ এৰি দিয়ে। সন্দীপৰ নিচিনা বন্ধুবেশী শত্ৰুয়ে যিজনীৰ সৰলতাৰ সুযোগ লৈ নিজৰ স্বাৰ্থ সিদ্ধিৰ বাট মোকলাই লয়, চন্দ্ৰনাথ বাবুৰ নিচিনা শুভাকাংক্ষী শিক্ষকে যিজনীৰ কাৰণে বিচলিত হৈ পৰে আৰু অমূল্যৰ নিচিনা ভাতৃ-প্ৰতীমে যিজনীক শ্ৰদ্ধাৰ আসনত পুনঃ প্ৰতিষ্ঠিত কৰে। ঘৰ আৰু বাহিৰৰ দ্বন্দত বিপৰ্যস্তা এইজনী 'ঘৰে বাইৰে'ৰ নায়িকা—ৰবীন্দ্ৰনাথৰ মানসকন্যা বিমলা — বিমল অন্তঃকৰণৰ গৰাকী এজনী নাৰী। মোৰ মৰমৰ বিমলা, যাক এক কথাত বেয়া বুলি ক'লে মোৰ অন্তৰত বাজে।

# ৰবীন্দ্ৰ কাব্যৰ পঞ্চ 'ক'

ৰচনাৰ মাজতে ৰবীন্দ্ৰনাথৰ কবি-মানস ইমান বিক্ষিপ্ত, ইমান বিচ্ছুৰিত যে তেওঁক সেই বিক্ষিপ্ততাৰ, সেই বিচ্ছুৰণৰ মাজতে জানিবৰ প্ৰয়াস কৰিব লাগে। সকলো ৰচনা একগোট কৰি ৰবীন্দ্ৰনাথৰ কাব্য-জীৱন, সাহিত্য-জীৱন এক কথাত প্ৰকাশ কৰা সহজ কাম নহয়; একেটা ধাৰাত প্ৰকাশ কৰাও সহজ নহয়। গহীন, গধুৰ ভাব লৈ কাব্য সৃষ্টি কৰোতে কৰোতে যেতিয়া তেওঁৰ মনৰ গভীৰ সুৰ ৰচনাৰ মাজত ধ্বনিত হৈ উঠে— হঠাতে তাৰ মাজত লঘু-সুৰৰ মূৰ্চ্ছনা মূৰ্চ্ছিত হৈ উঠে — ৰবীন্দ্ৰ কবি মানসৰ বেলেগ অভিব্যক্তি প্ৰকট হৈ উঠে। যি 'জীৱন দেৱতা' মতবাদ তেওঁৰ 'চিত্ৰা' কাব্যৰ এক বিশিষ্ট ভাব আছিল — সেই ভাবৰ, কোনো অস্তিত্বই অনুভূত নহয় তেওঁৰ পৰবৰ্তী কবিতা গ্ৰন্থত। 'চিত্ৰা'ৰ গহীন সুৰী ভাবৰ পিছত সৃষ্টি হ'ল চৈতালী' — এটা দুটা ব্যতিক্ৰম লৈ চতুৰ্দশপদী কবিতাৱলী। ইয়াৰ পিছত আকৌ আৰম্ভ হ'ল ৰবীন্দ্ৰনাথৰ ছন্দসোঁত — ছান্দ্যগাথা, ছান্দ্য কল্পনাক আশ্ৰয় কৰি। মাজে মাজে ফাকে ফাকে বিক্ষিপ্ত হ'ল সৰু সৰু কবিতা উপল — কনিকা।

ইংৰাজী ১৮৯৭ চনৰ পৰা ১৯০০ চনলৈকে প্ৰবাহিত ৰবীন্দ্ৰ নাথৰ কাব্য সোঁতক পঞ্চ 'ক' বুলি অভিহিত কৰা হয়। এই কালছোৱাত ৰবীন্দ্ৰ নাথৰ কবিতা গ্ৰন্থ 'কল্পনা', 'কথা', 'কাহিনী', 'ক্ষণিকা' আৰু 'কণিকা' প্ৰকাশ পায়। এই পঞ্চ 'ক'ৰ অন্তৰ্গত কাব্যৰাজিয়ে প্ৰমাণ দিয়ে, ৰবীন্দ্ৰ কাব্য-মানস কিমান বিচ্ছুৰিত।

কণিকা — কবিতা বুলিলে আমি সাধাৰণতে যি বুজি পাওঁ 'কণিকা' ঠিক সেই পৰ্যায়ৰ কবিতা গ্ৰন্থ নহয়। কাব্যিক সুৰৰ অনুৰণন, কাব্যিক ভাৱৰ অনুভূতি ইয়াত নাই। কিছুমান সংকুচিতভাৱ ছন্দবদ্ধভাৱে ইয়াত প্ৰকাশিত হৈছে মাথোন। ৰবীন্দ্ৰ নাথৰ অফুৰন্ত কাব্যৰাজিৰ পৰা ছিটিকি পৰা কিছুমান কণিকা। ৰবীন্দ্ৰনাথে চতুৰ্থবাৰ বিলাত যোৱাৰ সময়ত 'কণিকা'ৰ বহুতো কবিতা "Stray Birds" নাম দি ইংৰাজী ভাষাত অনুবাদ কৰিছিল। কি কাৰণে অনুবাদ কৰিবৰ মন কৰিলে বুজিব নোৱাৰি। বিশ্বকবিৰ কাব্যজীৱনৰ কোনো সুস্থ পৰিচয় ইয়াত নিমিলে। খেয়ালী কবিৰ অহেতুক খেয়াল হয়তোবা।

'কথা' — অতীতৰ শৌৰ্য্য, বীৰ্য্য, আত্মত্যাগ, মহানুভৱতাৰ স্মৃতি উন্মোচন কৰি ৰবীন্দ্ৰনাথে ৰচনা কৰিলে ছন্দময় গল্পগাথা 'কথা'। এই সময়ত কবিমনক আন্দোলিত কৰিছিল স্বদেশ প্ৰেমৰ ঢৌৱে। কবিৰ মনত দেশৰ অতীত গৌৰৱৰ স্মৃতি আহি ভীৰ জমাব ধৰিলে। অতীতৰ গৌৰৱময় কথাই কবিৰ মনক উদ্বেলিত কৰি তুলিলে। কবিৰ কাব্য-জগতত এটি নতুন ধাৰাৰ সৃষ্টি হ'ল — কাহিনী সৰ্বস্ব কবিতা। ৰবীন্দ্ৰনাথে অৱশ্যে নিজে কৈছে যে 'কথা'ৰ কবিতা বিলাকক কাহিনী হিচাপে গণ্য কৰা হলেও অচলতে এইবোৰ এটা এটা চিত্ৰশালা। এইবোৰৰ মাজত গল্পৰ শিকলি গ্ৰন্থি নাই — যিটো আছে 'কাহিনী'ৰ কবিতাবোৰত। ইয়াত আছে এটি এটি খণ্ড দৃশ্য।

কেইটামান কবিতাৰ বাদে 'কথা'ৰ বেছিভাগ কবিতাই কিশোৰ মনক অতীতৰ শৌৰ্য্য-বীৰ্য্য আত্মত্যাগত উদ্বুদ্ধ কৰিব পৰা সমলৰ অধিকাৰী। ইয়াৰ ভাষা সেয়ে কিশোৰ মনৰ বোধৰ উপযোগী। গল্পৰ ধাৰা যেনেকৈ সাৱলীল গতিত প্ৰবাহিত 'কথা'ৰ কবিতাবোৰতো সেই সাৱলীল গতি আছে।

'কাহিনী' — কথাৰ সমসাময়িক 'কাহিনী'। 'কাহিনী'ৰ কবিতাবোৰতো 'কথা'ৰ নিচিনা সেই একে ভাৱগত সুৰ, ভাষাগত ছন্দবৈচিত্ৰ্য। পাৰ্থক্য এইখিনিত যে 'কাহিনী'ৰ কবিতাবোৰৰ মাজত ৰবীন্দ্ৰনাথৰ স্ব-উক্ত গল্পৰ সেই গ্ৰন্থিবদ্ধ শিকলি আছে। 'কাহিনী'ৰ কবিতা কেতিয়াবা আকৌ নাট্যৰূপত ৰূপায়িত হৈছে। 'গান্ধাৰীৰ আবেদন', কৰ্ণ-কুন্তী সংবাদ', 'নৰক বাস' আদি ইয়াৰ অন্তৰ্ভুক্ত।

ৰবীন্দ্ৰ মানসৰ অলপ গভীৰতাত সোমাবলৈ 'কল্পনা' আৰু 'ক্ষণিকা' প্ৰসঙ্গতে অলপ বিষদ আলোচনা কৰিবলৈ মন মেলিছো।

'কল্পনা' — ৰবীন্দ্ৰনাথৰ যথাৰ্থ কাব্যিক মৰ্য্যাদাসম্পন্ন কবিতা-গ্ৰন্থৰ ভিতৰত 'কল্পনা' অন্যতম। সাময়িকভাৱে ৰুদ্ধ হৈ থকা কাব্য-স্ৰোত 'কল্পনা'ত আকৌ প্ৰৱহমান হয়। কিন্তু এই সোঁতৰ ধাৰা বহুমুখী সেয়ে 'কল্পনা'ৰ কবিতাবোৰৰ মাজত কোনো এটি নিৰ্দিষ্ট, কোনো এটি বিশিষ্ট ধাৰা নাই। কবিৰ মনৰ ভিন ভিন ভাৱৰাশি ইয়াত ছন্দিত ভাষাত ৰূপায়িত হৈছে। কোনটো কবিতাত স্বদেশ প্ৰেমত সিক্ত হৈ বংগজননীক বা দেশমাতৃকাৰ ওচৰত নিজৰ মনোভাৱ নিবেদন কৰিছে সন্তানৰ নিচিনা; কোনটো কবিতাত বিৰাট চিত্তৰ লগত মানৱ চিত্তৰ ঘাত-প্ৰতিঘাত স্পষ্ট হৈ উঠিছে, কোনটোত কবিয়ে নিজৰ ক্লান্ত জীৱনক, কাব্য-ৰীতিক বিদায় দি

নতুন জীৱন, নতুন ধাৰাৰ আবিৰ্ভাৱ কামনা কৰিছে। শেষোক্ত হিচাপে 'কল্পনা' কবিৰ কাব্য জীৱনৰ প্ৰথম আৰু দ্বিতীয়াৰ্দ্ধৰ সীমান্তবৰ্তী কাব্য। ইয়াত পুৰণিক বিদায় দিয়াৰ ইচ্ছাও প্ৰকাশ পায় আৰু নতুনক আবাহন কৰাৰ কাৰণে মানসিক প্ৰস্তুতিৰো আভাস পোৱা যায়। কবিতাৰ লঘু-গুৰু সুৰ বিয়পাই 'কল্পনা'ৰ ৰাজ্য বিস্তাৰ। ইয়াত কেইটিমান গীতও সন্নিবেশিত হৈছে।

'মাতাৰ আহ্বান', 'ভিক্ষায়াং নৈব নৈব চ', 'সে আমাৰ জননীৰে' কবিতাবোৰত কবিৰ দেশ-মাতৃকাৰ প্ৰতি থকা শ্ৰদ্ধাৰ পৰিচয় পোৱা যায়। এই পৰিচয় অৱশ্যে 'কল্পনা' কাব্যৰ গৌন বিষয় বস্তু। কল্পনাৰ মূলসুৰ কবিৰ অন্তৰ্দ্বন্দ।

ইমান দিনে কৰি অহা কাব্য-চৰ্চাত কবিয়ে সন্তুষ্ট থাকিব পৰা নাই। সাহিত্যৰ স্থায়িত্ব সম্বন্ধে কবি নিজেই সন্দিহান। সেয়ে কবিয়ে 'কাল্পনিক' কবিতাত কৈছে—

'আমি কেবল স্বপন কৰেছি বপন বাতাসে।'

'বিদায়' কবিতাত এই কাব্য-জীৱনটোকে বিদায় দিবৰ অভিপ্ৰায় ব্যক্ত কৰিছে। কবিতাৰ মাজত সাৰ্বজনীন ভাৱ — যি ভাৱ 'গীতাঞ্জলি'ৰ প্ৰাণ বস্তু — সেই ভাৱক তেওঁ কাব্য-জীৱনত প্ৰতিষ্ঠিত কৰিবৰ কাৰণে প্ৰস্তুত হ'ব বিচাৰিছে। বিশ্ব মানবৰ প্ৰেমৰ বিশালতাত নিজকে বিলীন কৰিবৰ ইচ্ছা কৰিছে।

'অশেষ' আৰু 'বৰ্ষশেষ' কবিতা প্ৰসঙ্গত কবিয়ে কৈছে যে 'চিত্ৰা'ৰ এবাৰ ফিৰাও মোৰে' কবিতাত বিৰাট চিত্তৰ লগত মানৱচিত্তৰ যি ঘাত-প্ৰতিঘাত আৰম্ভ হৈছিল 'কল্পনা'ৰ কালত সেই ঘাত-প্ৰতিঘাত কবিতাৰ মাজত সঘনে দেখা দিব ধৰিলে। কবিৰ কাব্য-জীৱনৰ পৰিসমাপ্তি হোৱা নাই। ইমান দিন বিশ্ব-প্ৰকৃতিৰ লীলা দেখিয়ে কটালে। এতিয়া সেই বিশ্ব-প্ৰকৃতিৰ লগত বিৰাট চিত্তৰ মিলন দেখিবলৈ বিচাৰিছে। আকৌ নতুনকৈ কাব্য জীৱন আৰম্ভ কৰিবৰ আহ্বান কবিয়ে অন্তৰত অনুভৱ কৰিছে। অথচ কবিৰ মনত সন্দেহ উপস্থিত হৈছে— তেজোদ্দীপ্ত তাৰুণ্যৰ অন্তত এতিয়া জানো দুৰূহ কামত সফল হ'ব পাৰিব?

'ক্লান্তি টানে অঙ্গমম, প্ৰিয়াৰ মিনতি সম
এখনো আহ্বান?'

কবিৰ মনত সাৰ্থক হোৱাৰ সন্দেহ উপস্থিত হলেও পিছ মুহূৰ্তত নিজকে জয়ী কৰি তোলাৰ দৃঢ়মনতাকো প্ৰকাশ কৰিছে।

'হবে, হবে হবে জয় — হে দেবী কৰি নে ভয়
হব আমি জয়ী।'

নতুন জীৱনক আঁকোৱালি লোৱাৰ পথত পুৰণিত অভ্যস্ত কবিয়ে ধুমুহাৰ নিচিনা এটা বিপ্লৱক কামনা কৰিছে। 'বৰ্ষশেষ'ত তাৰে ইঙ্গিত। চ'তৰ শেষ সন্ধিয়াত যেনেকৈ ধুমুহা আহি সকলো ওলট-পালট কৰি পুৰণি বছৰটোক বিদায় দি নতুন বছৰৰ পাতনি মেলে সৃজনকাৰী ৰৰযুগ আনি - কবিয়ে তেনেকৈ নিজৰ কাব্য-জীৱনত ধুমুহাৰ নিচিনা এটা বিপ্লৱ কামনা কৰিছে। এই বিপ্লৱে কবিক পূৰ্ব জীৱনৰ পৰা মোহমুক্ত কৰি নতুন-জীৱনৰ সৃষ্টিৰচনাত নিয়োজিত কৰিব। কবিয়ে বিৰাট মানৱ চিত্তক বিশ্ব প্ৰকৃতিৰ মাজত উপলব্ধি কৰিব পাৰিব - যি উপলব্ধিকণ কবিৰ পৰৱৰ্তী কাব্য-জীৱনৰ মূল সুৰ।

কবিৰ জীৱন-ধৰ্মক স্বীকাৰ কৰি লোৱাৰ আৰম্ভণিও এই 'কল্পনা'তে বুলি কবিয়ে কয়। 'জন্মদিনেৰ গান'ত কবিয়ে ব্যক্ত কৰিছে—

'আমাৰ ইচ্ছা হইতে হে প্ৰভু,
তোমাৰ ইচ্ছা মাঝে।'

আৰু 'পূৰ্ণকাম' কবিতাতো শুনিবলৈ পাওঁ সেই একে সুৰ।

'তুমি যে আমাৰ ক'ত আপনাৰ
এবাৰ সে কথা বোঝলে।'

'নোবেল' বটা কঢ়িয়াই অনা 'গীতাঞ্জলি'ৰ কবিমানস যেন এইখিনিতে স্ফুটনুন্মুখ ফুল কলিটোৰ নিচিনা উপলব্ধিৰ জগতত আভাসিত হৈছে।

'ক্ষণিকা' — লিখন পদ্ধতিত 'ক্ষণিকা'ৰ আসন ৰবীন্দ্ৰ কাব্যত এটি বিশিষ্ট মৰ্যাদা লাভ কৰিছে। ঘৰুৱা বঙালী ভাষাত কবিয়ে এই কাব্যৰ কবিতাবোৰ লিখি আধুনিক ধাৰাৰ প্ৰবৰ্তন কৰে। এই ঘৰুৱা ভাষা ব্যৱহাৰৰ বাবেই ৰবীন্দ্ৰনাথ বঙালী সংৰক্ষণশীল পণ্ডিত ব্যক্তিসকলৰ তীব্ৰ সমালোচাৰ পাত্ৰ হৈছিল। কিন্তু ৰবীন্দ্ৰনাথ চিন্তাধাৰাত চিৰদিনে অগ্ৰণী - কি ৰচনাশৈলীত, কি ভাৱত। সমালোচনাই তেওঁক নিৰুৎসাহ কৰিব পৰা নাই।

'ক্ষণিকা'ৰ ভাৱগত সুৰ এই পঞ্চ 'ক' অভিহিত কাব্যৰাজিৰ ভিতৰত আটাইতকৈ লঘু। সকলোকে লঘু দৃষ্টিৰে চোৱাৰ, লঘুভাৱে লোৱাৰ যি এটি প্ৰৱণতা থাকে যৌৱনৰ মাজত, 'ক্ষণিকা'ৰ কবিতাবোৰত ৰবীন্দ্ৰনাথৰ সেই চিৰ সেউজী যৌৱনৰ পৰিচয় পোৱা যায়।

'কল্পনা'ত পুৰণি জীৱনক বিদায় দিবলৈ গৈ যি এটি বিচ্ছেদ সুৰৰ

অনুভূতি আছে, 'ক্ষণিকা'ত তাৰ অস্তিত্ব নাই। পুৰণিক বিদায় দিয়া ইয়াত অতি সহজ - অতি স্বাভাৱিক।

'ওৰে থাক্ থাক্ কাদনি।
দুই হাত দিয়ে ছিঁড়ে ফেলে দেবে
নিজ হাতে বাঁধা বাঁধনি।'

'যৌৱন বিদায়' কবিতাতো ৰবীন্দ্ৰনাথে অতি সহজভাৱে এই বিদায়ৰ কথা ক'ব পাৰিছে। চল্লিশৰ পাৰত বহি জীৱনৰ উনচল্লিশটা বছৰক ৰবীন্দ্ৰনাথে যেনেকৈ স্বাভাৱিকভাৱে, সহজ মন লৈ বিদায় দিব পাৰিছে, প্ৰাক-চল্লিশ কাব্য জীৱনকো তেনেকৈ বিদায় দিব পাৰিছে।

ৰবীন্দ্ৰনাথৰ কাব্য জীৱনত ইমান দিন আছিল ফাগুণৰ ৰঙীণ সমাৰোহ। এতিয়া তাত নামি আহিব ধৰিছে বাৰিষাৰ শান্ত শ্যামলিমা। এতিয়া ফুল নহয়, ফলৰ সমাৰোহ। বাৰিষাৰ বৰ্ষণে নতুন জীৱনৰ সূচনা কৰে। কবিয়ে তাকেই বিচাৰিছে। ঋতুৰে ঋতুৰে যাৰ আবিৰ্ভাৱ, ঋতু অনুযায়ীয়ে তাৰ অভ্যৰ্থনাৰ আয়োজন কৰিব লাগে।

'বিলম্বিত' কবিতাত কবিয়ে সেয়ে প্ৰশ্ন কৰিছে—

বসন্তের সে মালা
আজ কি তেমন গন্ধ দেবে
নবীন সুধা ঢালা?

ইমান দিনৰ কাব্য সাধনাৰ ক্ৰুটিখিনিও কবিয়ে নিজেই উপলব্ধি কৰিছে। কবিয়ে জানে যে তেওঁৰ কাব্য নিৰ্মম সমালোচনাৰ বিষয়বস্তু। 'কৰ্মফল'ত কবিয়ে তাকে প্ৰকাশ কৰিছে। পৰজন্ম যদি সঁচা হয়, কবিয়ে নিজৰ অতি লিখাৰ পাঁতকী হিচাপে বংগ দেশৰ ৰাজধানী এই কলিকতাতে জন্ম গ্ৰহণ কৰি নিজৰ ৰচিত কাব্যৰ এজন সমালোচক হ'ব। ক'ব — 'এ সব কি পুৰাতন!'

কবিয়ে জানে তেওঁৰ কাব্য সাধনাৰ এই প্ৰথমাৰ্দ্ধৰ ঠাই ক'ত। পণ্ডিতৰ যুক্তি-তৰ্কৰ মাজত নিশ্চয় নহয়। বিলাসী চহকী সংসাৰৰ মাজতো নহয়। পৰীক্ষাৰ পঢ়ালৈ ব্যস্ত নবীন ছাত্ৰ — অপাঠ্য কিতাপৰ প্ৰতি যাৰ এটা আশংকাজনিত আকাংক্ষা আছে অথচ অভিভাৱকৰ ভয়ত পঢ়িব নোৱাৰে, বা ঘৰৰ লক্ষ্মী বধুৱে য'ত সংসাৰৰ কামত ব্যস্ত থকাৰ মাজতো লুকুৱাই কাব্য পঢ়িবৰ ইচ্ছা কৰে — সিহঁতৰ মাজত ঠাই পোৱাৰ সম্ভাৱনা থাকিলেও কবিৰ কাব্যৰ যথাস্থান হ'ল তৰুণ যুগলৰ তৰুণ হৃদয়ৰ মাজত। অৰ্থাৎ কবিৰ আগৰ কবিতাবোৰত যৌৱনৰ কল্পনা ৰঙীন সুৰ আৰু ভাবৰ

আধিক্যই অধিক।

'ক্ষণিকা'ৰ প্ৰায়বোৰ কবিতাতে কবিৰ মনৰ সহজ সুৰ ধ্বনিত হৈছে। ইয়াত অতীতৰ বাবে মোহ নাই, ব্যৰ্থতাৰ গ্লানি নাই, বৰ্ত্তমানক স্বীকাৰ কৰি লোৱাৰ দ্বিধা নাই, ভৱিষ্যতৰ বাবে আশংকা নাই। সকলোকে লঘু দৃষ্টিৰে চাই, সকলোবোৰকে সহজভাৱে স্বীকাৰ কৰি লোৱাত যৌবনৰ এটি 'বেপৰোৱা' ভঙ্গী ইয়াত প্ৰকাশ পাইছে।

'ক্ষণিকা'ৰ আবেদন সকলো লঘু বস্তুৰ নিচিনা লঘু, ক্ষণস্থায়ী; সেয়ে ৰচনাশৈলীৰ বিশিষ্টতা সত্ত্বেও কবিৰ শ্ৰেষ্ঠ কাব্যবোৰৰ শ্ৰেণীভুক্ত হ'ব পৰা নাই। কিন্তু তথাপি ক্ষণস্থায়ী হ'লেও ইয়াৰ মূল্য আছে। পুৰণিক এৰি নতুনক, বিশ্ব-প্ৰকৃতিক এৰি বিশ্বপ্ৰণেতাক জীৱনত আহ্বান জনোৱাত কবি মানস যে প্ৰস্তুত তাৰ সম্ভেদ পোৱা যায় এই 'ক্ষণিকা'তে।

'তোমাৰ নীৰৱ নিভৃত ভৱনে
জানিনা কখন পশিনু কেমনে।
অবাক ৰহিনু আপন প্ৰাণেৰ নতুন গানেৰ ৰ'বে।'

এইখিনি আলোচনাৰ জৰিয়তে আমি নিশ্চয় অনুভৱ কৰিব পাৰো যে ৰবীন্দ্ৰনাথৰ এই পঞ্চ 'ক' অভিহিত কাব্যাবলীৰ সুৰ বেলেগ বেলেগ, ধাৰা ভিন্ ভিন্। 'কণিকা' কাব্য পৰ্যায়ত নপৰে। গল্পপ্ৰাণ 'কথা' আৰু 'কাহিনী' প্ৰায় সমগোত্ৰিয় হৈয়ো অলপ বেলেগ। 'কথা' আৰু 'কাহিনী'তকৈ 'কল্পনা'ৰ ভাৱ বহুত বেলেগ। পুৰাতন আৰু নতুনৰ দ্বন্দ্ব কবিৰ এই 'কল্পনা' কাব্যৰ মূলসুৰ। পুৰণিক বিদায় দিয়াৰ বেদনা, নতুনক আকোঁৱালী লোৱাৰ আনন্দ এই দুয়োৰে সন্ধিক্ষণে কবি মানসক অনুৰণিত কৰিছে। আকৌ 'ক্ষণিকা'ৰ মাজত 'কল্পনা'ৰ অলপ আভাস থাকিও নাই; পৰিবেশনত 'ক্ষণিকা'ৰ কাব্যৰস 'কল্পনা'তকৈ বেলেগ হৈছে।

ৰবীন্দ্ৰ কাব্যজীৱনৰ বিক্ষিপ্ত ৰূপৰ প্ৰমাণ এই তিনি চাৰি বছৰৰ পঞ্চ 'ক' অভিহিত কাব্যবোৰেই।

যিজনাৰ কাব্য প্ৰতিভা বহুমুখী কি প্ৰয়োজনতনো সেইজনাক এটি কাব্যধাৰাত সীমায়িত কৰি ৰাখিবৰ প্ৰয়াস কৰিব লাগে! কাব্যৰ বিভিন্ন ধাৰাৰ মাজতেই কবি ৰবীন্দ্ৰনাথ স্বয়ংসম্পূৰ্ণ নহয় জানো?

# মৰণৰে তুহুঁ মম শ্যাম সমান

বিশ্বকবি ৰবীন্দ্ৰনাথৰ 'মৰণ' নামৰ কবিতাত আছে এইশাৰী কথা। মৃত্যু সাধাৰণ মানুহৰ ওচৰত এক অপূৰণীয় বিচ্ছেদ। প্ৰিয়জনৰ পৰা এই চিৰকলীয়া বিচ্ছেদে আমাক শোক সন্তপ্ত কৰি তোলে আৰু মৃত্যুক আমি এক অনিবাৰ্য বিভীষিকা বুলি ধাৰণা কৰো। মৃত্যুক জয় কৰি মৃত্যুঞ্জয়ী হোৱা ৰবীন্দ্ৰনাথেও মৃত্যুক সাধাৰণ মানুহৰ নিচিনা ভাবেনে? আজি মৃত্যু সম্বন্ধে তেওঁৰ দৃষ্টিভঙ্গী আৰু অভিমতবোৰ লৈ অলপ আলোচনা কৰিব বিচাৰিছো।

ৰবীন্দ্ৰনাথৰ কাব্য-প্ৰতিভা অতুলনীয়। ভাৱৰ বিচিত্ৰতাত, ছন্দৰ বিচিত্ৰতাত ৰবীন্দ্ৰকাব্য যুগমীয়া হৈ থাকিব। ভাৰত চহকী ৰবীন্দ্ৰনাথে ছন্দ লৈ বহুতো চৰ্চা কৰিছিল। মৈথিলী কবি চণ্ডীদাস আৰু বিদ্যাপতিৰ ব্ৰজবুলি ভাষাৰ অনুকৰণত কবিতা লিখিবৰ খেয়াল হোৱাত 'ভানুসিংহ' এই ছদ্মনামত পদাৱলী লিখিলে। 'মৰণ' কবিতাটো তাৰে অন্তৰ্গত।

মৃত্যুৰ মধুৰ মূৰ্তি কবিয়ে এই 'মৰণ' কবিতাত বৰ্ণনা কৰিছে। মৃত্যু তেওঁৰ ওচৰত বিভীষিকা নহয়। মৃত্যু স্বয়ং তেওঁৰ আৰাধ্য দেৱতা তেওঁৰ শ্যাম, তেওঁৰ মাধৱ।

মৃত্যুৰ সিপাৰত কি আছে মানুহে নাজানে; এই নজনাটোয়ে অজ্ঞান। অজ্ঞান মানেইতো অন্ধকাৰ, এন্ধাৰ! সেয়ে মৃত্যু কবিৰ ওচৰত শ্ৰীকৃষ্ণৰ নিচিনাই 'মেঘবৰণ' অৰ্থাৎ ক'লা। শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰে যেনেকৈ ৰাধাক ব্যাকুল কৰি তোলে; প্ৰিয়মিলনৰ বাবে যেনেকৈ ৰাধাই ৰাতিৰ গোপনতাৰ সুযোগ লৈ অভিসাৰত ওলায়; তেনেকৈ মৃত্যুৰো এক অদৃশ্য হাতবাউলী আছে যাৰ বাবে জীৱন— সায়াহ্নত মৃত্যুৰ লগত মিলিত হবলৈ কবিয়ে ইচ্ছা কৰে। কবি ভানুসিংহ ঠাকুৰৰ ভাষাত—

দিবস ফুৰাওল, অবহুঁ ম যাওব
বিৰহতাপ তব অবহুঁ ম ঘুচাওব,

শ্যাম-সমান এই মৃত্যুক আঁকোৱালি লবলৈ কবিৰ মনত তিলমাত্ৰ ভয় নাই। ৰাধাৰ নিচিনা কবিয়ে অকলেই অভিসাৰত যাব বিচাৰে—

"একিল যাওব তুঝা অভিসাৰে

যাক পিয়া তুঁহুঁ কি ভয় তাহাৰে, ভয় বাধা সব অভয়মূৰ্তি ধৰি
পন্থ দেখায়ব মোৰ।"

কবি ৰবীন্দ্ৰনাথে যেতিয়া ভানুসিংহ ঠাকুৰৰ পদাবলী ৰচনা কৰে তেতিয়া তেওঁৰ বয়স আনুমানিক ত্ৰিশ বছৰ, অৰ্থাৎ ভৰ যৌৱন। যৌৱনৰ বলিষ্ঠতাই কবিক মৃত্যু সম্বন্ধে নিৰ্ভীক কৰি তুলিছিল। তাৰোপৰি ব্ৰাহ্মপৰিয়ালত জন্ম গ্ৰহণ কৰি সকৰে পৰা উপাসনা আদিৰ মাজত থাকি অন্তৰত এক ধাৰ্মিক ভাবৰো উদ্ৰেক হৈছিল— যাৰবাবে মৃত্যুক ঈশ্বৰৰ দান বুলি গ্ৰহণ কৰিবলৈ দ্বিধা নকৰিছিল। অকল দান বুলি ভবায়ে নহয় মৃত্যুক স্বয়ং আৰাধ্য দেৱতা বুলিয়ে ভাবি ল'ব পাৰিছিল।

পিছে মৃত্যু সম্বন্ধে এই যে অভিব্যক্তি এয়া কবিৰ প্ৰথম অভিব্যক্তি হলেও এয়া শেষ নহয়।

কবি ৰবীন্দ্ৰনাথ বিচিত্ৰ ভাৱধাৰাৰ মূৰ্ত প্ৰতীক। সেয়ে কবি মানসত ভাৱধাৰাৰ পৰিবৰ্তন হয়। এই পৰিবৰ্তন কোনো নিয়ম মানি নচলে। হঠাতে উপস্থিত হয়। যি কবিয়ে মৰণক শ্যাম বুলি বৰ্ণনা কৰি মৰণৰ লগত মিলিত হ'বৰ বাবে ৰাধাৰ নিচিনা আকুল হৈছে— সেই কবিয়ে সম-সাময়িক কবিতা 'প্ৰাণ'ত সেই মৃত্যুক নিজৰ জীৱনত বিচৰা নাই। মানব-দৰদী কবিয়ে মানৱৰ সেৱাত ব্ৰতী হ'বৰ ইচ্ছাৰে মৃত্যুতকৈ জীৱনক প্ৰাধান্য দিছে, সাৰ্থক বুলি অভিহিত কৰিছে। নিজৰ ইচ্ছা প্ৰকাশ কৰি কৈছে ঃ—

"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে
মানবেৰ মাঝে আমি বাচিবাৰে চাই।"

কবিৰ ভাৱধাৰা সঁচাকৈয়ে বিচিত্ৰ। বয়স বঢ়াৰ লগে লগে ভাৱৰ এই বিচিত্ৰতা স্পষ্ট হৈ উঠে। মৃত্যুৰ কথা ভাবিবৰ সময় নোহোৱা বয়সত মৃত্যুক আৰাধ্য দেৱতা শ্যামৰূপ, মাধৱৰূপে বন্দনা কৰিলেও মৰাৰ কথা ভবা নাই-ভবাৰ প্ৰশ্নই উঠা নাছিল। সেয়ে সুন্দৰ ভুবনত তেওঁ মৰিব নিবিচাৰে। কিন্তু বয়স যেতিয়া পৰিণতিৰ পিনে ঢাল খালে, কবিয়ে জীৱনৰ অৱসান বিচাৰি মৃত্যুৰ শান্তিময় কোলাত জিৰণি ল'বৰ ইচ্ছা প্ৰকাশ কৰিলে। হয়তো সেই সময়ত জীৱনৰ ঘাত-প্ৰতিঘাতে কবিৰ মনত অশান্তিৰ সৃষ্টি কৰিছিল। সেয়ে ঘাত প্ৰতিঘাতত বিপৰ্যস্ত, আশা আকাংক্ষাত উদ্বেলিত কবিয়ে মৃত্যুক শান্তিৰ প্ৰতীক ৰূপে স্বীকাৰ কৰিছে। 'মৃত্যুৰ পৰে' কবিতাত তাৰে অভিব্যক্তি।

'নিবে যাক চিৰদিন পৰিশ্ৰান্ত পৰিক্ষীণ
মৰ্ত জন্ম শিখা।
সৰ্ব তৰ্ক হোক শেষ— সব ৰাগ, সব দ্বেষ.
সকল বালাই।
বলো শান্তি, বলো শান্তি
দেহ-সাথে সব ক্লান্তি
পুড়ে হোক ছাই॥'

'মৃত্যু কবিতাত কবিয়ে আকৌ মৃত্যুক ব্যৱহাৰিক দৃষ্টিভঙ্গীতহে চাইছে। অজ্ঞাত মৃত্যুৰ কথা ভাবি কবিমন ক্ষণে ক্ষণে আতংকত শিহঁৰি উঠে; সংসাৰৰ পৰা বিদায় ল'বৰ মন নাযায়; জীৱনটোক সাবটি ধৰি থকা এক ৰকমৰ মূঢ়তা। কবিৰ অভিজ্ঞ চিন্তাধাৰাই সেয়ে মৃত্যু-ভীত মনটোক আশ্বাস বাণীও দিয়ে, জীৱনক যিমান ভাল পোৱা যায়, মৃত্যুকো সিমান ভাল পাব পাৰি। মৃত্যু জীৱনৰ এটা ৰূপান্তৰ মাথোন।

জীৱন আমাৰ
এতো ভালোবাসি ব'লে হয়েছে প্ৰত্যয়,
মৃত্যুৰে এমনি ভালোবাসিব নিশ্চয়।
স্তন হ'তে তুলে নিলে কাঁদে শিশু ডৰে,
মুহূৰ্তে আশ্বাস পায় গিয়ে স্তনান্তৰে।"

বয়স বঢ়াৰ লগে লগে জীয়াই থকাৰ দিনবোৰ চুটি হৈ আহে। মৃত্যু মানে জীৱনৰ অৱসান। জীৱন-অৱসানৰ পথত মৃত্যুৰ পদ সঞ্চাৰ বৰ গোপন। বাৰ্দ্ধক্যই কবিক মৃত্যুৰ এই গোপন পদসঞ্চাৰ অৱগত কৰাইছে। কবিয়ে পিছে এনে গোপন পদসঞ্চাৰ পছন্দ নকৰে। 'মৰণ মিলন' কবিতাত কবিয়ে সেয়ে মৃত্যুক বিজয় উল্লাসত আহিবলৈ আহ্বান জনাইছে।

"তুমি উৎসব কৰো সাৰাৰাত
তব বিজয় শংখ বাজায়ে,
মোৰে কেড়ে লও তুমি ধৰি হাত
নব ৰক্তবসনে সাজায়ে।"

সেই একে সময়তে লিখা কবিতা 'জন্ম ও মৰণ'তো কবিয়ে মৃত্যুক জীৱনতকৈ বেছি গৌৰৱ প্ৰদান কৰিছে। জন্মৰ সময়ত মাথোন কান্দোনক সমল কৰি মানুহে পৃথিৱীৰ বুকুলৈ আহে; কিন্তু মৃত্যুৰ সময়ত অৰ্থাৎ পৃথিৱী এৰাৰ সময় নিজস্ব কিবা এক পৰিচয় থৈ যায়। সেয়ে কবিৰ মানত জন্মতকৈ মৃত্যু বেছি সমাদৰৰ যোগ্য। আকৌ এই কবিতাত কবিৰ

জন্মান্তৰবাদত বিশ্বাসী মনটোৰো পৰিচয় পোৱা যায়। আশাবাদী মনবোৰে জন্মান্তৰবাদত বিশ্বাস কৰে। নিৰাশাবাদী মনবোৰেহে মৃত্যুক জীৱনৰ শেষ বুলি ভাৱে। আশাবাদী কবিয়েও ভাবে মৃত্যুত জীৱনৰ শেষ নহয়। মৃত্যু এটা সুযোগ-এটা জীৱনৰ অৱসান ঘটাই আন এটা নতুন জীৱনলৈ পদাৰ্পন কৰাৰ সুযোগ। কবিয়ে ভাবে - নতুন জন্মই নতুন জীৱনৰ সূচনা কৰিব। সেয়ে কবিয়ে কয়—

'কে চাহে সংকীৰ্ণ অন্ধ অমৰতা কূপে—
এক ধৰাতল মাঝে শুধু এক ৰূপে
বাচিয়া থাকিতে।'
'নব নব জীৱনেৰ গন্ধ যাব ৰেখে
নব নব বিকাশেৰ বৰ্ণ যাব এঁকে।'

বাৰ্দ্ধক্যৰ লগে লগে যৌৱনৰ বলিষ্ঠ ভাবৰ ঠাইত কবি-মানসত উদাৰ বৈৰাগী ভাৱৰ জন্ম হয়। বৃদ্ধ বয়সৰ জন্মদিনৰ উৎসৱত নিৰ্ভেজাল আনন্দৰ অভাৱ অনুভৱ কৰে। জন্মদিনে মনত পেলাই দিয়ে আগামী মৃত্যুদিনৰ কথা। কবিৰ কাব্যতো উদাস সুৰ এটা বাজি উঠে। 'জন্মদিন' কবিতাত তাৰে প্ৰমাণ পাওঁ।

"আজি মম জন্মদিন। সদ্যই প্ৰাণেৰ প্ৰান্ত পথে
ডুব দিয়ে উঠেছে সে বিলুপ্তিৰ অন্ধকাৰ হ'তে
মৰণেৰ ছাড়পত্ৰ নিয়ে।......
...জন্মোৎসবে এই যে আসন পাতা
হেথা আমি যাত্ৰী শুধু, অপেক্ষা কৰিব, ল'ব টীকা
মৃত্যুৰ দক্ষিণ হস্ত হ'তে......
......আজ আসিয়াছে কাছে
জন্মদিন মৃত্যুদিন, একাসনে দোঁহে বসিয়াছে;
দুই আলো মুখোমুখি মিলিছে জীৱন প্ৰান্তে মম;
ৰজনীৰ চন্দ্ৰ আৰ প্ৰত্যুষেৰ শুকতাৰা সম—
এক মন্ত্ৰে দোঁহে অভ্যৰ্থনা॥"

অৰ্থাৎ বৃদ্ধ বয়সৰ জন্মদিনত আসন্ন মৃত্যু দিনৰ কথা পাহৰি থাকিব নোৱাৰি।

কবিৰ উদাসী বৈৰাগী মনত পিছে মৃত্যুৰ প্ৰতি বিতৃষ্ণা নাই। আছে মিনতি—

"ভৰেছিনু আসক্তিৰ ডালি

কাঙালেৰ মতো-অশুচি সঞ্চয় পাত্র কৰো খালি,
ভিক্ষামুষ্টি ধুলায় ফিৰায়ে লও, যাত্ৰাতৰী বেয়ে
পিছু ফিৰে আৰ্ত চক্ষে যেন নাহি দেখি চেয়ে চেয়ে
জীৱন ভোজেৰ শেষ উচ্ছিষ্টেৰ পানে।"

বাৰ্দ্ধক্যই কবি ৰবীন্দ্ৰনাথক ঘনাই অসুস্থ কৰি তোলে। ৰবীন্দ্ৰনাথে প্ৰায়ে শয্যাগত হৈ পৰে। এনে সময়ত মৃত্যুৰ কথাত প্ৰাধান্য নিদিলেও মনটো উদাসী হয়। সেয়ে সুস্থ হৈ উঠে যেতিয়া মনত আনন্দৰ ঢৌ খেলে। ৰোগশয্যাত শায়িত কবিয়ে আৰোগ্য লাভৰ মুহূৰ্ততে উল্লাসিত হৈ উঠে— কোঠালীৰ ৰুদ্ধ খিড়িকি খুলি দিয়াৰ বাবে চিঞৰি উঠে—

'খুলে দাও দ্বাৰ
নীলাকাশ কৰো অবাৰিত;
কৌতূহলী পুষ্পগন্ধ কক্ষে মোৰ কৰুক প্ৰবেশ;

কিন্তু জীয়াই থকাৰ এই অভিলাস ক্ষণস্থায়ী। কবিৰ শিয়ৰত মৃত্যু থিয় হৈ আছে। কবিয়ে অন্তৰেৰে তাক অনুভৱ কৰিব পাৰিছে।

মৃত্যুৰ দক্ষিণ বাহু জীৱনেৰ কণ্ঠে বিজড়িত
...... নিতেছে যৌতুক
বৰেৰ চৰম দান মৰণেৰ বধূ

কবিয়ে বাৰুকৈয়ে অনুভৱ কৰিব পাৰিছে যে তেওঁৰ অন্তিম কাল আসন্ন। মৃত্যু যে এক কঠিন সত্য কবিয়ে তাকো উপলব্ধি কৰিব পাৰিছে। পিছে এই কঠিন সত্যৰ প্ৰতি কবিৰ অশ্ৰদ্ধা নাই; কিয়নো মৃত্যুৰূপী এই কঠিন সত্যই কাকো বঞ্চনা নকৰে, কাকো মিছা আশ্বাস নিদিয়ে।

# 'অস্তগামী ৰবি'

'জল পৰে পাতা নড়ে'ৰ পৰা 'তোমাৰ সৃষ্টিৰ পথ' জীৱনৰ এই সুদীৰ্ঘ কাব্যিক যাত্ৰা পথত বহুত ঘাত-প্ৰতিঘাত, শোক-দুখ অতিক্ৰম কৰি জীৱনৰ জয়ৰথক আগুৱাই নিয়া বিশ্বকবিলৈ এয়া মোৰ অতি নিঃকিন শ্ৰদ্ধাঞ্জলি। ১৩৪৮ বংগাব্দৰ ২২ শাওণ (ইংৰাজী ১৯৪১ চনৰ ৭ আগষ্ট) যি গৰাকী বিশ্ব-বন্দিত কবিৰ মহাপ্ৰয়ান হ'ল, তেওঁৰ সাহিত্যিক প্ৰতিভাৰ আলোচনা কৰা কেইশাৰীমান আখৰত সম্ভৱ নহয়। গুৰুজনাৰ নিচিনা ভুৰুকাত হাতী ভৰোৱাৰ প্ৰচেষ্টাও নিৰৰ্থক। বিশ্বকবি ৰবীন্দ্ৰনাথৰ প্ৰতিভা সাহিত্য আৰু সূক্ষ্ম কলাজগতত ইমান ব্যাপক যে তাক হাতী এটাৰ নিচিনা ভুৰুকাত ভৰোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। কবি হিচাপেই ৰবীন্দ্ৰনাথ বিশ্ব-বৰেণ্য। এই বিশ্ব-বৰেণ্য কবিৰ শ্ৰেষ্ঠ কাব্য উপহাৰ — ৰবীন্দ্ৰনাথৰ মতে যিবোৰ প্ৰবেশিকাৰ দেওণা অতিক্ৰম কৰি ওপৰৰ শ্ৰেণীত উৰ্ত্তীৰ্ণ হৈছে সেই উচ্চ পৰ্যায়ৰ কাব্য-গ্ৰন্থসমূহ — 'মানসী'ৰ পৰা আৰম্ভ কৰি 'বলাকা' লৈকে বহুত তথ্য গধুৰ আলোচনা হৈয়ে থাকে। যি 'গীতাঞ্জলি'য়ে কবি ৰবীন্দ্ৰনাথক বিশ্ব-স্বীকৃতিৰ তাজ পিন্ধালে –– সেয়াও বহুবাৰ আলোচিত হৈছে। এইবোৰ কাব্যগ্ৰন্থত ৰবীন্দ্ৰনাথ প্ৰখৰ সূৰ্যৰ দৰে দীপ্তমান। এই দীপ্তি সকলোৰে চকুত পৰে। পিছে সূৰ্যও এসময় অস্ত যায়। প্ৰতিভাৰ সূৰ্য নহয়, জীৱনৰ সূৰ্য। সেই অস্তগামী-সূৰ্য ৰবীন্দ্ৰনাথ আৰু অস্ত গমণৰ সময়ত লিখা কবিতাবোৰ লৈয়ে অলপ আলোচনা কৰিবলৈ মন মেলিছো।

ছ'ফুট দুই ইঞ্চি ওখ, বহল বুকু আৰু সবল পেশীযুক্ত সৌম্যদৰ্শন ৰবীন্দ্ৰনাথৰ শাৰীৰিক জীৱন অসুখ বিসুখৰ উৰ্দ্ধত নহয়। শৰীৰ থাকিলে মাজে সময়ে তাত বৈকাল্য দেখা দিয়াটো স্বাভাৱিক। পিছে বলিষ্ঠ শৰীৰ আৰু তাতোকৈ অধিক বলিষ্ঠ মনৰ গৰাকীক সাধাৰণ অসুখ বিসুখে অলপো কাহিল কৰিব নোৱাৰিছিল। ৰবীন্দ্ৰনাথৰ নিজৰ কথাত — শাৰীৰিক যন্ত্ৰণা হ'লে তেওঁ ভাবি লয় — সেইজন বেলেগ ৰবীন্দ্ৰনাথ; আৰু এইদৰেই বলিষ্ঠ মন লৈ অসুস্থ অৱস্থাতো শাৰীৰিক যন্ত্ৰণা, বেমাৰৰ বেদনা সহ্য কৰিবৰ মনোবল পাইছিল। পয়সত্তৰ বছৰ বয়সলৈকে কবিগুৰুয়ে সৰুসুৰা অসুখক একো প্ৰাধান্যই দিয়া নাছিল। ইংৰাজী ১৯১২ চনত যেতিয়া ৰবীন্দ্ৰনাথে 'গীতাঞ্জলি'ৰ পাণ্ডুলিপি লই লণ্ডনত

উপস্থিত হয়, তেতিয়া বিশেষ এক অসুখৰ পৰা আমনি পাই আছিল। ফলস্বৰূপ ১৯১৩ চনত অস্ত্ৰোপচাৰও কৰিব লগা হৈছিল। ৰবীন্দ্ৰনাথে এই অস্ত্ৰোপচাৰক একো প্ৰাধান্যই নিদিলে। ৰবীন্দ্ৰনাথৰ বয়স তেতিয়া বাৱন্ন বছৰ। ৰবীন্দ্ৰনাথৰ মানত সেয়া একো উদ্বিগ্ন-উদ্ৰেককাৰী বয়সে নহয়। বিদেশত চিকিৎসা কৰিব যোৱাৰ সময়তে ১৯১২ চনত 'গীতাঞ্জলি'ৰ ইংৰাজী অনুবাদ ওলাল। ১৯১৩ চনত ৰবীন্দ্ৰনাথৰ অস্ত্ৰোপচাৰ হ'ল। দেশলৈ উভতি আহিল আৰু সেই বছৰতেই ন'বেল বঁটাৰে সন্মানিত হ'ল।

১৯৩৭ চনত ছয়সত্তৰ বছৰ বয়সত ৰবীন্দ্ৰনাথ প্ৰথম প্ৰাণঘাতী বিপজ্জনক অসুখত পৰে। তেতিয়াৰ পৰা মহাপ্ৰয়াণৰ এসপ্তাহ আগলৈকে অসুস্থ শৰীৰ লৈয়ে, কবিতা লিখাত ব্যাঘাত পালেও, কবিৰ কলম একেবাৰে থামি যোৱা নাছিল। ১৯৩৭ৰ পৰা ১৯৪১ লৈকে — এই চাৰিবছৰ অসুস্থ শৰীৰ লৈয়ে ৰবীন্দ্ৰনাথে লিখিলে 'সেঁজুতি', 'আকাশ প্ৰদীপ', 'নবজাতক', 'সানাই', 'ছড়া', জন্মদিনে', 'ৰোগশয্যায়', 'আৰোগ্য' আদি কাব্য পুস্তিকা। ইতিমধ্যে কবিয়ে বহুত অন্তৰঙ্গজনক হেৰালে — যাৰ বাবে কবিৰ মন বিচলিত, বিষণ্ণ, সেই সময়ৰ দ্বিতীয় মহাযুদ্ধৰ উথল পাথলতো কবিৰ মন অশান্ত, মগজু উত্তপ্ত। সেই বিষণ্ণ বিচলিত মন লই, অশান্ত হৃদয় আৰু উত্তপ্ত মগজু লই, তাৰোপৰি অসুস্থ শৰীৰৰ আমনি এই সকলোবোৰৰ মাজতো কবিৰ কলমৰ চিয়াঁহি শুকাই যোৱা নাছিল। নাছিল বাবেই আমিও সেই সময়ত লিখা কবিতাবোৰৰ লগত পৰিচিত হোৱাৰ সুযোগ পাওঁ। কী আছে এই শেহৰ চাৰিবছৰৰ কবিতাবোৰত? আছে জীৱন-ব্যাপি অভিজ্ঞতাৰ সত্য উপলব্ধি, আছে নিজৰ কাব্য-জীৱনৰ লাভ-ক্ষতিৰ ক্ষতিয়ান, আছে অন্তিম কামনাবোৰৰ বহিঃপ্ৰকাশ। কবিৰ মনত পোৱা নোপোৱাৰ ক্ষোভ নাই। সেয়ে কোনো অনুযোগে কবিতাৰ মাধ্যমত উত্থাপিত হোৱা নাই। অনুভূতিৰ মাজেৰে সত্যক উপলব্ধি কৰিছে — যি সত্য কঠিন হ'ব পাৰে; কিন্তু ছলনা নকৰে।

শেষ জীৱনৰ এই কবিতাবোৰত জীৱন যে অন্তিম যাত্ৰাৰ পিনে ধাপলি মেলিছে তাৰ স্পষ্ট সংকেত উদ্ভাসিত হৈ উঠে। কবিয়ে মৃত্যুক স্বাগতম জনাবৰ বাবে মানসিকভাবে প্ৰস্তুত হ'ব ধৰে। কবিতাবোৰৰ বেছিভাগতে এক বিদায়ী, বৈৰাগী সুৰৰ গুঞ্জণ শুনিবলৈ পোৱা যায়।

১৯৩৭ৰ ডাঙৰ অসুখৰ পিছত কবিৰ পৰা কাব্য আশা কৰিব নালাগিছিল। 'ইৰিচিপিলাচ' নামৰ ৰোগৰ আক্ৰমণত প্ৰায়ে অজ্ঞান হৈ পৰিছিল। কবিৰ কল্পনাশক্তিত এই জীৱন সংশয়ী অসুখে যথেষ্ট ক্ষতি

কৰাৰ পূৰ্ণ সম্ভাবনা আছিল। পিছে ৰবীন্দ্ৰনাথ অদ্বিতীয়। তেওঁৰ জীৱনী শক্তিৰ তুলনা নাই। সেয়ে অলপ সুস্থ হৈ উঠিলেই আকৌ কলম তুলি লয়, আকৌ ভাবৰ সাগৰত বুৰ গৈ মুকুতা বুটলি আনে। পিছে এইবেলি ভাবৰ লগত সংমিশ্ৰণ ঘটে কঠিন সত্যৰ উপলব্ধি। অলীক কল্পনাৰ সোঁতত ভাহি যোৱা কবিতা নহয়, ৰচিত হয় সত্য-অনুভূতিৰ স্পৰ্শৰে ভৰা ভাব-ব্যঞ্জনাময় কবিতাৰাজিৰ। 'সেজুতি'ৰ অন্তৰ্গত 'জন্মদিন' কবিতাত কবিয়ে প্ৰকাশ কৰিলে সত্যৰ স্বৰূপ।

'আজ আসিয়াছে কাছে,
জন্মদিন মৃত্যুদিন; একাসনে দোঁহে বসিয়াছে;
দুই আলো মুখোমুখি মিলিছে জীৱন প্ৰান্তে মম,
ৰজনীৰ চন্দ্ৰ আৰ প্ৰত্যুষেৰ শুকতাৰা সম
একমন্ত্ৰে দোঁহে অভ্যৰ্থনা।'

মন কৰিবলগীয়া কথা— মৃত্যুদিনো কবিৰ ওচৰত এন্ধাৰ নহয়— 'ৰজনীৰ চন্দ্ৰালোক'।

যি পৃথিৱীৰ বায়ু, আহাৰ, পানীয় কবিক ইমানদিন জীয়াই থকাৰ শক্তি জোগাইছিল, সেই পৃথিৱীয়ে এতিয়া সেই শক্তিকণ কাঢ়ি ল'ব খুজিছে। সেয়ে পৃথিৱীৰ প্ৰতি সকাতৰ মিনতি নহয় — প্ৰত্যাহ্বান মূৰ্ত হৈ উঠে এই কবিতাৰ মাজতে।

'যদি মোৰে পংগু কৰো, যদি মোৰে কৰ অন্ধপ্ৰায়
যদিবা প্ৰচ্ছন্ন কৰো নিঃশক্তিৰ প্ৰদোষচ্ছায়ায়
বাঁধো বাৰ্ধক্যেৰ জালে, তবু ভাঙা মন্দিৰ বেদিতে
প্ৰতিমা অক্ষুণ্ণ ৰবে সগৌৰবে — তাৰে কেড়ে নিতে
শক্তি নাই তব।'

এই প্ৰতিমা পৃথিৱীৰ মানুহৰ শ্ৰদ্ধা ভালপোৱাৰ মূৰ্ত প্ৰতীক।

বিশ্ব-কবিৰ জীৱন-সূৰ্যৰ আসন্ন অস্তগমনৰ সময়ত লিখা কবিতাবোৰৰ মাজত কবিৰ দৃষ্টিভংগীৰ পৰিবৰ্তন পৰিলক্ষিত হয়।

'নবজাতক' কবিতা পুঁথিৰ অন্তৰ্গত 'ইস্টেসন' কবিতাত পৃথিৱীৰূপী ষ্টেচনত প্ৰতীক্ষাৰত জীৱনযাত্ৰীৰ ছবি কবিয়ে আমাক দেখুৱায়।

'দুবেলা সেই এ সংসাৰেৰ চলতি ছবি দেখা
এই নিয়ে ৰই যাওয়া আসাৰ ইসটেসনে একা।'

কবিয়ে প্ৰাণক ৰাতিৰ চলন্ত গাড়ীৰ লগতো তুলনা কৰিছে। ৰাতিৰ এন্ধাৰৰ মাজেৰে গৈ থকা গাড়ীয়ে যেনেকৈ যাত্ৰীসকলৰ চকুত চিনাকী

একোকে ধৰি ৰাখিবৰ সময় সুযোগ নিদিয়ে, তেনেকৈ প্ৰাণৰ গাড়ীও চলে জীৱনক ধৰি নাৰাখি মৃত্যুৰ সিপাৰত থকা অজান দেশৰ পিনে।

ৰবীন্দ্ৰনাথ স্বভাব কবি। তেওঁৰ কবি মানস প্ৰকৃতিৰ লগত একাত্ম। প্ৰকৃতিয়ে কবিক আনন্দ দিয়ে — যি আনন্দ একধৰণৰ মৃত-সঞ্জীৱনী সুধা। সেয়ে শয্যাগত অৱস্থাতো কবিতাৰ মাজেৰে কবিয়ে চিঞৰি উঠে—

'খুলে দাও দ্বাৰ
নীলাকাশ কৰো অবাৰিত
কৌতুহলী পুষ্পগন্ধ কক্ষে মোৰ কৰক প্ৰবেশ।'

ইমানদিন মৃত্যুতকৈ জীৱনকে কবিয়ে মূল্য দি আছিল। মৃত্যু শয্যাত পৰিও কবিয়ে জীৱনৰ মূল্য দিব নাপাহৰে। সেয়ে কবিয়ে গাই উঠে—

'আমি বেচে আছি তাৰি অভিনন্দন বাণী
মৰ্মৰিত পল্লবে পল্লবে আমাৰে শুনিতে দাও'

কিন্তু মৰ জীৱন লাহে লাহে মৃত্যুৰ পিনে আগুৱাই গৈ আছে। কবিয়ে সেই কঠিন, কঠোৰ সত্যক উপলব্ধি কৰিব পাৰিছে। 'ধূসৰ গোধূলি লগ্নে' কবিতাত তাৰে প্ৰকাশ দেখিবলৈ পাওঁ।

'মৃত্যুৰ দক্ষিণ বাহু জীৱনেৰ কণ্ঠে বিজড়িত'
..........................................................................
চিনিলাম তখনি দোহাৰে
দেখিলাম, নিতেছে যৌতুক
বৰেৰ চৰম দান মৰণেৰ বঁধূ।

ৰোগশয্যাত পৰিও যে কবিৰ লিখনি স্তব্ধ হোৱা নাছিল তাৰ প্ৰথম আৰু প্ৰধান কাৰণ কবিৰ শাৰীৰিক কষ্ট সহ্য কৰিব পৰা অতুলনীয় মনোবল। যেনে ধৰণৰ অসুস্থতাৰ মাজত আমাৰ নিচিনা সাধাৰণ মনোবল থকা মানুহে শয্যাকে সংগী কৰি লয়— তেনে উদ্বেগজনক অসুস্থতাৰ মাজতো কবিয়ে আমাক উপহাৰ দিয়ে অজস্ৰ গল্প, গান, কবিতা, প্ৰবন্ধ; চিঠি লিখাৰ তোন অন্তই নাই! ৰবীন্দ্ৰনাথে হেনো একাবন দিনত কমেও চাৰিশ চিঠিৰ উত্তৰ দিছিলে। চিঠিবোৰো জানো মাথোন চিঠি? সেয়াচোন একো একোটা গদ্য কবিতা!

১৯৪০ চনৰ শেহৰ পিনে ৰবীন্দ্ৰনাথে বাৰুকৈয়ে অসুস্থ হৈ পৰে। এই অসুস্থতাৰ পিছত তেওঁ আৰু সম্পূৰ্ণভাবে সুস্থ হৈ উঠিব নোৱাৰিলে। নিজৰ দীৰ্ঘদিনীয়া অসুস্থতাৰ মাজত, বহু প্ৰিয়জনৰ বিয়োগত ৰবীন্দ্ৰনাথৰ মনোবল ভাঙি পৰিছিল। কোনদিনে মৃত্যুক কামনা নকৰা কবিয়ে মৃত্যুৰ

কথা ভাবিব ধৰিলে। অবশ্যে এই আসন্ন মৃত্যুৰ বাবে তেওঁ ভীত নহয়। মৃত্যুৰ নির্মম সত্যৰূপ উপলব্ধি কৰি মৃত্যুক স্বাগত জনাবলৈ কবি-মনৰ প্ৰস্তুতি চলি আছিল। 'জন্মদিনে'ৰ অন্তর্গত 'পথেৰ শেষে' কবিতাত তাৰে অভিব্যক্তি—

'অজানাৰ দূত আজি মোৰে নিয়ে যায় দূৰে
অকূল সিন্ধুৰে
নিবেদন কৰিতে প্ৰণাম।
মন তাই বলিতেছে, আমি চলিলাম।'

দীর্ঘ-জীৱনৰ কাব্য সাধনাত কবিয়ে চিত্ৰগুপ্তৰ বহীত লাভ লোকচানৰ হিচাপ-নিকাচ কৰাৰ সময়ত নিজৰ অপূর্ণতাও উপলব্ধি কৰিছে। এই অপূর্ণতা ৰাবীন্দ্ৰিক কাব্য-ৰস পিপাসুসকলৰ মনত তিলমাত্ৰ আসোৱাহ নজগায়। পিছে বিশ্ব-কবিয়ে নিজৰ কামত সন্তুষ্ট নহয়। সেই কথাকে কয় 'ঐক্যতান'ত—

'বিপুলা এ পৃথিবীৰ কতটুকু জানি!
...........................................
স্বৰ সাধনায় পৌছিল না বহুতৰ ডাক
ৰয়ে গেছে ফাক।
........................................
আমাৰ সুৰেৰ অপূর্ণতা
আমাৰ কবিতা, জানি আমি
গেলেও বিচিত্ৰ পথে, হয় নাই সে সর্বত্ৰ-গামী।'

জীৱন প্ৰদীপ নির্বাপিত হোৱাৰ প্ৰাগ্‌কালত সেয়ে কবিয়ে আগামীদিনৰ কবিসকলক আহ্বান জনায়— 'অখ্যাত জনৰ', নির্বাক মনৰ' 'মর্মবেদনা' উদ্ধাৰ কৰি 'প্ৰাণহীন' দেশত 'গানহীন' 'নিৰানন্দ মৰুভূমি' ৰসেৰে পূর্ণ কৰিবলৈ। কবিৰ মিনতি সাহিত্যৰ ঐক্যতানৰ সংগীত সভাত 'একতাৰা' বজোৱা সকলেও যেন সন্মান পায়।

জীৱন শেষ হৈ অহাৰ ঘন্টাধ্বনি কবিয়ে এতিয়া অহৰহ শুনি আছে। অতি অসুস্থ শৰীৰ লই, অসহ্য যন্ত্ৰণাৰ মাজত কবিৰ দিনবোৰ কাটিব ধৰিলে। কেতিয়াবা জ্ঞান থাকে, কেতিয়াবা নাথাকে। তাৰ মাজতো চলে কবিতা সৃষ্টি। 'ৰূপনাৰাণেৰ কূলে' এনে এক আশ্চর্য কবিতা যাৰ সৃষ্টি কবিৰ তন্দ্ৰাচ্ছন্ন অৱস্থাত। কবিৰ কলম ধৰিবৰ শক্তি নাই। কবিয়ে গাই যায় — আনে লিখি লয়। দুটা স্তবক গোৱাৰ লগে লগে অসুখৰ প্ৰকোপত

তন্দ্ৰাচ্ছন্ন হৈ কবিয়ে নিদ্ৰাৰ কোলাত ঢলি পৰে। পিছে যিজনা বিশ্ব-কবিৰ কবি-মানস ভাব, কথা আৰু ছন্দৰ ভৰপূৰ সমন্বয়, সেইজনাৰ অবচেতন মনত কবিতাৰ সুৰ আৰু কল্পনাৰ জাল গুথা আপোনা আপুনিয়ে হৈ থাকে। সেয়ে মাজৰাতি সাৰ পাই উঠিয়ে, কবিয়ে অৰ্ধসমাপ্ত কবিতাৰ শেষ শাৰী কেইটাও গাই যায়; আনে লিখি লয়।

আঘাত আৰু বেদনাৰ ৰক্ত আখৰত কবিয়ে নিজক চিনি পালে। সত্য কঠিন হলেও বঞ্চনা নকৰে। সেয়ে কঠিন সত্যক কবিয়ে ভাল পালে; আৰু মৃত্যুৰ মাজেৰে জীৱনৰ ঋণ শোধ কৰিবলৈ সাজু হ'ল।

শেষ জীৱনৰ এই চাৰিটা বছৰৰ কবিতাবোৰত জীৱনৰ মধ্যাহ্নকালিন সূৰ্যৰ প্ৰখৰতা নাথাকিলেও, জীৱন সায়াহ্নত অস্তগামী সূৰ্যৰ ৰক্তিম মাধুৰ্য জানো কমিছে? বাস্তব জীৱনৰ ঘাত-প্ৰতিঘাতেৰে জৰ্জৰিত অসুস্থ অবস্থাৰ দিনবোৰত লিখা কবিতাবোৰৰ মাজতো কবি-প্ৰতিভা সমানে প্ৰভাসিত। ইমান সাবলীল আৰু স্বতঃস্ফূৰ্ত এই কাব্য-প্ৰতিভা যে মৃত্যু ত্বৰান্বিত কৰা অস্ত্ৰোপচাৰৰ কেইঘন্টামান আগতো ছন্দময় ভাষাৰে উচ্চাৰিত হ'ল বিশ্ব কবিৰ্‌ সুদীৰ্ঘ কাব্য-জীৱনৰ অন্তিম কবিতা 'তোমাৰ সৃষ্টিৰ পথ' — য'ত ছলনাময় সৃষ্টিৰ বাবে কোনো অভিযোগ নাই, আছে পূৰ্ণবিশ্বাস — ছলনাৰ মাজতো সত্যক চিনি পোৱাৰ।

'অনায়াসে যে পেৰেছে ছলনা সহিতে
সে পায় তোমাৰ হাতে
শান্তিৰ অক্ষয় অধিকাৰ।'

৩০ জুলাই সৃষ্টি হ'ল বিশ্ব কবিৰ শেষ কবিতা। সিদিনাৰ অস্ত্ৰোপচাৰেই কবিৰ জীৱন-বন্তি নিৰ্বানোমুখ কৰিলে। অস্ত্ৰোপচাৰ জনিত বিষক্ৰিয়াৰ ফলত, অভিজ্ঞ চিকিৎসক সকলৰ সকলো প্ৰচেষ্টা ব্যৰ্থ কৰি কবিৰ জীৱন-প্ৰদীপ নিৰ্বাপিত হ'ল ১৩৪৮ বংগাব্দৰ ২২ শাওন - ইং ১৯৪১ অৰ ৭ আগষ্ট - দুপৰীয়া ১২-১০ মিনিটত। অস্ত্ৰগামী ৰবিৰ কলম স্তব্ধ হ'ল চিৰদিনৰ বাবে; আৰু কোনো নতুন কবিতা সৃষ্টি হোৱাৰ অবকাশে নাথাকিল। পিছে অস্ত গ'ল এটি মহান কাব্যিক জীৱন-ৰবি মাথোন। বিশ্ব-কবিৰ কবি প্ৰতিভা চিৰ-জীৱন্ত। মৃত্যুহীন সেই অমৰ প্ৰতিভাক শত কোটি প্ৰণাম।

(শ্ৰী অমিতাভ চৌধুৰীৰ 'একত্ৰে ৰবীন্দ্ৰনাথ' কিতাপৰ পৰা কিছু তথ্য সংগ্ৰহ কৰা হৈছে)

# উছৰ্গা

"পূবালী"ৰ কপৌফুল সংখ্যাত ৰঙালী বিহুৰ ওপৰত লিখিবৰ বাবে যিজনে মোক প্ৰতিবাৰে উচটনি দিয়ে সেই শ্ৰীবেণীমাধৱলৈ স-সন্মানেৰে—

অনিলা চৌধুৰী

## —ঃ সূচীপত্ৰ ঃ—

# বহাগে পালেহি

"চ'তে গৈয়ে গৈয়ে     বহাগে পালেহি
ফুলিলে ভেবেলি লতা
কৈনো থাকো মানে     ওৰকে নপৰে
বহাগী বিহুৰে কথা ।"

ওৰ নপৰা বিহুৰ কথাকে ক'ব ওলাইছো। কব ওলাইছো ৰং ৰহইচেৰে মনবোৰ ৰাঙলি কৰা বহাগ তথা সাৰ্থকনামা ৰঙালী বিহুৰ কথা। ক'ব ওলাইছো গাঁওৰ নহয় চহৰৰ বিহুৰ কথা — যাৰ সাংস্কৃতিক প্ৰভাৱ আমাৰ চহৰীয়া জীৱনত বাৰুকৈয়ে উপলব্ধি কৰিব পাৰো।

চহৰৰ বিহু। ধৰক গুৱাহাটীৰ ৰঙালী বিহু। উজান বজাৰ, পূব গুৱাহাটী, মধ্য গুৱাহাটী, দক্ষিণ গুৱাহাটী, পশ্চিম গুৱাহাটী, নুনমাটি, নাৰেংগী, দিশপুৰ, বেলতলা, কাহিলিপাৰা, খানাপাৰা — গুৱাহাটীৰ বিহুতলিৰ অন্ত নাই। তিনি চাৰিদিন ধৰি, ল'ৰা, ডেকা, বুঢ়াই ৰঙালী বিহুৰ পতাকা উৰুৱাই, মেল-মিটিং পাতি সমজুৱাৰ মাজতে বিহুৰ বতৰা মেলি ধৰে। ডেকা গাভৰুহঁতৰ গাত তত নাইকিয়া হয়। পেপাৰ সুৰেৰে, গগনাৰ মাতেৰে, হুচুৰি গীতেৰে, ঢোলৰ ছেৱে ছেৱে বিহু নাচেৰে ৰংমঞ্চৰ কাঠৰ মজিয়া দমদমাই তোলে। অভাৱ-অনটনে বিহুৰ ৰং ধেমালি উপভোগ কৰিবলৈ বাধা দিয়ে বুলি কৰা মন্তব্যবোৰ মিছা যেন লাগে। উন্মুক্ত আকাশৰ তলত এই আনন্দোৎসৱ উপভোগ কৰিব যাওঁতে অভাৱৰ কথা পাহৰি যোৱা যায়। এনে আনন্দ টকাৰে কিনিব নালাগে যেতিয়া প্ৰাণভৰি উপভোগ কৰোতে বাধা ক'ত?

গুৱাহাটীৰ বিহুতলিবোৰত বিহুনাচৰ প্ৰতিযোগিতা চলে। চহৰৰ ৰংগমঞ্চবোৰত নাচিবলৈ আহে মদাৰ তলিৰ বিহুৱতী দল; আহে মাহতলি, নয়নপুৰ, সোনাগাওঁৰ দল। ভমকা ভমকা ফুলবছা মুগাৰ ৰিহা মেখেলা পিন্ধি, খোপাত কপৌফুলৰ মালা মেৰিয়াই, মুখত ৰং সানি, ওঠ ৰাঙলী কৰি বিহুনাচনীয়ে যেতিয়া বিহুতলিত ঢোলৰ ছেৱে ছেৱে, গগনাৰ মাতেৰে, বিহুগীতৰ সুৰেৰে কঁকাল ঘূৰাই ঘূৰাই নাচে তেতিয়া জানো আমাৰ সৌন্দৰ্য পিপাসু মনবোৰ গাঁওৰ হোজা পৰিবেশত সাধাৰণ সাজতে

প্ৰসাধনহীনভাবে নচা বিহুৱতীৰ অভাৱ অনুভৱ কৰে? চকু চাঁত মৰা বিজুলি চাকিৰ পোহৰত গাঁওৰ চোতালে চোতালে নাচিফুৰা নাচনিবোৰক নিষ্প্ৰভ যেন লাগিলহেঁতেন। বন্যাসকল বনতে সুন্দৰ। আধুনিক ৰংগমঞ্চত তেওঁলোকক যিমানে অকৃত্ৰিম হওক, নুশুৱায়। এনেদৰে আহে বিহু প্ৰতিযোগিতাত নাচিবলৈ দূৰ দূৰণিৰ গাওঁ, সৰু সৰু চহৰৰ পৰা নাচনীবোৰে; প্ৰতিযোগিতাৰ অন্তত একো একোটা বিহুতলিৰ পৰা 'বিহুকুঁৱৰী' নিৰ্বাচিত হয়। তাৰপিছত আজিকালি আকৌ 'বিহু-সম্ৰাজ্ঞী' প্ৰতিযোগিতাৰ প্ৰচলন হৈছে। বিহুকুঁৱৰীসকলে গুৱাহাটীৰ আটাইতকৈ পুৰণা বিহুতলি উজানবজাৰত প্ৰতিযোগিতামূলক বিহু নাচৰ প্ৰদৰ্শনী দেখুৱাই বিহু সম্ৰাজ্ঞী উপাধিটো জিনি লয়।

এই বিহুনাচবোৰেই গুৱাহাটীৰ বিহুতলিৰ প্ৰধান আকৰ্ষণ যদিও তাৰ লগতে আছে, ব্যংগ, হাস্য কৌতুক, লোকগীত, আধুনিক গীত আদিৰ সমাৰোহ। পশ্চিম গুৱাহাটীৰ বিহুতলিত শ্ৰীখগেন মহন্ত আৰু শ্ৰীমতী অৰ্চনা মহন্তৰ দ্বৈতসংগীতৰ কাৰ্যসূচী থাকে যদি ডঃ ভূপেন হাজৰিকাৰ স্ব-ৰচিত গীত পৰিবেশন কৰা কাৰ্যসূচী থাকে পূব-গুৱাহাটীত। বিহুবলিয়া শ্ৰোতাই পশ্চিমৰ পৰা পূবলৈ, পূবৰ পৰা পশ্চিমলৈ ঢাপলি মেলে। ইয়াৰ উপৰিও মইনুল হকৰ মূকাভিনয়, প্ৰতিমা বৰুৱা পাণ্ডেৰ গোৱালপৰীয়া লোকগীত, বিৰিঞ্চি ভট্টাচাৰ্যৰ হাস্য-কৌতুকে ৰঙালীৰ বিহুতলি আনন্দমুখৰ কৰি তোলে। গুৱাহাটীৰ বিহুতলিত ৰঙালীৰ ৰং মেলাত অনা-অসমীয়াই ভাগ লবলৈ আগবাঢ়ি আহে। সেয়ে বিহুতলিত পঞ্জাবৰ 'ভাংড়া'ও ঠাই পায়, উড়িষ্যাৰ 'ওডিচি'ও ঠাই পায়। নিভাঁজ অসমত্ৰী সংস্কৃতিৰ অন্তৰ্গত নহয় বুলি ৰঙালীৰ আনন্দোৎসৱত অসমত বসৰ্বাস কৰা অনা-অসমীয়াবোৰক বঞ্চিত কৰাটো সমীচীন জানো? আচল কথা — ৰঙালী বিহু আনন্দৰ উৎসৱ। কাক আঁতৰত ৰাখিব?

শীতৰ কোপত প্ৰকৃতিয়ে সেউজীয়া ৰূপ হেৰায়। প্ৰকৃতি প্ৰায় নঙঠা হয়। বসন্তৰ লগে লগে প্ৰকৃতি আকৌ সজীৱ হৈ উঠে। শীতৰ কঠোৰতাৰ প্ৰতিবাদ জনাবলৈ যেন প্ৰকৃতিয়ে ধুমুহাগতিত আগবাঢ়ি আহে, শীতৰ কঠোৰতাক আৰু বেছি নঙঠা ৰূপে উদঙাই দিয়ে। চিকমিক্ বিজুলীৰ গলপতা পিন্ধি ধুমুহাগতিত বৰদৈচিলাজনীয়ে ক'লা আঁচল উৰুৱাই আহে সেউজী জীৱনৰ বতৰা লৈ। নঙঠা গছবোৰে সেই বতৰৰ পৰশ পাই, যেন লাজ পাই সেউজী পাতেৰে নিজকে ঢাকি লবলৈ ব্যস্ত হৈ পৰে। প্ৰকৃতিয়ে যৌৱন পায়। প্ৰকৃতিৰ যৌৱন প্ৰাপ্তিৰ লগত প্ৰকৃতিৰে কোলাত লালিত

সন্তানবোৰৰ মনবোৰতো যৌৱনৰ পৰশ লাগে। বহাগ যৌৱনৰ মাদক ৰসত মতলীয়া হয়, আনন্দমুখৰ হয়। নাচি, বাগি, গাই এই আনন্দৰ প্ৰকাশ কৰে। এই আনন্দৰ প্ৰকাশ পিছে অকল গাঁওৰ মাজতে সীমাবদ্ধ হৈ থাকিব লাগে নে যে চহৰত পতা ৰঙালী বিহু উৎসৱক কৃত্ৰিম বুলি সমালোচনা কৰিবলৈ একশ্ৰেণী মানুহে উদ্যত হৈ থাকে? সেই সকল অৱশ্যে ৰক্ষণশীল প্ৰকৃতিৰ মানুহ। সময়ৰ পৰিবৰ্তনৰ লগে লগে যে ৰুচিবো পৰিবৰ্তন হয় — এয়া তেওঁলোকে মানিব নোখোজে। আমাৰ সভ্যতা, কৃষ্টি, সংস্কৃতি মাথো গাঁওৰ মাজতে সীমাবদ্ধ হৈ থকাটো আমি নিবিচাৰো। আমাৰ গাৱঁলীয়া ভাই-ভনীহঁতে যদি সহজ সৰল অকৃত্ৰিম গাৱঁলীয়া পৰিবেশৰ মাজতে থাকি বহাগৰ ৰঙীন আনন্দত মতলীয়া হ'ব পাৰে, আমাৰ চহৰীয়া ভাই-ভনীহঁতে চহৰৰ ৰংগমঞ্চত সেই ৰঙীন আনন্দৰ প্ৰকাশ কৰিবৰ প্ৰচেষ্টা চলালে কিয় বাৰু তাক কৃত্ৰিম বুলি উপলুঙা কৰা হয়? আনন্দৰ এটাই স্বৰূপ। সেয়া অকৃত্ৰিম। কৃত্ৰিম আনন্দ বুলি একো কথা নাই। 'দোৰপতি' আৰু গৰকাৰ মাতৰ মাজেৰে বোৱা বিহুৱান দিব নোৱাৰিলেও চহৰৰ আই, বাই, ভনীহঁতে কিনি আনি আগবঢ়োৱা বিহুৱানৰ মাজতো মিহলি হৈ থাকে মৰম, চেনেহ, হেঁপাহ আৰু সপোনবোৰ; ঢেকিশালত গুড়ি কৰা পিঠাগুৰিৰ পৰিবৰ্তে বজাৰৰ পৰা কিনি অনা পিঠাগুড়ি বা চহৰীয়া সৰু লোহাৰ খুন্দুনাৰে খুন্দা পিঠাগুড়িৰে যেতিয়া বিধে বিধে পিঠা-পনা বনাই চহৰীয়া মাকহঁতে ঘৰৰ মানুহৰ আগত বা আলহীৰ আগত জলপান হিচাপে যাচে — তেতিয়া জানো মনত প্ৰশ্ন জাগে এইবোৰ অকৃত্ৰিম নহয় বুলি? আনন্দ, মৰম, চেনেহ গাঁওৰ হলেও অকৃত্ৰিম, চহৰৰ হ'লেও অকৃত্ৰিম।

চহৰৰ বিহুতলিত বিহুনাচ, হুচৰি, গগনা-পেপাৰ মাত, ঢোলৰ ছেওঁৰ উপৰিও বাৰে ৰহণীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে বুলি আমাৰ অকল অতীতটোক সাৱটি থাকিব খোজা এচাম ৰক্ষণশীল সমাজ সচেতকে ক্ষোভ প্ৰকাশ কৰে — চহৰৰ বা লাগি সাতাম পুৰুষীয়া বিহু বিজতৰীয়া হ'ল বুলি। ৰঙালী বিহু মন প্ৰাণক আনন্দ দিব পৰা এক সাংস্কৃতিক উৎসৱ। একমাত্ৰ বিহুনাচ, হুচৰি আদিত সীমাবদ্ধ নাথাকি আমাৰ বিহুতলিবোৰ ব্যংগ, হাস্য কৌতুক, কবিতা, আধুনিক গীত, বাদ্যসংগীতেৰে ৰসাল কৰি তুলিলে দোষ ক'ত? যুগৰ পৰিবৰ্তনৰ লগে লগে, পৰিবেশৰো পৰিবৰ্তন হয়, মানুহৰ মানস-ৰুচিবো পৰিবৰ্তন হয়। আজিৰ যুগৰ মানুহে অকল স্থানীয় বিহুনাচ, বিহুগীত, বৰগীতেৰে সাংস্কৃতিক জগতখনক লক্ষ্মণ-ৰেখাৰে

সীমাবদ্ধ কৰি ৰাখিব নিবিচাৰে। আজি ন ন ৰসেৰে সাংস্কৃতিক জগতখনৰ ভঁৰাল ৰসাল কৰি তোলা হৈছে। ৰঙালী বিহু উছৱত বিহুৰ লগে লগে অসমীয়া সংস্কৃতিৰ সাতৰঙৰ ৰামধেনুখনক সমাদৰ জনালে হানি কি হ'ব? আমি বিচাৰো বাৰে বৰণীয়া ৰঙালী বিহুৰ ৰঙে আমাৰ অসমীয়া জীৱনবোৰ আনন্দত ৰঙালি কৰি তোলক। তাৰবাবে আমাৰ আনন্দ পৰিবেশনৰ মাজত আধুনিক প্ৰভাৱ পৰিলে আমি কিয় ৰাক সন্ত্ৰস্ত হৈ পৰো!

ডাঃ ভূপেন হাজৰিকাই গালে —

ৰং কিনিবা কোনে?

আজি ৰং কিনিবা কোনে?

মোনা ভৰাই ৰং আনিছো

কিনা মোনে মোনে।

তেখেতৰ লগত সুৰ মিলাই আমিও কওঁ — বহাগে গুৱাহাটীৰ বিহুতলিত ৰঙৰ বেপাৰ কৰিবলৈ আনন্দৰ ৰং মোনা ভৰাই আনিছে। আহক আমি সেই আনন্দৰ ৰং হেপাহ পলুৱাই কিনো।

# ৰঙালী বিহুৰ মাতৃৰূপ

ৰঙালী বিহু ৰঙৰ উৎসব, আনন্দৰ উৎসৱ, ডেকা-গাভৰুৰ উচ্ছল যৌৱনৰ প্ৰকাশ্য উৎসৱ। বৰদৈচিলাজনীয়ে পুৰণি বছৰৰ আবৰ্জনাবোৰ সাৰি নি নতুন বছৰ অহাৰ বাট চিকুণ কৰি তোলে, নতুন সৃষ্টিৰ পাতনি মেলে। নতুন সদায় মোহময়, আদৰণীয়, আশা-ব্যঞ্জক। নতুন বছৰক স্বাগত জনাবলৈ সেয়ে মণ-প্ৰাণ উদ্বেলিত হৈ উঠে। নতুন বছৰত, নতুন আশাত মনবোৰ সজীৱ, সতেজ সৰৱ হৈ উঠে। নতুন বছৰৰ ৰঙিয়াল ৰূপ এই ৰঙালী বিহু। প্ৰকৃতিৰ নতুন জন্মই মানৱৰ মাজতো সৃষ্টিৰ প্ৰেৰণা যোগায়। সেয়ে এই ৰঙালী বিহুত ডেকা-গাভৰুৰ মন দিয়া-নিয়াৰ চঞ্চল প্ৰকাশ মূৰ্ত হৈ উঠে। এই উৎসৱ এক কথাত প্ৰেমৰ উৎসৱ, প্ৰাণৰ উৎসৱ। যৌৱন চিৰচঞ্চল। যৌৱনৰ চঞ্চল উচ্ছল ৰূপে সেয়ে ৰঙালী বিহুৰ জৰিয়তে প্ৰকাশ পায় — নৃত্য গীতৰ তাল-মানত, গগনা-পেপাৰ উদ্দাম সুৰত, ঢোলৰ বোলত। ৰঙালী বিহুত যৌৱনৰ এই উচ্ছল ৰূপটোয়ে প্ৰকট হৈ উঠে, আনন্দ মতলীয়া ৰূপটোয়ে প্ৰকাশ হৈ পৰে। এই মতলীয়া উৎসৱৰ অন্তৰালত এক গহীন, গম্ভীৰ, নীৰৱ, অন্তঃস্ৰোতা চেনেহী ৰূপো আছে। আমি জানো সেয়া উপলব্ধি কৰো? এই নীৰৱ চেনেহীৰূপ আমাৰ মাতৃৰূপ। এই ৰূপে ৰঙালী বিহুৰ বহিৰ্মুখী ৰূপক অন্তৰ্মুখী কৰি তোলে। ডেকা-গাভৰুৰ বহিৰ্মুখী মনবোৰ যেতিয়া গাঁৱে-ভূঁঞে, পথাৰে-পথাৰে, চহৰৰ মঞ্চে মঞ্চে কমোৱা তুলাৰ নিচিনা উৰি ফুৰে, তেতিয়া ৰান্ধনি ঘৰৰ আখলৰ ওচৰত বহি জুইৰ তাপত ৰঙামুৱা হৈ কোনেনো বিধে বিধে পিঠা-পণা বনাই ল'ৰা-ছোৱালীৰ মুখৰ আগত তুলি ধৰে? বিহুৰ দিনা অহা আলহী সোধে? ঘৰৰ মাতৃ-সকলে, আইতা সকলেই এই কাম ফেৰা মূৰ পাতি লয়। ল'ৰা-ছোৱালীক বাহিৰত ৰং ৰহইচ, আনন্দ উপভোগ কৰিবলৈ পঠাই নিজান ঘৰত অকলে থাকিও নীৰৱে কামবোৰ কৰি যায়, ল'ৰা-ছোৱালীবোৰৰ মনৰ তৃপ্তিৰ লগত ৰসনাৰ তৃপ্তি পূৰণৰ বাবে।

মাঘ বিহু শেষ হওঁতে নৌহওঁতেই মাকসকল, আইতাসকল বিহুৱান বোৱাৰ যোগাৰ আৰম্ভ কৰে। সূতাত মাড় দি চেৰেকীত লৈ বাটি কাঢ়ি, ক'ণি বাছি, শালত জুৰি, মহুৰা বাটি, দিনে ৰাতিয়ে মাকোৰ খট্‌খটনি তুলি

ব্যস্ত, অতি ব্যস্ত হৈ পৰে। সংসাৰৰ আন কামবোৰো থাকে বাবে ৰাতি নৌপুৱাওতেই গছা খৰা লৈ গৈ তাঁতশালত বহি ধুনীয়া ধুনীয়া বাছুক বৰ্ণীয়া ফুল বাছিব ধৰে। অতি চেনেহৰ জনৰ বাবে অনাকটা গামোছাকেইখনো বোৱাৰ অতিৰিক্ত পৰিশ্ৰমখিনি হেলাওঁৰে স্বীকাৰ কৰি লয়। দূৰৈত থকা বিহুৰ সময়ত ঘৰলৈ আহিব নোৱাৰা ল'ৰা-ছোৱালী, নাতি-নাতিনীহঁতে যাতে ঘৰৰ পৰা আঁতৰত থাকিলেও বিহুৰ দিনা নতুন বিহুৱান এখন গাত লৈ ঘৰুৱা মৰমখিনি উপলব্ধি কৰিব পাৰে, ঘৰৰ নৈকট্য বোধ কৰিব পাৰে তাৰ বাবেই আগতীয়াকৈ বিহুৱান বোৱাৰ প্ৰস্তুতি। মৰমৰ দীঘেৰে, চেনেহৰ বানিৰে বোৱা বিহুৱানত মাক-আইতাহঁতৰ আশীৰ্বাদো পোৱা হয়।

"মূৰৰ চুলি চিঙি আশীৰ্বাদ কৰিছো
বাছা মোৰ কুশলে থাক্"— এয়া বিহুৱানৰ মৰ্মবাণী।

কিবা অসুখ-বিসুখৰ বাবে বা আন কিবা অসুবিধাৰ বাবে যদি এই বিহুৱান বোৱাত ব্যাঘাত জন্মে মাতৃমনবোৰ সমূলি শান্তি নাপায় — ইছাটি বিছাটি কৰি থাকে। বজাৰৰ পৰা কিনি অনা বিহুৱানবোৰত মৰম চেনেহ আৰু আশীৰ্বাদৰ অন্তৰ্নিহিত স্পৰ্শ নাথাকে। সেয়া মাথো বিহুৱানৰ প্ৰতীক।

যিমানে বাহিৰত মুক্ত আকাশৰ তলত, জলমল ৰঙ্গমঞ্চৰ ওপৰত বিহুবলিয়া ডেকা-গাভৰুয়ে নাচ গানৰ লাস্য তোলক, মাকহঁতে বোৱা বিহুৱানখন মূৰত, কঁকালত মাৰি ল'ব নোৱাৰিলে তেওঁলোকৰ মনত আনন্দৰ মাজতো শূন্যতা এটি থাকি যায়, আনন্দ উপভোগ যেন অপূৰ্ণ হৈ থাকে।

বাহিৰত খোৱা মিঠাই জলপানেৰে পেটটো ভৰিলেও মনটো নভৰে। মনটো ভৰে তেতিয়া, যেতিয়া মাকে বনোৱা সান্দহ, লাৰু, পিঠাৰ সোৱাদে তৃপ্তি আনে। স্নেহসিক্ত মাতৃমনবোৰে এয়া অনুভৱ কৰিব পাৰে বাবেই যিমানেই টকা-পইচাৰ নাটনি নহওক সামৰ্থ অনুযায়ী বিহুৱান বোৱে, পিঠা পনা বনায়।

আজি ৰঙালীৰ ৰং ৰইচৰ মাজত স্নেহসিক্ত এই মাতৃমনবোৰলৈ শ্ৰদ্ধা যাঁচো। মাতৃৰ আশীৰ্বাদেৰে ৰঙালীৰ আনন্দ চিৰস্থায়ী হওঁক।

# বহাগৰ প্ৰেম

চ'তৰ অসহ্য গৰম, ধূলি ধূসৰিত পৰিবেশ, পানীৰ পিয়াহ্ লাগি থকা উখৰতা। হঠাতে ধূলি-বালি উৰুৱাই ধুমুহাৰ দৰে আহে বৰদৈচিলাজনী। খন্তেকৰ কাৰণে সকলো আবৰ্জনা উৰুৱাই নি গৰমত অসহিষ্ণু প্ৰকৃতিক শীতল প্ৰলেপেৰে জুৰাই দিয়ে। প্ৰকৃতি শান্ত হয়। আকৌ পিছদিনা দেখা দিয়ে একে উত্তপ্ত পৰিবেশ। আকৌ আহিব লগা হয় বৰদৈচিলাজনী। এয়া চ'ত শেষ হৈ বহাগ অহাৰ আগজাননী। পুৰণি বছৰৰ অন্তত নতুন বছৰে পাতনি মেলে এনেদৰে।

'চ'তে গৈয়ে গৈয়ে বহাগে পালেহি
ফুলিলে ভেবেলি লতা ।'

সোনাৰুৰ হালধি গাত সানি, পলাশৰ ৰং ওঁঠত বোলাই, কৃষ্ণচূড়াৰ বেনাৰচি পিন্ধি প্ৰকৃতিয়ে কইনাজনীৰ নিচিনা সাজে। সাজনী প্ৰকৃতিৰ প্ৰভাৱ প্ৰকৃতিৰ সন্তানসকলৰ ওপৰতো পৰে। প্ৰকৃতিৰ মাজত সৃষ্টিৰ ৰোমাঞ্চ দেখা দিয়ে। মানুহৰ মনতো তাৰ প্ৰতিক্ৰিয়া হয়। পলাশৰ ৰঙে ডেকা মনবোৰকো ৰাঙলী কৰি তোলে।

মহুৰা বঁটা শেষ হয়, মাকোৰ খট্‌খটনি বন্ধ হয়, মৰমৰ দীঘেৰে, চেনেহৰ বানিৰে বোৱা বিহুৱানবোৰো বোৱা শেষ হয়। অৰ্থাৎ বহাগ আহি পালে।

মহুৰা গাবৰ ৰঙিলী, সোণপাহী, পদুমীহঁতে বিহুতলীলৈ যাবৰ মন মেলিলে, যাবৰ বাবে সাজু হ'ল।

মাকহঁতৰ চিন্তা বাঢ়িল, পাছে ৰংমন, মনবৰ, ধনাইহঁতৰ গগনাৰ মাতত, পেপাৰ সুৰত জীয়েক কেইজনীয়ে নিজকে পাহৰি গৈ ঢোলৰ ছেৱে ছেৱে ডেকা কেইটাৰ লগত নাচি সৰ্বনাশ মাতি আনে! ই গৰাকীৰ মাকে কয়— ৰঙিলী অ', ঘৰতে থাক্; ওলাই নাযাবি। সি গৰাকীৰ মাকে কয়— সোনপাহী আই অ', বিহুতলীলৈ অকলে নাযাবি। পদুমীৰ মাকে অলপ ধমকৰ সুৰতে কয়— পদুমী, ধনাইহঁতৰ লগত নেনাচিবি।

ৰঙিলী, সোনপাহী, পদুমী ইজনী সিজনীৰ পিনে চাই মিচিকি হাঁহি দিয়ে। মাকক কয়, চিন্তা নকৰিবি আই। আমি মনবৰহঁতৰ ওচৰলৈ নাযাওঁ। বিহুতলীলৈ গৈ নাচ-গানকে মাথো চাম আৰু শুনিম।

মাকহঁতে সতৰ্ক কৰি দিয়ে— বেছি পলম নকৰিবি অ' আইহঁত।

— নকৰো দে আই। যাম আৰু আহিম।

হাতত ধৰা ধৰিকৈ তিনিও ওলাল। মুগাৰ ৰিহা-মেখেলাযোৰ দেহত জাপি জাপি পিন্ধি, কাণত কেৰু, হাতত খাৰু, গলত জোনবিৰি ওলোমাই, বাৰীত ফুলা কপৌ ফুল খোপাত গুজি তিনিও ওলাল বিহুতলিলৈ বুলি। বাটতে বৰদৈচিলাজনীক লগ পালে। কাষেদি গৈ কাণত কিবা কৈ গ'ল। তিনিওৰে মনত উগুল-থুগুল ভাব। দূৰতে দেখাপালে ধলগাওঁৰ ৰংমন, মনবৰ, ধনাইহঁতক। মূৰত ৰঙা বিহুৱানৰ পাগ, কঁকালত ৰঙা ফুল-বছা বিহুৱানেৰে টঙালি বান্ধি ঢোল, গগনা, পেপা বজাই সিটো মূৰৰ পৰা আহি আছে। সোনপাহীহঁতক মনবৰহঁতেও দেখা পালে। ভৰিৰ খোজ লেহেম হ'ল। বিহুৰ নামত এনেয়ে বলিয়া হৈ আছে। তাতে ৰঙিলী, সোনপাহী, পদুমীহঁতক আহি থকা দেখি বলিয়া মনবোৰ আৰু বেছি উদ্বাউল হৈ উঠিল। দেহা সাতখন, আঠখন হ'ব যেন লাগিছে। মনবৰহঁতৰ লেহেম গতি আৰু সোনপাহীহঁতৰ খৰখেদা খোজ। বিহুতলি পায় মানে দুটা দলে লগ লাগিল।

মনবৰে মাতিলে— কি অ' সোনপাহী, আৰেৰে আহিব দিলে নে? সোনপাহীৰ মুখত দুষ্টালিৰ হাঁহি। মনবৰক জোকাবৰ উদ্দেশ্যে উত্তৰ দিলে— আৱে আহিব দিলে। পিছে তোৰ লগ লাগিবলৈ হাক দিছে। ৰংমনে টপকৈ মাতিলে— থৈ দে ঐ, আৱেৰৰ হকা বধা। এনে হেন বিহুতলীত আহি মাৰৰ কথা কোনে শুনে? তোৰো আৱে হাক দিছে নেকি অ' ৰঙিলী? ৰঙিলীৰো ৰংমনক জোকাবৰ মন। উত্তৰ দিলে— নিদিব কেলেই? তোৰ নো কি আছে যে আৱে জীয়েকক তোৰ লগ লাগিব দিব? ধনাইৰ উঠিল খং। খঙেৰে ক'লে— ঐ পদুমী আৱেৰ কথা শুনি ঘৰৰ ভিতৰতে নাথিকিলি কিয়? আমাৰ দেহাত জুই আছে, পুৰি ছাই হবি চাবি। আৱেৰে কান্দি মৰিব।' সোনপাহী, পদুমী, ৰঙিলীয়ে ইজনীয়ে সিজনীলৈ চালে আৰু কেৰাহিকৈ ৰংমনহঁতক চাই হাঁহি বিৰিঙালে। তিনও প্ৰায় একেলগে ক'লে— আমি তহঁতৰ বাবে অহা নাই নহয়। বিহু চাবলৈহে আহিছো। তহঁতৰ নো খং খাবৰ কি হ'ল?

বিহুতলিত তেতিয়া ডেকাচামে হুচৰি গাইছে। বিহুৱতী কেইগৰাকী নাচিবৰ বাবে সাজু হৈ আছে। মনবৰহঁতেও হুচৰিত যোগ দিলে। হুচৰি শেষ কৰি ঢোলত কোব মাৰি এফেৰি বিহুগীত গালে—

'চ'তে গৈয়ে গৈয়ে বহাগে পালেহি
ফুলিলে ভেবেলি লতা,

কেলেইনো ওলাই    আহিলি ঐ জান
নুশুনি মাৰৰ কথা।'

গগনাৰ মাত, পেপাৰ সুৰ একাকাৰ হৈ পৰিল। ঢোলৰ কোব খৰ হ'ল। ৰংমনহঁত প্ৰায় বলিয়া হ'ল। ৰঙিলীহঁতৰ মনবোৰতো বিহুৰ বলিয়া বা' লাগিল। থিৰেৰে থকা টানে হ'ব যেন পাইছো। উদং গাৰ ডেকাহঁতৰ সুঠাম দেহবোৰত, কি এক মাদকতা আছে। মাকহঁতৰ নিষেধবোৰ পাহৰি গ'ল। ইজনীয়ে সিজনীলৈ চাই মনৰ কথা প্ৰকাশ কৰিলে। অহা বেলি বিহুতলীলৈ আহিব পাৰে নে নাই, নাচিব পাৰে নে নাই! জানোচা বোপাইয়ে তেওঁৰ পছন্দৰ ল'ৰাজনৰ লগত বিয়াখন পাতি দিয়ে! এইবেলিৰ বিহুতে হেপাহ পলুৱাই নাচি লোৱাই ভাল।

মনবৰহঁতে গালে—

পলাশফুল ফুলিলে    মদাৰো ফুলিলে
বহাগতে কপৌও ফুলে,
তোৰো মন গ'লে,    মোৰো মন গ'লে
কি কৰিব কলিতা কুলে।

গানৰ বোলে সোনপানীহঁতক ঘৰৰ নিষেধ পাহৰাই দিলে। মাকহঁতক দিয়া প্ৰতিশ্ৰুতি বহাগৰ বলিয়া বতাহে উৰুৱাই নিলে।

বিহুৰে বা' লাগিল    তাত শালতে বহোতেই
হাতৰ পৰা সৰি পৰে মাকো,
বলিয়া মন লৈ    বিহুতলীলৈ আহিলো
চেনাই অ' নেনাচি কেনেকৈ থাকো।

খোপাত কপৌফুল মাৰি অহা সোনপাহী, ৰঙিলী, পদুমীয়ে ৰিহাৰ ফুলবছা আচলখন কঁকালত টানকৈ খুচি ল'লে। মনবৰহঁতৰ গগনা-পেপাৰ মাতৰ লগত ঢোলৰ ছেৱে ছেৱে কঁকাল ঘূৰাই ঘূৰাই নাচিব ধৰিলে। ৰংমনহঁতৰ মনত জয়ৰ উল্লাস। আনন্দ মনত নধৰা হয়। সুৰ, তাল, মান উদ্দাম হৈ উঠে । পদুমীহঁতেও কঁকাল ভাঙি ভাঙি নাচি আনন্দত বাগৰি পৰে। ইজনৰ হাঁহি সিজনীৰ মুখতো বিৰিঙি উঠে, সিজনীৰ হাঁহি ইজনৰ মনকো বলিয়া কৰে। বহাগৰ বিহুয়ে বিহুতলিক মাতাল কৰি তোলে। ডেকা গাভৰুৰ মনত প্ৰেমৰ জোৱাৰ আছে। এয়া বহাগৰ প্ৰেম। হ'ব পাৰে খন্তেকীয়া। হয়তোবা বিহুৰ উছৱ নিতাল মৰাৰ লগে লগে বলিয়া প্ৰেমো শান্ত হ'ব। পিছে বিহুবলিয়া ডেকা গাভৰুৰ এই প্ৰেম খন্তেকীয়া হ'লেও

উদ্দাম, আনন্দমধুৰ। বাস্তৱক খন্তেকৰ কাৰণে হ'লেও পাহৰাই দিয়াৰ ক্ষমতা ৰাখে। অহা বেলি বিহুৰ বাবে একো প্ৰতিশ্ৰুতি দিব নোৱাৰিলেও এই বেলিৰ বিহুতে কঠোৰ সংসাৰৰ নিৰ্মম সত্যক উলংঘা কৰি যৌৱন উত্তপ্ত দেহ-মন শাত কৰা আনন্দ আহৰণ কৰিব পাৰে। বহাগৰ এই খন্তেকীয়া প্ৰেমে ডেকা গাভৰুক অপাৰ আনন্দ দিয়াৰ ক্ষমতা ৰাখে।

# উছৰ্গা

'অসমবাণী'ৰ সহ-সম্পাদিকা স্বৰ্গীয়া মণিকা বাইদেৱে (মণিকা বৰুৱা) সম-সাময়িক ঘটনাবোৰৰ ওপৰত লিখিবলৈ মোক উদগণি দিছিল। তেখেতৰ স্মৃতিত এয়া মোৰ শ্ৰদ্ধাৰ্ঘ্য—

অনিলা

# —ঃ সূচীপত্ৰ ঃ—

# এই আন্দোলন সংকীৰ্ণতাবাদীনে?

অসমৰ অস্তিত্ব ৰক্ষাৰ বাবে বিদেশী বহিষ্কৰণৰ ন্যায্য দাবীত চলোৱা বৰ্তমান আন্দোলনৰ গুৰি ধৰোতা 'সদৌ অসম ছাত্ৰ সন্থা' আৰু 'সদৌ অসম গণসংগ্ৰাম পৰিষদ' হলেও এই আন্দোলন যে প্ৰত্যক্ষ বা পৰোক্ষ ভাবে সমৰ্থন জনোৱা, অসমক ভালপোৱা প্ৰতিজন অসমীয়াৰ আন্দোলন — সমগ্ৰ অসমৰ আন্দোলন সেয়া কোৱা বাহুল্য। এই সংগ্ৰাম জাতি, ধৰ্ম, ভাষা নিৰ্বিশেষে সমগ্ৰ অসমৰ সংগ্ৰাম। যি আন্দোলনৰ ব্যাপকতা ইমান সামগ্ৰীক, ইমান সৰ্ব সমৰ্থিত, সেই আন্দোলনক সংকীৰ্ণতাবাদী বুলি অপবাদ দিব পাৰিনে? সংকীৰ্ণতাৰ ভেটি ইমান সুদৃঢ় নহয়, সংকীৰ্ণতাৰ পৰিসৰো ইমান ব্যাপক নহয়, সংকীৰ্ণতাৰ আয়ুও ইমান দীঘলীয়া নহয়। আমাৰ যুক্তিপূৰ্ণ ন্যায়সঙ্গত সংগ্ৰামী মনোভাৱক স্বাৰ্থান্বেষীয়ে, ৰাজ্য চৰকাৰৰ অসমবৈৰী দুষ্ট চক্ৰই আৰু জানিবলৈ অনিচ্ছুক অবুজন, আকোঁৰগোজ কেন্দ্ৰীয় চৰকাৰে সাম্প্ৰদায়িক আৰু ভাষিক বুলি বিকৃত ব্যাখ্যা দিছে; বিদেশী-বুদ্ধি আৰু বিদেশী অৰ্থত আমাৰ আন্দোলন পুষ্ট বুলি অপমান কৰে, বিচ্ছিন্নতাকামী বুলি দোষাৰোপ কৰে। কিন্তু নিৰপেক্ষ দৃষ্টিৰে আন্দোলনৰ পটভূমিক চালে, সহৃদয় মনেৰে আন্দোলনৰ গতিধাৰাৰ বুজ ললে আন্দোলনৰ স্বৰূপ জনাত ভুলৰ সম্ভৱনা নিশ্চয় নাই। পিছে নিৰপেক্ষ দৃষ্টিৰে চাব কোনে? সহৃদয়তাৰে উপলব্ধি কৰিব কোনে? অসমৰ বাহিৰে, অসমীয়াৰ বাহিৰে কাৰো স্বাৰ্থততো আঘাত লগা নাই! আমাৰ জীৱন মৰণৰ সমস্যাৰ কথা সেয়ে আমিয়ে অকল ভাবিছো, আনেও ভাবক বুলি প্ৰচেষ্টা চলাবলৈ বাধ্য হৈছো। কিন্তু আমাৰ এই সং প্ৰচেষ্টাক অমানবীয়, সংকীৰ্ণ প্ৰাদেশিক, সংকীৰ্ণ সাম্প্ৰদায়িক, বিচ্ছিন্নকামী বুলি অপবাদ দি সমস্যাৰ পৰা আতৰত থাকিবলৈ বিচাৰিছে। পিছে বাংলাদেশী বিদেশীবোৰৰ বহুতৰে ধৰ্ম আমাৰ সংখ্যালঘু ধৰ্মীয় গোষ্ঠীৰ লগত এক হ'ল বুলিয়ে, আমাৰ সংখ্যালঘু বঙ্গভাষী সমাজৰ লগত একে ভাষিক গোষ্ঠীৰ হ'ল বুলিয়ে সিহঁতক আমি বিদেশী বুলি খেদিব নোৱাৰিম

এনে অযৌক্তিক কথা আমি বাক মানিম কিয়? আমাৰ মাটি, আমাৰ কাম, আমাৰ আহাৰৰ ভাগ আনক দি নিজে বঞ্চিত হব নুখুজিলেই আমি অমানবীয় হম নে? মানৱতাৰ আদর্শগত সীমা অসীম হোৱাটো বাঞ্ছনীয় হলেও কার্য্যকৰী নহয়। কার্যকাৰী নহয় বাবেই বিশ্বত ইমানবোৰ মহাদেশ, ইমানবোৰ দেশ, ইমানবোৰ ৰাজ্য, ইমানবোৰ আঞ্চলিক গোট, এক মহাজাতিৰ পৰিবর্তে স্বকীয় বৈশিষ্ট্যৰে স্বীকৃতি পোৱা জাতি, উপজাতি। গতিকে কেন্দ্রীয় চৰকাৰৰ মানৱতাৰ দোহাই সকলো ক্ষেত্রতে নচলে। নচলে বুলিয়েই পশ্চিমপ্রান্তত পাকিস্তানী অনুপ্রবেশকাৰীৰ বিৰুদ্ধে নির্মম ব্যৱস্থা লবলৈ যাওঁতে মানৱতাৰ দোহাই দিয়াৰ আৱশ্যকতাবোধ নকৰে। অথচ আমাৰ বেলিকা বেলেগ ব্যৱস্থা। সীমান্তত অবৈধ প্রবেশ অনুপ্রবেশৰ উদাৰ নীতি। নিজৰ মাটি-বাৰী, ঘৰ-দুৱাৰ, ভঁৰাল আনক দান কৰি নিজে বাটৰ ভিখাৰী হম — এনে অবাস্তৱ মানৱপ্রেম মূর্খামীৰে নামান্তৰ। আমাৰ মূৰত পৰোপকাৰৰ কঠাল ভাঙি খোৱাৰ সোৱাদ নলৈ — যি মানৱতাৰ দোহাই দি বিদেশীক পুহিব লাগে বুলি অবিবেচক পৰামর্শ আগবঢ়োৱা হয়, সেই মানবীয়বোধৰ প্রমাণ আনবোৰ ৰাজ্য আৰু কেন্দ্রীয় চৰকাৰে হাতে কলমে দেখুৱাব নোৱাৰে কিয়? স্বাধীনতা লাভৰ পিছৰে পৰা পূর্বাঞ্চলৰ বৈদেশিক সমস্যাবোৰ অকল সহজ-সৰল অসমৰ কান্ধতে জাপি দিয়াৰ এনে শিয়াল-বুদ্ধি কিয়? আমাৰ চেনেহৰ ছাত্রনেতা এজনে কোৱাৰ দৰে অসমক জাবৰ পেলোৱা 'ডাষ্টবিন' হিচাপে ভাৰতে ব্যৱহাৰ কৰিব কিয়? আনবোৰ ৰাজ্যত যেতিয়া স্বাধীনতাৰ সুফল লাভৰ পয়োভৰ, আমাৰ অসমৰ ভাগত কু-ফলৰ জাবৰৰ দ'ম কিয়? প্রগতিৰ পথত আগবাঢ়োতে আনবোৰ ৰাজ্যই যেতিয়া কেন্দ্রীয় চৰকাৰৰ মাতৃসুলভ সহানুভূতি পায়, আমাৰ প্রতি তেতিয়া মাহীমাকৰ ব্যৱহাৰ কিয়? আমি কিবা পাব লাগিলে সদায়ে কাজিয়া কৰিব লাগে কিয়? আমাৰ নিজা সম্পদ তেলৰ বাবে কাজিয়া কৰি কৰি ভাগত পালো এটুপি তেল, তেলৰ সৰহভাগ বেলেগৰ ভাগত। ৰাজ্যিক ভাষাৰ প্রচলনত যেতিয়া আনবোৰ ৰাজ্যই একোতে বাধা নাপায়, আমাৰ অসমত তেতিয়াও আন্দোলন চলাব লাগে। এতিয়াও নিজৰ সামাজিক, অর্থনৈতিক, সাংস্কৃতিক অস্তিত্ব ৰক্ষাৰ বাবে আমি সংগ্রাম কৰিবলগীয়াত পৰিছো। স্বাধীনতাৰ ৩৩ বছৰে আমি পালো কি? লাখ লাখ বিদেশী। এই লাখ লাখ বিদেশীৰ অৱস্থান সর্বভাৰতীয় সমস্যা। অথচ এই সমস্যাৰ বাবে আন্দোলন একমাত্র অসমে চলাবলগীয়া হৈছে।

আজি দীর্ঘ ন মাহ ধৰি অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ বাবে বিদেশী

বহিষ্কৰণৰ ন্যায্য দাবীত আন্দোলন চলি আছে। এটা অমূল্য বছৰকে বোধকৰোঁ আমাৰ উন্নয়ণৰ পথত বলি দিব লাগিব। তথাপি আমাৰ এই ক্ষতি মানি লৈও আমি কিমান কষ্ট স্বীকাৰ কৰিলো! ন্যায্য দাবী পূৰণৰ বাবে আমি কিমান চিঞৰিলো! আমাৰ চিঞৰ কাৰো কাণতে নপৰে, নপৰে ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ চিন্তাত ব্যস্ত ৰাজ্য চৰকাৰৰ কাণত, নপৰে ৰাজনৈতিক ক্ষমতালাভত ব্যস্ত কেন্দ্ৰীয় চৰকাৰৰ কাণত। যি এক কেন্দ্ৰীয় চৰকাৰৰ ৰাজনৈতিক সূতা টনাৰ লগে লগে পুতলা নাচ দিয়া ৰাজ্য চৰকাৰ আছিল এতিয়াতো তাকো নাই। ৰাজ্য চৰকাৰৰ নামত থকা কেন্দ্ৰীয় চৰকাৰৰ হুকুম মনা চাকৰ গোষ্ঠী এটাইনো কি শুনিব? তথাপি শুনক বুলিয়েই আমি চিঞৰিলো বহুত দিন ধৰি। নতুন প্ৰধানমন্ত্ৰীয়ে ক্ষমতাৰ গাদী দখল কৰি পুৰণি মন্ত্ৰীসভাক দোষাৰোপ কৰি আমাৰ চিঞৰবোৰত অলপ কাণপাতি সহানুভূতিৰ অভিনয় দেখুৱালে। আশাবাদী জীৱ আমি। আমাৰ অলপ আশা হ'ল— আমাৰ ন্যায্য দাবীৰ চিঞৰবোৰ কাণত পৰা বুলি। তাৰ পিছত? কাণ নহয় — আওকাণৰ ভূমিকা আৰম্ভ হ'ল। আমাৰ চিঞৰবোৰ যাতে কাণত নপৰে সেইবাবে কাণত মানৱতাৰ তুলা ভৰাই বহি ৰ'ল। আমাৰ ন্যায্যদাবীৰ বাবে চিঞৰি চিঞৰি আমাৰ টেঁটু ফালি তেজ ওলাল। আমি চিঞৰি চিঞৰি নিৰাশাত ভাগৰি কৰিলো। শেহত ভাবিলো— কাণতহে তুলা দিছে চকুতো ঢাকি ৰখা নাই। গতিকে আমাৰ দাবীবোৰ দৃষ্টিগোচৰ কৰিবৰ বাবে বেলেগ পন্থাকে লোৱা যাওক। উপায়ন্তৰ হৈ আমি আমাৰ অমূল্য সম্পদ পনীয়া সোণকে অসমৰ বাহিৰলৈ পঠোৱা বন্ধ কৰিবৰ আন্দোলন চলালো। এইবেলি আমাৰ কামে কিছু কাম দিলে। অসমীয়াক অগ্ৰাহ্য কৰিলেও অসমৰ সম্পদক জাতীয় সম্পত্তি নহয় বুলি অগ্ৰাহ্য কৰিব নোৱাৰিলে। কাণত তুলা দি বহি থকা চৰকাৰৰ চকুত নপৰাকৈ নেথাকিল। পিছে তেল বাহিৰলৈ যাবলৈ নিদিয়াটো আমাৰ মূল আন্দোলনতো নহয়, পাৰ্শ্ব আন্দোলনহে মাথোন। মূল সমস্যাৰ নিস্পত্তি হলেই, পাৰ্শ্ব আন্দোলনৰ কোনো সমস্যাই নেথাকিব। আমাৰ প্ৰধানমন্ত্ৰীৰ চকুতো পিছে অকল পাৰ্শ্ব আন্দোলনটোহে ডাঙৰকৈ পৰিল। শান্তিপূৰ্ণ গান্ধীবাদী অহিংস আন্দোলনকাৰীৰ হাতৰ পৰা আমাৰ খাৰুৱা তেল অসমৰ বাহিৰলৈ নিব নোৱাৰি প্ৰধানমন্ত্ৰীয়ে 'আঙুৰ ফল টেঙা' জাতীয় মন্তব্য দি 'অসমৰ তেল নহলেও ভাৰতৰ চলিব' বুলি ডাংকোপ মৰা কথা শুনাই আমাক ভাবুকি দিলেও আমাৰ তেল নোপোৱাত যে ভাৰতৰ অৰ্থভঁৰালৰ বুজন পৰিমাণ ক্ষতি হৱ ধৰিছে আৰু

অসমৰ তেল নহলে যে ভাৰতৰ নচলে সেয়া অস্বীকাৰ কৰিবৰ উপায় নাই। সেয়ে 'অশান্ত অঞ্চল আইন', 'সামৰিক অধ্যাদেশ', 'নিবাৰক নিৰোধ আইন' আৰু শেহতীয়া 'সান্ধ্যআইন'ৰ সহায় লৈ আমাৰ গান্ধীবাদী পিকেটিংকাৰী সকলক আতৰাই জোৰ জবৰদস্তি কৰি খাৰুৱা তেল বাহিৰলৈ নিবলৈ চৰকাৰী তৎপৰতা। এয়া অসমীয়া ৰাইজৰ সামাজিক, অর্থনৈতিক, সাংস্কৃতিক জীৱন সংগ্ৰামৰ প্ৰতি মানবীয়তাবোধৰ নিদর্শন নে অসমৰ প্ৰাকৃতিক সম্পদৰ প্ৰতি তৈমুৰলঙী মনোভাৱৰ নির্ভুল পৰিচয়?

# সাম্প্ৰতিক সংগ্ৰামৰ মাতৃৰূপ

বিদেশী শাসনৰ পৰা মুক্তি বিচাৰি চলোৱা ভাৰতৰ স্বাধীনতা আন্দোলন প্ৰায় এশ বছৰ ধৰিয়ে চলিছিল। সেই সুদীৰ্ঘ আন্দোলনত পুৰুষৰ কাষত নাৰীও আহি থিয় দি অশেষ দুখ, অবৰ্ণনীয় যাতনা সহ্য কৰিছিল। কিন্তু সেই আন্দোলনত নাৰী আহি থিয় দিছিল ভাইৰ কাষত ভনী, প্ৰিয়জনৰ কাষত প্ৰেমিকা বা বান্ধৱী, স্বামীৰ কাষত সহধৰ্মিনীৰ ৰূপত। আন্দোলনকাৰী পুৰুষৰ তুলনাত নাৰীৰ সংখ্যাও বহুতো কম আছিল। অসমত চলা সাম্প্ৰতিক আন্দোলন অবৈধ বিদেশীক বহিষ্কাৰৰ দাবী যি আন্দোলনৰ মূল দাবী — সেই আন্দোলনত অসমীয়া নাৰীৰ অংশগ্ৰহণ স্বাধীনতা যুগৰ সংখ্যা অনুপাতত বহুত বেছি। তুলনামূলকভাবে পুৰুষতকৈ অংশগ্ৰহণকাৰী নাৰীৰ সংখ্যাধিক্যও লক্ষণীয়। এই আন্দোলনত স্বাধীনতা সংগ্ৰামৰ নিচিনা ভায়েকৰ লগত ভনীয়েকে আহি সংগ্ৰামত অংশগ্ৰহণ কৰিছে, বন্ধু লগত বান্ধবীও আহি সহযোগ দিছে, পুৰুষৰ লগত নাৰীয়েও সমানে খোজ মিলাইছে। কিন্তু এই আন্দোলনত আটাইতকৈ বেছি প্ৰকট হৈ উঠিছে সংগ্ৰামী নাৰীৰ মাতৃৰূপ। মাতৃৰূপী নাৰীসমাজে গণ-সংগ্ৰামক আশীৰ্বাদপুষ্ট এক অভূতপূৰ্ব অভিনব ৰূপ দিছে। মাতৃৰ সহিষ্ণুতা আৰু অহিংস মনোভাবে তৰুণ তেজৰ সন্তানসকলে চলোৱা দীঘলীয়া আন্দোলনক সহিষ্ণু আৰু অহিংস কৰিয়ে ৰাখিব পাৰিছে। প্ৰায় এবছৰ ধৰি চৰকাৰী দমননীতিৰ মাজতো সমানে চলাই যোৱা আন্দোলন সেই সহিষ্ণুতাৰ পৰিচায়ক । অ'ত ত'ত সংঘটিত কেইটামান বিক্ষিপ্ত হিংসাত্মক দুষ্কাৰ্যৰ বাবে অহিংস আন্দোলনকাৰী দায়ী নহয় সেয়া চৰকাৰী ষড়যন্ত্ৰ, ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত, ন্যস্ত স্বাৰ্থ জড়িত আৰু সমাজবিৰোধী কু-কাৰ্যৰ অন্তৰ্গত। অসমৰ সাম্প্ৰতিক গণ-আন্দোলনত মাতৃ সমাজৰ সক্ৰিয় অংশ গ্ৰহণক চকুচৰহা কোনোবাই পিক্‌নিক্ খোৱা বুলি ব্যঙ্গ কৰিলেও, কূটচক্ৰী কোনোবাই জীয়াৰীসকলক চকিদাৰী কৰা বুলি অপযশ দিলেও নিৰপেক্ষ অথচ সহানুভূতিশীল ভাৰতীয় সমাজখনে শলাগ লৈছে, ভাৰতীয় মহিলা সমাজখনে গৌৰৱ অনুভব কৰিছে। অসমৰ আন্দোলনে ৰান্ধনিঘৰকো চুইছে বুলি কৰা অভিমতে আন্দোলনৰ

গভীৰতাকে প্ৰকাশ কৰিছে।

জ্বলন্ত বিদেশী সমস্যাৰ সমাধান বিচাৰি কৰা সাম্প্ৰতিক আন্দোলনৰ প্ৰথম আৰু প্ৰধান উদ্যোক্তা সদৌ অসম ছাত্ৰ-সন্থা। তেওঁলোকৰ কান্ধতে কান্ধ মিলাই আন্দোলনৰ বোজা কঢ়িয়াবলৈ আহিলে অভিভাবকৰূপে সদৌ অসম গণ-সংগ্ৰাম পৰিষদে। আৰু এই দুয়ো সংগঠনৰ নেতৃত্বক স্বীকাৰ কৰি লৈ আগবাঢ়ি আহি আন্দোলনত আগশাৰী ললে অসমৰ মাতৃৰূপী মহিলাসকলে। শোভাযাত্ৰা, শোকযাত্ৰা, সমদল, সত্যাগ্ৰহ, গণ-অৱস্থান, পিকেটিং, অৱৰোধ, সান্ধ্য-আইন উলংঘন, ৰণশিঙা, সংকল্পশিখা, সম্প্ৰীতি দিবস — সংগ্ৰামৰ অন্তৰ্গত সকলো কাৰ্য্যসূচীতে আগভাগ ললে আৰু লৈ আছে মাতৃসকলে। মাতৃসকলৰ দিনত কৰা ভুলবোৰ শুধৰাবৰ বাবে কৰা গণতান্ত্ৰিক আন্দোলনত ল'ৰা-ছোৱালীবোৰক তৰিলে দেশ, মৰিলে স্বৰ্গ, সংকল্পত মৰণ তুচ্ছ কৰি জাপ দিয়া দেখি মাতৃসকলে প্ৰায়শ্চিত্ত কৰিব খোজাৰ লগে লগে সন্তানক আগতে মৰিবলৈ নিদিবৰ মাতৃসুলভ মমতা আৰু দৃঢ় প্ৰতিজ্ঞাৰে আন্দোলনৰ লগত দেহে-মনে-প্ৰাণে জড়িত হৈ পৰিল। নিজৰ ল'ৰা পৰৰ ল'ৰা ভেদভাব পাহৰি গ'ল। 'আমাৰ ল'ৰাহঁতক মৰিবলৈ দিব নোৱাৰো' মনোভাবৰ দৃঢ়তা লৈ আগবাঢ়ি আহি আন্দোলনত আগশাৰী ললে মাতৃসকলে। আন্দোলনত এই যে মাতৃসকলৰ অংশ গ্ৰহণ ইয়াত ৰাজনীতিৰ স্পৰ্শ নাই, স্বাৰ্থপৰতাৰ সংকীৰ্ণ চিন্তা নাই, আছে মাথোন সন্তানসকলৰ ন্যায্য দাবী উৎথাপিত গণ সংগ্ৰামত সামগ্ৰীক সমৰ্থন। জাতিধৰ্ম নিৰ্বিশেষে, আৰ্থ-সামাজিক বৈষম্য পাহৰি সকলো শ্ৰেণীৰ মাতৃয়ে আহি আন্দোলনত আন্তৰিকতাৰে সহযোগ দিছে। শীততাপ নিয়ন্ত্ৰিত প্ৰাসাদৰ আৰামপ্ৰিয় বিলাসিনী মাতৃয়ে আহি শোভাযাত্ৰা, সমদল, সত্যাগ্ৰহৰ শাৰীত থিয় দিছে কৰ্মব্যস্ত ঘৰৰ ঘাম ঘাম গোন্ধোৱা মাতৃজনীৰ কাষতে। বাবুৰ্চিয়ে ৰন্ধা ৰসনাসিক্ত পঞ্চব্যঞ্জন পৰিবেশিত আহাৰত অভ্যস্ত মাতৃগৰাকীয়ে সু-শোভিত খোৱা মেজৰ স্বাচ্ছন্দ্য এৰি গণ অৱস্থানত বহিছে আহি পৰিয়ালৰ সকলোকে খুৱাই-বুৱাই শেষত অকণমান আঞ্জাৰে ভাত খোৱাৰ লেঠা মাৰি হাতত আৰু আঙুলিত হালধীৰ চেকা লৈ বহা মাতৃজনীৰ ওচৰতে।

অসমৰ সাম্প্ৰতিক সংগ্ৰাম ন্যায্যদাবীৰ সন্দৰ্ভত চলোৱা গণতান্ত্ৰিক অহিংসধৰ্মী পবিত্ৰ আন্দোলন। ল'ৰা-ছোৱালীৰ চৰিত্ৰ নষ্ট হোৱা আমোদ-প্ৰমোদৰ মেলা এইখন নহয় যে ল'ৰাবোৰে আন্দোলনৰ নামত লম্পটালি

কৰিব, ছোৱালীবোৰে সেই লাম্পট্যৰ বলি হ'ব আৰু মাকহঁতে আন্দোলনত আহি চকিদাৰী কৰিব। ৰাজ্যপালৰ মুখ্য উপদেষ্টাজনে যদি এনেদৰে পবিত্ৰ আন্দোলন এটাৰ স্বৰূপ ব্যাখ্যা কৰে তেতিয়া সেইজন উপদেষ্টাক মুখ্যৰ পৰিবৰ্তে মূৰ্খ উপদেষ্টা বুলি ভাবিলে আমাৰ নিশ্চয় ভুল নহয়। এনেহেন অশালীন মন্তব্যত আন্দোলনত আগভাগ লোৱা মাতৃ সমাজে মানসিক আঘাত পালেও, নিৰ্দোষ ল'ৰা-ছোৱালীৰ চৰিত্ৰৰ ওপৰত অনা বদনামত মাতৃহিচাপে অপমান সহ্য কৰিব নোৱাৰিলেও, সংগ্ৰামী মনোবল নেহেৰুৱায়। যি গণ-আন্দোলনত মাতৃস্থান অধিকাৰ কৰি সংগ্ৰামত মূৰ্তিমতী আশীৰ্বাদৰূপে নাৰীসকলে আগশাৰীত অংশ গ্ৰহণ কৰিছে, সেই শাৰীতে সদায়ে প্ৰোজ্জ্বল হৈ থাকি অকল অসমৰ নহয়, অকল ভাৰতৰ নহয়, সমগ্ৰ বিশ্বৰ বুৰঞ্জীত এক অভূতপূৰ্ব অভিনৱ অভিলেখ থৈ যাব।

অবৈধ বিদেশী সংক্ৰান্ত অসমৰ সাম্প্ৰতিক গণ-আন্দোলনক যেনেকৈ ন্যস্তস্বাৰ্থ সংশ্লিষ্ট কিছুমানৰ বাহিৰে অসমৰ আন্দোলনৰ উদ্দেশ্য, লক্ষ্য, স্বৰূপক ভাৰতৰ সকলো শ্ৰেণীৰ মানুহে সমাদৰ কৰিছে, সহানুভূতি জনাইছে, সংগ্ৰামৰ মাতৃৰূপ উপলব্ধি কৰি তেনেকৈ চমৎকৃত হৈছে, সন্মান জনাইছে, শ্ৰদ্ধাত মূৰ দোঁৱাইছে।

অসমৰ বিদেশী বহিষ্কৰণ আন্দোলনৰ সক্ৰিয় অংশগ্ৰহণকাৰী অসমীয়া মাতৃ সমাজে নিৰপেক্ষ দৃষ্টিসম্পন্ন বিশ্ব জনগণৰ সন্মান লাভৰ যোগ্যতা অৰ্জন কৰি পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী শ্ৰীজ্যোতি বসুৰ 'পিক্‌নিক্ খোৱা' উপলুঙা মন্তব্য যেনেদৰে মূৰ্খৰ বাতুলতা বুলি আওকাণ কৰিছে তেনেদৰে ৰাজ্যপালৰ মুখ্য-উপদেষ্টা শ্ৰীহৰিশচন্দ্ৰ ছাৰিনৰ জঘন্য আৰু অশালীন মন্তব্যকো কুৎসা ৰটনাকাৰীৰ কুৰুচিপূৰ্ণ মনোভাব বুলি আওকাণ কৰি ভবিষ্যতেও গণ আন্দোলনক সহ্য কৰিব নোৱাৰা আৰু কোনোবাই আৰু কিবা কৰা নীচাত্মক মন্তব্যতো কাণ নিদি, নিজৰ আদৰ্শগত লক্ষ্যৰ পিনে দুগুণ উছাহেৰে আগবাঢ়ি যাব বুলিয়েই মাতৃসকলে বিশ্বাস কৰে।□□□

# এটি অবিস্মৰণীয় দিন — ১৯ এপ্রিল

ইংৰাজী ১৯৮০ চনৰ ১৯ এপ্রিল — শনিবাৰ। অসমৰ প্রাণকেন্দ্র বৃহত্তৰ গুৱাহাটীৰ আকাশ মাটি কঁপাই আকুল, আবেগপূর্ণ আহ্বান এটিয়ে — 'আহ ঐ আহ, ওলাই আ·····হ' — আবাল বৃদ্ধ বণিতা হাড়ে হিমজুয়ে অসমীয়া গুৱাহাটীবাসী ৰাইজৰ প্রাণ-মন মতলীয়া কৰি তুলিলে। সমগ্র চহৰৰ চুকে কোনে থকা অসমীয়াই সেই আহ্বান শুনি ঘৰৰ পৰা ওলাই আহি পদুলিমুখ পালেহি, পদুলি মুখৰ পৰা উপপথ, ৰাজপথ। ৰাজপথত মহা জনসমুদ্রৰ লহৰ তুলি জীৱনৰ শংকা পাহৰি নাৰেংগী অভিমুখে সমদল যাত্রাত সঁহাৰি দিলে। এনে অপূর্ব দৃশ্য অসমত কাহানিবা কোনেও দেখিছিল নে? এনে অভূতপূর্ব ঘটনা ঘটা ইয়াৰ আগত কোনেও শুনিছিল নে? এনে আকুল, আবেগীক আমন্ত্রণৰ এনে মনোমোহা মন্ত্রই আমাৰ নিচিনা ঘৰুৱা জামেলাত জড়িত থকা বহুতকে দৈনন্দিন কামৰ কথা পাহৰাই ঘৰৰ চাৰিওবেৰৰ পৰা উদং ৰাজপথত সমদলৰ মাজত টানি আনিলে; সান্ধ্যআইনৰ নিচিনা কঠোৰতম চৰকাৰী কৌশলৰ প্রবল প্রতিবন্ধকতা নেওচি আমি জানো আগবাঢ়ি যাব পাৰিম — মনৰ এনে সন্দেহৰ দেওনা পাৰ হৈ আমাক আগুৱাই যাবলৈ উদগণি দিলে। এই আহ্বানে ঘৰৰ পৰা প্রায় সকলোকে মাতি আনিলে। প্রাতঃভ্রমণলৈ লাখুটি লৈ ওলোৱা বয়োবৃদ্ধজনেও ঘৰলৈ উভতি নগল; জনসমুদ্রৰ সংকল্প সোঁতত পৰি আগবাঢ়ি আহিব ধৰিলে। বাট বুলাত অনভ্যস্তজনেও মনৰ এক অদম্য উৎসাহত সুদীর্ঘ বাট বুলিবলৈ দ্বিধা নকৰিলে। বার্দ্ধক্যজনিত অক্ষমতাত ভাগৰি পৰা বৃদ্ধাগৰাকীয়েও বাটত জিৰণি লৈ লৈ আগুৱাই গৈয়ে থাকিল। এনে অভাৱনীয়, অতুলনীয়, সংবেদনশীল দৃশ্যৰ হৃদয়মত্তাত যদি কাৰোবাৰ হৃদয় পমি নাযায়, বুজিব লাগিব সেইজনৰ নপুংসক হৃদয়ত উপলব্ধি, অনুভূতি, সমবেদনাৰ জন্ম সম্ভৱ নহয়।

পিছে ওলাই অহাৰ এই আকুল আহ্বানৰ প্রয়োজন হ'ল কিয়? কিয় লাখ লাখ সংগ্রামী মানুহে সেই আহ্বানত সঁহাৰি দি ৰাজপথত সংকল্পৰ জোৱাৰ আনি সমদল যাত্রা কৰিলে? এই আহ্বানৰ প্রয়োজন হ'ল অন্যায়

আইনৰ প্ৰতিবাদ কৰে; এই যাত্ৰাৰ প্ৰয়োজন হ'ল অন্যায় আইনক উলংঘা কৰাৰ সংকল্প লোৱাত।

হঠাতে আচম্বিতে ১৯ এপ্ৰিলৰ শনিবাৰে আইন শৃংখলাৰ নামত দমননীতিৰ পৃষ্ঠপোষক সহানুভূতিহীন ৰাজ্যিক প্ৰশাসকমণ্ডলীৰ শনিৰ কোপত পৰিল গুৱাহাটীয়া ৰাইজ। অনিৰ্দিষ্টকালৰ বাবে সান্ধ্য আইন বলবৎ কৰা হ'ল ৰাতিপুৱা ৫ বজাতে। টোপনিৰ পৰা সাৰ পাই গুৱাহাটীবাসীয়ে আচৰিত হ'ল দৈনন্দিন জীৱন যাত্ৰাৰ সাৱলীল গতিধাৰা ব্যাহত হোৱা দেখি। চৰকাৰে সান্ধ্যআইনৰ অনিবাৰ্যতা হিচাবে কাৰণ দৰ্শালে — সাম্প্ৰদায়িক সংঘৰ্ষৰ আশংকা — যি আশংকা চৰকাৰৰ তেনেই মনে গঢ়া, তেনেই অমূলক। অমূলক নহ'লে অনিৰ্দ্দিষ্টকালৰ বাবে বলবৎ কৰা সান্ধ্য আইনৰ মিয়াদ মুঠে ৭ ঘন্টা হয় নে? ৭ঘন্টা পিছতে সাম্প্ৰদায়িক সংঘৰ্ষৰ আশংকাবোৰ নোহোৱা হয় নে?

চৰকাৰে বহুত অযৌক্তিক, মন-গঢ়া কথা কয়। ১৯ এপ্ৰিলৰ সান্ধ্যআইনৰ সমৰ্থনত কোৱা কথাষাৰো তেনে এটা মনে গঢ়া কথা। আচল কথাটো জানিবৰ বা বুজিবৰ কাৰো বাকী নাই। গণতান্ত্ৰিক আৰু অহিংসবাদী পিকেটিং বন্ধ কৰি নাৰেংগী প্ৰকল্পৰ পৰা খাৰুৱা তেলৰ প্ৰৱাহকাৰ্য পুনৰ আৰম্ভ কৰি অসমৰ বাহিৰত তেল পঠোৱাৰ সু-বন্দৱস্ত কৰি তেলৰ পিনে সজাগ কেন্দ্ৰীয় চৰকাৰক 'মোচাহাবী তেল' দিয়াই দিছপুৰীয়া চৰকাৰৰ সান্ধ্যআইন বলবৎ কৰাৰ একমাত্ৰ উদ্দেশ্য। চৰকাৰী দুৰভিসন্ধি বুজি পাই চৰকাৰৰ প্ৰচেষ্টা ব্যৰ্থ কৰিব বাবেই এই দেহ-মন-প্ৰাণ বিচলিত কৰা আকুল আহ্বান — 'আহ ঐ আ……হ, ওলা……ই আ……হ', যি আহ্বানৰ অতুলনীয় অনুক্ৰিয়া জনসমুদ্ৰৰ জোৱাৰ গতি — যাৰ অৱস্যম্ভাবী আৰু আকাংক্ষিত পৰিণাম সান্ধ্যআইনৰ অকাল অপসৰণ।

অসমৰ প্ৰাকৃতিক সম্পদৰাজিৰ ওপৰত কেন্দ্ৰীয় চৰকাৰৰ এক তৈমুৰলঙী মনোভাব আছে। সেই মনোভাবৰ বিৰুদ্ধে অসমীয়া ৰাইজে প্ৰতিবাদ জনাব খুজিলে কঠোৰ আইনৰ সহায় লৈ সেই প্ৰতিবাদক সমূলে বিনষ্ট কৰিবলৈ তৎপৰ হৈ উঠে। ১৯ এপ্ৰিলৰ সান্ধ্যআইনৰ আঁৰত চৰকাৰৰ সেই অভিপ্ৰায়ে প্ৰকট হয়। ঢল পুৱাতে হঠাতে চৰকাৰে সান্ধ্যআইন জাৰি কৰিলে। সজাগ অসমীয়া আন্দোলনকাৰীসকলে সেই আইন উলংঘা কৰি নাৰেংগীৰ তেল পৰিবহন কাৰ্য্যালয়লৈ গৈ চৰকাৰী কু-অভিসন্ধি ব্যৰ্থ কৰাৰ প্ৰয়োজনবোধ কৰিলে। সেয়ে সমদল যাত্ৰাৰ বাবে

জন-মানসক সচেতন কৰিবৰ বাবে উদাত্ত আকুল আহ্বান — 'আহ ঐ আহ, ওলাই আহ'। এই আৱাহনৰ মন্ত্ৰশক্তিত শক্তিমন্ত হৈ ওলাই অহা মহা জনসমুদ্ৰৰ প্ৰৱল সংকল্প সোঁতত ৰাতিপুৱা ৫ বজাতে বলবৎ কৰা অনিৰ্দিষ্টকালিন সান্ধ্যআইন উটি ভাহি গ'ল। কন্দুৱা গেছৰ প্ৰয়োগে আৰু লাঠিৰ কোবেও জনতাক দমাব নোৱাৰিলে। জনতাই আগবাঢ়ি গৈয়ে থাকিল। জনমতৰ আন্তৰিকতা আৰু দৃঢ়তা উপেক্ষা কৰিব নোৱাৰি ৭ ঘন্টাৰ মূৰতে চৰকাৰে সান্ধ্যআইন প্ৰত্যাহাৰ কৰিবলৈ বাধ্য হ'ল। নাৰেংগীৰ তেল কাৰ্যালয়ৰ সমুখত পিকেটিংকাৰীক প্ৰতিহত কৰিবৰ বাবে কৰা সামৰিক, অৰ্দ্ধ-সামৰিক অবৰোধো উঠাই লোৱা হ'ল। এয়া ন্যায্য দাবীৰ চূড়ান্ত জয় নহ'লেও — এই সাময়িক আৰু আংশিক জয় — মূল্য সূচক। ১৯ এপ্ৰিলৰ আইন উলংঘাৰ জয় — অন্যায়ৰ বিৰুদ্ধে ন্যায়ৰ জয়, হিংসাৰ বিৰুদ্ধে অহিংসাৰ জয়, আইন-শৃংখলাৰ নামত চলোৱা চৰকাৰী দমননীতিৰ বিৰুদ্ধে গণতান্ত্ৰিক আন্দোলনৰ জয়।

ইংৰাজী ১৯৮০ চনৰ ১৯ এপ্ৰিল অসমৰ বুৰঞ্জীত এটি অবিস্মৰণীয় দিন হিচাবেই লিপিবদ্ধ হৈ থাকিব।

# উছৰ্গা

বিভিন্ন প্ৰসংগলৈ লিখিবলৈ যিজনে মোক সদায় উৎসাহ যোগাই আছে মোৰ সেই নিত্যসংগী শ্ৰী অমৰ চৌধুৰীলৈ—

অনিলা

## —ঃ সূচীপত্ৰ ঃ—

# মামৰে ধৰা মগজুবোৰ

সেই মগজুবোৰৰ কথা কব খুজিছো — ব্যৱহাৰৰ অভাৱত যিবোৰত মামৰে ধৰিছে বা ধৰিবলৈ লৈছে। এই মগজুবোৰ বাৰু কাৰ? হব পাৰে অলকা, অহল্যা, সাৱিত্ৰী, সঙ্গীতাহঁতৰ, হ'ব পাৰে বিভা, ৰীতা, সেৱা, জ্যোতিহঁতৰ। মগজুবোৰত মামৰে ধৰে নো কিয়? এষাৰ কথাত ইয়াৰ উত্তৰ— মগজুবোৰৰ যথাযথ ব্যৱহাৰৰ অভাৱ।

আমাৰ পুৰুষ-প্ৰধান সমাজখনে তিৰোতাক সম্মান দিয়াত কাৰ্পণ্য দেখুৱায়। তিৰোতাৰ বুদ্ধিবৃত্তি, মেধাৰ প্ৰতি শ্ৰদ্ধা বৰ কম ৰাখে। বিবাহ-বন্ধনৰ মাজেৰে পুৰুষ আৰু নাৰীৰ মিলিত সংসাৰ এখন পাতোতে পুৰুষপ্ৰধান সমাজখনত পুৰুষে একো ত্যাগ কৰিব নালাগে। কিন্তু নাৰীৰ জীৱন হৈছে সীতাৰ জীৱন। সেয়ে নাৰীয়ে বহুত ধৰণৰ ত্যাগ স্বীকাৰ কৰিব লাঁগে। সংসাৰৰ সুখৰ পিনে চাওতে, আনন্দ বঢ়াওতে, শান্তি বজায় ৰাখোতে নাৰীয়ে নিজস্ব কথাবোৰ পাহৰি যাবলৈ বাধ্য হয়; মেধাবীসকলে মেধাস্ফুৰণৰ অৱসৰে নাপায়। মেধস্ফুৰণৰ অভাৱত মগজুবোৰ নিষ্ক্ৰিয় হৈ পৰে। ফলত অনাদৰত পৰি থকা লোৰ দৰে মামৰে ধৰিবৰ উপক্ৰম হয়। ভাবিলে ভাল লাগে জানো? যি গৰাকী ছোৱালীয়ে ছাত্ৰাবস্থাত সাহিত্যত পাৰদৰ্শিতা লভিবৰ বাবে কিমান সাহিত্য-চৰ্চা কৰিছিল, কিমান ন-পুৰণি, দেশী-বিদেশী সাহিত্যিকৰ ৰচনা-সম্ভাৰৰ লগত পৰিচিত হৈছিল, সেই গৰাকীয়ে বিবাহ পাশত আৱদ্ধ হোৱাৰ পিছত সংসাৰ-চক্ৰৰ নিষ্পেষণত সাহিত্যৰ পাত এখিলা মেলি পঢ়িবৰ সময় নাপায়? গণিতত পাৰদৰ্শিতা লাভ কৰা গৰাকীয়ে বিবাহোত্তৰ জীৱনত সংসাৰৰ আয়-ব্যয়ৰ যোগ-বিয়োগৰ বাহিৰে গণিতৰ একো উচ্চ-শিক্ষাকে কামত প্ৰয়োগ কৰিবৰ সুযোগ নাপায়? বিজ্ঞানৰ ছাত্ৰী গৰাকীও মেধাৰ পৰিচয়টো শিক্ষানুষ্ঠানৰ মাজতে সীমাৱদ্ধ ৰাখি তাতেই ইতি দি জীৱনৰ বেলেগ দিশত ধাপলি মেলিবলৈ বাধ্য হয়?

সঁচাকৈয়ে মনত দুখ লাগে যেতিয়া দেখো সাহিত্যত ৰসৰ সোৱাদ লোৱা গৰাকীয়ে ধুবুনীৰ নিচিনা সংসাৰৰ মলিয়ন কাপোৰৰ দ'ম চফা কৰি, মোজেইক কৰা মজিয়া ঘঁহি ঘঁহি চিকচিকিয়া কৰি ভাগৰি পৰে। যিখিনি

আজৰি সময় পায় হয়তোবা গিৰিয়েকৰ বা ল'ৰাছোৱালীৰ বাবে চুৱেটাৰ গুথোতে উলৰ ডিজাইন তোলোতে ব্যয় কৰে, কিতাপৰ পাত এখিলা মেলি পঢ়িবৰ সময়ে বিচাৰি নাপায়। দুখ লাগে দেখিলে দৰ্শনত শিক্ষা লভা গৰাকীয়ে নতুন নতুন চানেকিৰে মণিপুৰী কাপোৰ বোৱাত নিজকে ব্যস্ত ৰাখে। হয়তো উপাৰ্জনৰ বাট এটা মুকলি হয়— কিন্তু মেধাৰ অপচয় হয়। গণিতৰ বিশেষজ্ঞ গৰাকীয়ে যেতিয়া সমাজৰ ইটো সিটো অনুষ্ঠানৰ লগত জড়িত থাকি নিজকে সমাজৰ চকুত বিশেষ ঠাই পোৱা বুলি সান্ত্বনা লভে তেতিয়া মেধাৰ এনে অনাদৰ দেখি মনত অস্বস্তি বোধ হয়। আৰু বিজ্ঞানত কৃতিত্ব দেখুৱাব পৰা গৰাকীয়ে যেতিয়া মেধাৰ উৎকৰ্ষ সাধনৰ পৰিবৰ্তে বাছি লয় মনৰ খোৰাক পাবলৈ গীত-সঙ্গীত আৰু স্বামীৰ বিভাগীয় উৎসৱ অনুষ্ঠানবোৰৰ হৈ হুলস্থূলবোৰত, তেতিয়াও মনটো হতাশ হৈ পৰে মেধাৰ এনে অপব্যয় দেখি। এনে আৰু কিমান শ শ উদাহৰণ আছে! এনেদৰে পুৰুষ প্ৰধান সমাজখনত নাৰীৰ মেধাশক্তিৰ যথোচিত সমাদৰ নহয়। পৰি থকা অনাদৃত লোৰ দৰে মগজুবোৰত মামৰে ধৰিবলৈ লয়।

কৰ্মমুখী শিক্ষাবোৰত এই প্ৰশ্ন নুঠে। চিকিৎসাবিদ্যাত, কাৰিগৰী বিদ্যাত এই মগজুবোৰে নিজকে সক্ৰিয় ৰাখিবৰ সুযোগ পায়। সাধাৰণ শাখাত শিক্ষা লাভ কৰাৰ ভিতৰত যিসকলে কৰ্মময় জীৱনত প্ৰতিষ্ঠিত হব পাৰিছে মেধাৰ অপচয় তেওঁলোকৰো নহয়। প্ৰশ্ন উঠিছে সেইবোৰ মগজুৰ গৰাকীহঁতক লৈ, নানা কাৰণত যিসকলৰ মেধা প্ৰকাশৰ বাট ৰুদ্ধ হৈ যায়। এইবোৰ মগজু মামৰৰ চিকাৰ হয়। কাৰণবোৰ নো কি? তাকে অলপ আলোচনা কৰো— এই উদ্দেশ্য লৈ জানোচা এই আলোচনাৰ মাধ্যমত প্ৰতিকাৰৰ পথ বিচাৰি পোৱা যায়।

বেছিভাগ ক্ষেত্ৰত বৈবাহিক জীৱন ইয়াৰ বাবে দায়ী। কেতিয়াবা শহুৰ-শাহু, কেতিয়াবা স্বামীগৰাকী, কেতিয়াবা নাৰী নিজেও ইয়াৰ বাবে দায়ী হয়। শহুৰৰ ঘৰখন যদি সহানুভূতিশীল নহয় — বোৱাৰীজনীক সংসাৰৰ চাৰিবেৰৰ মাজতে আবদ্ধ ৰাখিবলৈ বিচাৰি কৰ্মযোগ্যতা থাকিলেও বাহিৰত চাকৰি কৰাটো অসন্মানজনক ভাবে— তেতিয়াহলে মেধাবী বোৱাৰী গৰাকীয়ে ওৰণীৰ তলতে মেধাকণ ঢাকি থব লগা হয়। প্ৰকাশৰ সুযোগ নাপায়। ইচ্ছাকৃত বা অনিচ্ছাকৃতভাবে হলেও স্বামীগৰাকীও কেতিয়াবা ইয়াৰ বাবে দায়ী হয়। বদলীৰ চাকৰিয়াল স্বামীগৰাকীৰ বাবে ইচ্ছা থাকিলেও সুযোগ ওলালেও পত্নীয়ে এঠাইতে নিগৰ্জীকৈ থাকিব নোৱাৰা হেতুকে নিজৰ মেধাৰ উপযোগী কাম কৰি যাবলৈ বাধা পায়।

কেতিয়াবা ইচ্ছাকৃতভভাবে পতিয়ে নিৰুৎসাহ কৰে। পত্নীৰ অৰ্থনৈতিক স্বাধীনতা বহুতো পতিয়ে নিবিচাৰে। নিবিচাৰে প্ৰধানতঃ দুটা কাৰণত। প্ৰথম কাৰণ তেওঁলোকৰ পৌৰুষত আঘাত লাগে। দ্বিতীয়তে তেওঁলোকে ভয়কৰে জানোচা অৰ্থনৈতিক স্বাধীনতাই পত্নীগৰাকীক দুৰ্বিনীতা কৰি তোলে। বিবাহিতা মেধাবী নাৰীয়ে পত্নীত্বৰ লগত মাতৃত্বৰ দায়িত্ব বহন কৰিব লগা হোৱাত মগজুবোৰ আৰু বেছি নিষ্ক্ৰিয় হৈ পৰে। সংসাৰত এই গৰাকী নাৰীৰ পৰিচয় বিনীতা বোৱাৰী, সুগৃহিণী আৰু আদৰ্শ মাতৃৰূপতে সীমাবদ্ধ থাকে। মেধাৰ মাধ্যমত নিজৰ স্বকীয়ত্ব, নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰাৰ সুযোগ নাপায়। নিজৰ দোষতো কিছুসংখ্যক মেধাবী মগজুৰ নাৰীয়ে নিজৰ মগজুটোক নিষ্ক্ৰিয় কৰি তুলি মামৰে ধৰিবলৈ সহায় কৰে। এই সংখ্যক বিবাহিতা নাৰীয়ে বিবাহিত জীৱনটোক জীৱনৰ নিৰ্দিষ্ট লক্ষ্যস্থান বুলি ভাবে; মাতৃত্বক জীৱনৰ চৰম লক্ষ্য বুলি মানি লয়, নিশ্চিন্ত আৰামৰ জীৱনটোয়ে তেওঁলোকৰ অভিপ্ৰেত যেন। শহুৰ শাহুয়েকৰ পৰিচৰ্যা কৰি আদৰ্শ বোৱাৰী হৈ পতিৰ সুখ স্বাচ্ছন্দ্যৰ প্ৰতি সজাগ দৃষ্টি ৰাখি সুগৃহিণীৰ আত্মপ্ৰসাদ লভি মাতৃত্বকে নাৰীৰ চৰম বিকাশ বুলি সচৰাচৰ প্ৰচলিত ধাৰণাটোকে সাৰোগত কৰি ধন্য হৈ নিশ্চিন্ত, নিৰ্বিঘ্ন জীৱন যাপন কৰিব খোজে। মগজুৰ নিজস্ব বিকাশেৰে যে নিজৰ নিজৰ ব্যক্তিত্বৰ পৰিচয় সমাজত দাঙি ধৰিব পাৰি দিন যোৱাৰ লগে লগে সেইষাৰ কথা মনত নৰখা হয়।

এনেদৰে সমাজত পাৰিপাৰ্শ্বিকতাৰ দোষত, পৰিয়ালৰ দোষত, নিজৰ দোষত, মেধাৰ অপচয় হয়।

সমাজতো কেৰোণ ধৰায়। এনেদৰে মেধাৰ অপচয়, অবক্ষয় সহ্য কৰা টান। এই অপচয় বন্ধ কৰাৰ, এই অবক্ষয় ৰোধ কৰাৰ, এই মগজুবোৰক মামৰে ধৰাৰ পৰা ৰক্ষা কৰাৰ উপায় জানো নাই? অৱশ্যে আছে। সংসাৰৰ সকলোস্তৰৰ পৰিবাৰৰ সদস্যই ইয়াত সহায় আগবঢ়াব পাৰে। পুত্ৰৰ চাকৰি কৰাটো যেনেদৰে অনিবাৰ্য, যোগ্য বোৱাৰীকো চাকৰি কৰাৰ উদাৰ সমৰ্থন দিব লাগে। চৰকাৰী বেচৰকাৰী চাকৰিৰ সুবিধা নাপালেও গৃহশিক্ষিকা হিচাপে ব্যস্ত থাকি নিজৰে মগজুৰ চৰ্চা কৰিবৰ যাতে সুবিধা পায় তাৰবাবে স্বামীগৰাকীয়ো অনুপ্ৰেৰণা দিব লাগে। মেধাবী বিবাহিতা নাৰীয়েও মধুময় সংসাৰৰ মোহত নিচাগ্ৰস্ত হৈ নিজৰ মগজুটোৰ কথা পাহৰি যাব নালাগে। সংসাৰৰ নানা কামত ব্যস্ত থাকিও কমেও ১/২ ঘন্টা নিজৰ মেধা অনুযায়ী পঢ়াশুনাত ব্যস্ত ৰাখিব পাৰিলে মগজুবোৰ নিষ্ক্ৰিয়

হৈ নপৰে, মামৰে নধৰে।

পঢ়াশুনাৰ লগতে নিজৰ মেধা অনুযায়ী চিন্তা-চৰ্চা কৰি অলপ চলপ লিখাৰ অভ্যাস ৰাখিলেও মগজুটোক সক্ৰিয় ৰখাত আৰু বেছি সহায় পোৱা যাব।

আমাৰ সমাজত পুৰুষৰ তুলনাত নাৰীৰ শিক্ষাৰ হাৰ নিচেই কম। এই কম হাৰৰ শিক্ষিতা নাৰীসকলৰ ভিতৰত আকৌ যদি নাৰীৰ মগজুবোৰক মামৰে ধৰিবলৈ দিয়া হয় সেয়া কম পৰিতাপৰ বিষয় নহয়।

# সংসাৰ ভগাৰ কাৰণ বিচাৰি

এখন নতুন সংসাৰ — এখন বিয়া। বিয়া পতা মানে কাম, ব্যস্ততা, হুলস্থূল, অৰ্থব্যয়। কইনাৰ বিধে বিধে পোছাক, বিছনা-পত্ৰ, অলংকাৰ, আচবাব, নিমন্ত্ৰণী চিঠি ছপোৱা, বিলোৱা, মানুহ মতা, ৰভা দিয়া, লুচি তৰকাৰী, ক্ৰীম মিঠাইৰ জলপানেৰে নিমন্ত্ৰিত অতিথিৰ অভ্যৰ্থনা ইমান এশ এটা কাম, ইমান কামৰ বাবে সমানে ব্যস্ততা, উপৰি ব্যয়বহুলতা। সকলো স্বীকাৰ কৰি হুলস্থূল, হৈ চৈ, আনন্দমুখৰ পৰিবেশত বহুত হেপাহেৰে ছোৱালীৰ সংসাৰ এখন পাতি দিয়া হয়; মৰমৰ মাজত তুলিতালি ডাঙৰ কৰা জীয়েকক বুকু ভাঙি হলেও বেলেগ এখন ঘৰলৈ পঠিয়াই দিয়া হয় বা বেলেগ ঘৰ এখনৰ পৰা মাকৰ বুকু শুদা কৰি বোৱাৰী অনা হয়। বহুত ৰঙীন আশা, বহুত ফলসম্ভাবী আকাংক্ষা, অপাৰ সুখ, শান্তি; উপচি পৰা আনন্দৰে ভৰপুৰ সংসাৰ এখন গঢ়ি উঠাৰ কামনা কৰা হয়। কিন্তু কিয় এনে বিচৰা সংসাৰ এখন ভাগি যায়? ইয়াৰ বাবে দায়ী কোন বা কোনসকল? কাৰণ বহুতো। তাৰ ভিতৰত ব্যতিক্ৰম থাকিলেও প্ৰধান কাৰণ কেইটামান আলোচনা কৰিব খুজিছো হিন্দু সমাজৰ পটভূমিত; কিয়নো হিন্দু সমাজতে সংসাৰ ভাগি যোৱাৰ বেদনা প্ৰকট।

এজন ল'ৰা আৰু এজনী ছোৱালীয়ে পৰিণয় সূত্ৰত আবদ্ধ হৈ দাম্পত্যজীৱন কটোৱাটোৱে সংসাৰ। সেই সংসাৰত দুটা এটা বা ততোধিক নতুন জীৱনৰ আমদানি হয়, সংসাৰ পৰিপূৰ্ণ হৈ উঠে। এই সংসাৰ চলোৱাত ভাৰতীয় সমাজত দুয়োপক্ষৰে মা, দেউতা, ভাই-ককায়েক, বাই-ভণী, আত্মীয় স্বজন সাঙোৰ খাই থাকে। বহু মানুহ, বহু মন, বহু মত। সকলোৰে মাজত এটা বুজাবুজি থাকিলেহে সমন্বয়ৰ ললিত সুৰ বাজি উঠে। নিমিলিলে বেসুৰা সঙ্গীত আৰু সঙ্গীত হৈ নাথাকে। সেয়া একধৰণৰ কলৰব। এই কলৰব আমাৰ সমাজৰ কেৰোণ। সংসাৰ এখন গঢ়ি উঠাৰ পথত ভাগি যায় এই কেৰোণ মিলোৱা-ভেজাল গাঁথনিত।

কিছু পাব লাগিলে, কিছু দিব লাগে। এয়াই হৈছে পাৰস্পৰিক বুজাবুজিৰ মূলমন্ত্ৰ, সুখৰ সংসাৰৰ ভেটি। এয়াই হৈছে সুৰৰ তাল, মান, লয়। সুৰৰ সমলয়। এই সমলয়ৰ অভাৱত, এই মূলমন্ত্ৰ জপিব নোৱাৰাত

সংসাৰৰ এনাজৰিদাল ঢিলা হৈ যায়, শেহত ছিঙি যায়; খুঁটা লৰি যায়, বেৰ ভাঙি ছিঙি যায়, চাল উৰি যায়, ঘৰখন ভাগি পৰে।

সংসাৰ পাতোতে সেয়ে কেইটামান লাগতিয়াল কথা মনত ৰাখিব লাগে, কিছুমান দায়িত্ব স্বীকাৰ কৰিব লাগে, কিছুমান কৰ্তব্য পালন কৰিব লাগে।

আমাৰ হিন্দু সমাজৰ বিয়া এখন মাঙ্গলিক অনুষ্ঠানৰ মাজত হোমাগ্নিক সাক্ষী কৰি বৈদিক মন্ত্ৰ উচ্চাৰণ কৰি সম্পন্ন হয়। এই মন্ত্ৰ শপত গ্ৰহণৰ মন্ত্ৰ। এই শপত সংসাৰ পাতোতে লোৱা দায়িত্বৰ শপত, কৰ্তব্য পালনৰ শপত। পুৰুষ প্ৰধান সমাজত পুৰুষৰ ওপৰতে সংসাৰ ৰক্ষা কৰাৰ দায়িত্ব। সেয়ে আমাৰ হিন্দু বৈদিক পদ্ধতিৰ বিয়াত শপত গ্ৰহণৰ দায়িত্বও পুৰুষৰ ওপৰতে। বিয়াৰ মন্ত্ৰদাতা হিচাপে কন্যাৰ পিতৃয়ে আৰু গ্ৰহিতা হিচাপে দৰাই উচ্চাৰণ কৰে। কন্যাৰ সুখ, দুখ, ভৰণ পোষণ চবৰে দায়িত্ব আৰু তাৰ যথাযথ পালনৰ বাবে দৰাই অগ্নিসাক্ষী কৰি অঙ্গীকাৰ কৰে। সেয়ে সংসাৰ এখন সুকলমে চলোৱাৰ প্ৰধান দায়িত্ব দৰা স্বৰূপে সেই পুৰুষজনৰে। বিয়াৰ থলীত উচ্চাৰিত শপত মন্ত্ৰৰ কথা সকলো পুৰুষে হৃদয়ঙ্গম কৰিব পাৰে জানো? দায়িত্ব পালনত নিষ্ঠা দেখুৱাব সকলোৱে পাৰে জানো? বিয়াৰ থলীৰ সপ্তপদী যাত্ৰাক অনন্ত কৰিব পাৰে জানো? সাতপাকৰ বান্ধোনত নাৰীক সহমৰ্মিনী কৰিব পাৰে জানো? নোৱাৰে। আৰু সেয়ে সমস্যাই দেখা দিয়ে। কিছুমান পুৰুষৰ দায়িত্ব পালনত শিথিল মনোভাব, সংসাৰৰ জটিলতাৰ পৰা আঁতৰত থাকিবৰ পলায়নী মনোবৃত্তিয়ে নবপৰিণীতা নাৰীক নতুন ঘৰখনৰ প্ৰতি আকৰ্ষিত হবৰ সুযোগ নিদিয়ে। মাক-দেউতাকৰ চেনেহৰ ছাঁত ডাঙৰ দীঘল হোৱা জীয়ৰীয়ে বোৱাৰী হৈ আহি শহুৰৰ ঘৰত প্ৰথম আৰু প্ৰধানভাবে বিচাৰে স্বামীৰ মৰমসনা মনোযোগ। ইয়াৰ ব্যতিক্ৰমে নকইনাৰ মনত বিকৰ্ষণৰ গুটি গজালি মেলাৰ সুবিধা পায়।

স্বামীৰ মৰমৰ লগত নকইনাই বিচাৰে শহুৰ শাহুৰ মৰম। অলপ কথাতে ইয়াৰ ব্যতিক্ৰম হলেই বোৱাৰীৰ মনত অভিমান প্ৰকট হৈ উঠা স্বাভাৱিক। নতুন ঘৰৰ প্ৰতিজন মানুহৰ আচৰণৰ লগত এৰি অহা পিতৃ-ঘৰৰ মানুহৰ আচৰণৰ পাৰ্থক্য অনুভৱ কৰে আৰু এই পাৰ্থক্য যদি প্ৰতিকূল হয় মনত ক্ষোভৰ সঞ্চাৰ হয়। সেয়ে নতুন সংসাৰ এখনত স্বামীৰ ভূমিকা প্ৰধান হলেও শহুৰ, শাহু, ননদ, দেওৰৰ ভূমিকাও কম নহয়। ঘৰৰ ল'ৰাক স্বামীৰ দায়িত্ব পালন কৰাত তেওঁলোকে সহায় আগবঢ়াব লাগে অনুকূল পৰিবেশৰ

সৃষ্টি কৰি। এৰি অহা ঘৰখনত যিমান মৰম, চেনেহ পাই আহিছে তাতোঁকৈ বেছি মৰম, চেনেহ পালেহে এৰি অহা ঘৰখনৰ আকৰ্ষণ কমি যায়; আৰু তেতিয়াহে নতুন ঘৰখনে সুখ, শান্তি আৰু আনন্দৰ ভঁৰাল হৈ উঠে। আমাৰ সমাজত শহুৰৰ ঘৰখনে যদি মনত ৰাখে যে নিজৰ জীয়েকতকৈও পৰৰ জীয়েকক বেছি মৰম চেনেহ দি বান্ধি ৰাখিব লাগে, তেতিয়া হলে সংসাৰত অশান্তি সোমোৱাৰ সুৰুঙা বহল হব নোৱাৰে।

সংসাৰ এখন মধুময় হৈ উঠাৰ বাবে স্বামী আৰু স্বামীৰ ঘৰখনৰ দায়িত্ব প্ৰথম আৰু দ্বিতীয়। তৃতীয় দায়িত্ব আহি পৰে ছোৱালীৰ পিতৃঘৰৰ। যি অগ্নিসাক্ষী কৰি পিতৃয়ে কন্যা দান কৰে — দানৰ সেই মৰ্যাদা ৰক্ষা কৰিব লাগে, দাতাৰ সেই উদাৰতাৰ মহিমা অটুট থাকিব লাগে। দান কৰাৰ অৰ্থ স্বত্ব বা অধিকাৰ লোপ কৰা। দান কৰি দানৰ সামগ্ৰীৰ ওপৰত অধিকাৰ প্ৰয়োগ কৰি থকাটোক দান কৰা নুবুজায়। ইয়াত দানৰ মৰ্যাদা হ্ৰাস পায়। দান কৰাৰ উদাৰতাৰ লগত দাতাৰ মনত মৰমত বিচলিত নোহোৱাৰ কঠোৰ সংযমো থাকিব লাগে। জীয়েকক নতুন সংসাৰত থিতাপি লবৰ সুযোগ-সুবিধা দিব লাগে। জীয়েকৰ সংসাৰত হস্তক্ষেপ কৰাৰ মূৰ্খামী কৰিব নালাগে। জীয়েকে কিবা কষ্ট পাব বুলি ভাবি প্ৰায় কথাতে মন দিব নালাগে। স্নেহান্ধ মাক-দেউতাকৰ এনে হস্তক্ষেপে জীয়েককো স্বাধীনভাবে দায়িত্ব আৰু কৰ্তব্য পালনত বাধা দিয়ে, জোঁৱায়েকৰ পৌৰুষত আৰু জোঁৱায়েকৰ ঘৰৰ মানুহবোৰৰ মৰ্য্যাদাবোধতো আঘাত কৰে। ব্যক্তি বিশেষে যেনে পাৰ্থক্য আছে, ঘৰ বিশেষেও তেনে পাৰ্থক্য থাকে। সকলোৰে নিজৰ নিচিনা হওক, সকলো ঘৰে নিজৰ ঘৰৰ নিচিনা হওক এনে আশা কৰাটো অবিবেচনা। তেওঁলোকে ভবা উচিত নিজৰ ঘৰখন যেনে নিজৰ মানত আদৰ্শ, আনৰ ঘৰো আনৰ মানত আদৰ্শ। ছোৱালীক বিয়া দি সেইখন ঘৰক নিজৰ ঘৰৰ সাঁচত পেলাবৰ অদূৰদৰ্শিতা জীয়েকৰ সংসাৰখন সুন্দৰভাৱে গঢ়ি উঠাৰ পথত হেঙাৰ স্বৰূপ।

সুখৰ সংসাৰ এখন গঢ়ি তোলাত ছোৱালীৰো নিজৰ দায়িত্ব আৰু কৰ্তব্য আছে। পুৰণিকালত এই দায়িত্ব আৰু কৰ্তব্যৰ প্ৰশ্ন সিমান নুঠিছিল, কিয়নো অপৰিণত বয়স আৰু বুদ্ধিৰ নাবালিকা ছোৱালী এজনী নতুন ঘৰত বোৱাৰী হৈ আহি নিজৰ ভূমিকা একো বুজি নাপায়। কিন্তু আজিকালিৰ ছোৱালীবোৰে অকল সাবালিকায় নহয় পৰিণত বুদ্ধি আৰু পৰ্যাপ্ত শিক্ষা লৈয়ে সংসাৰ এখন পাতিবৰ বাবে সাজু হয়। তেনে ক্ষেত্ৰত আজিৰ ছোৱালীবোৰে বুজিব লাগে সংসাৰত সামঞ্জস্য আনিব লাগিলে আনৰ

পৰা বিচৰাৰ নিচিনা নিজেও সংসাৰৰ বাবে কিছু ত্যাগ স্বীকাৰ কৰিব লাগে। নিজে একো ত্যাগ নকৰাকৈ বিচৰামতে সকলো পোৱাৰ ব্যৱসায়িক দৃষ্টিভঙ্গী সংসাৰত অচল। কিছু আৰাম ত্যাগ কৰিব লাগে, কিছু কষ্ট স্বীকাৰ কৰিব লাগে, কিছু মৰম বাটিব লাগে, কিছু মনোযোগ দিব লাগে। নিজৰ আত্মমৰ্যাদা অটুট ৰাখিব খুজিলে, আনৰ আত্মমৰ্যাদাকো সন্মান দিব লাগে। মাক-দেউতাকৰ পৰা পোৱা নিস্বাৰ্থ মৰম, আনৰ পৰা আশা কৰাটো সাংসাৰিক বুদ্ধিৰ অভাবকে সূচায়। এই অভাবেই মনত দুখ কঢ়িয়াই আনে, দুখে অশান্তি আনে, অশান্তিয়ে সমস্যাৰ সৃষ্টি কৰে, সমস্যাই বিভ্ৰান্তি আনে, বিভ্ৰান্তিয়ে বিপৰ্য্যয় আনে।

ওপৰত উল্লেখ কৰা কাৰণবোৰৰ যিকোনো এটাই সংসাৰত ভাঙোন অনাৰ কাৰণে যথেষ্ট। আৰু যদি গোটেইবোৰ কাৰণ লগ লাগে তেনেহলে সংসাৰখনক অৱশ্যম্ভাবী ভাঙোনৰ পৰা ৰক্ষা কৰিব কোনে?

দোষ এজনৰ নহয় দোষ সকলোৰে। ইজনে সিজনৰ ওপৰত দোষ যাপি দিয়াটো সত্যৰ সন্মুখীন হোৱাৰ ভয়। দোষী সকলোৱেই, দায়ী সকলোৱেই। সংসাৰক সুন্দৰ, সুদৃঢ় ভেটিত থিয় কৰি ৰখাৰ দায়িত্বও সকলোৰে। সংসাৰ এখন ভাগি নাযাবৰ কাৰণে সেই দায়িত্ববোধত আমি সচেতন হ'ব লাগে।

# "দশপুত্ৰ সম কন্যা"

কেতিয়া কাৰ মুখৰ পৰা এই শ্ৰুতিমধুৰ আপ্তবাক্যষাৰ নিঃসৰণ হৈছিল নাজানো। নাজানিলেও এইটো ধৰি ল'ব পাৰি— কোনোবা কন্যা-গৰ্বত গৰ্বিত পিতৃৰ মুখৰ পৰাই এইষাৰ বাক্য নিৰ্গত হৈছিল। বৰ সুৱলা এই আপ্তবাক্যষাৰ। এজনী জীয়ৰী দহজন ল'ৰাৰ সমান। এক আৰু দহৰ এই অনুপাতে কন্যাসন্তানৰ মূল্য দহগুণ বঢ়াইছে। এই অনুপাত দৈহিক, আৰ্থিক বা সামাজিক দিশত নহয়— সাংসাৰিক দিশতো নহয়। এয়া নান্দনিক দিশত। এখন ঘৰত দহজন ল'ৰা সন্তান থাকিলেও এজনী ছোৱালীৰ অভাৱত ঘৰখনৰ জেউতি নচৰে। ছোৱালী এজনীৰ উপস্থিতিয়ে ঘৰখন শুৱনি কৰে। দেউতাকৰ নন্দিনী, মাকৰ সকলো কামৰ সংগিনী, ভাই-ককায়েকৰ হ্লাদিনী এই কন্যাসন্তানজনী সংখ্যাত এক হ'লেও দহৰ অভাৱ পূৰণ কৰিব পাৰে।

'দশপুত্ৰ সম কন্যা' এই আপ্ত বাক্যষাৰ শুনিলে ভাব নহয় নে যে আমাৰ কন্যা-সন্তানবোৰক বহুত মূল্য দিয়া হৈছে? কিন্তু নাই; বাস্তৱত আজিকালি এই মনভুলোৱা কথাষাৰৰ কোনো মূল্যই নাই। বিয়া-বাৰু আনুষঙ্গিক বহুত কথাত কন্যা সন্তান এটি খৰছৰ বোজা; সেয়ে একৰকম অভিশাপ। পিতৃপ্ৰধান সমাজ ব্যৱস্থাত কন্যা-সন্তানক বিয়াৰ পিছত স্বামী গৃহত পঠাব লাগে। বিয়া নিদিয়ালৈকে সেয়ে কন্যাসন্তান পৰৰ বস্তু সম্ভালি ৰখা এটি বোজা মাথোন— সেয়ে অনাকাংখিতা। এই অভিশপ্তা অনাকাংখিতা কন্যাসন্তানৰ বাবে অযথা খৰছ কৰাত কিবা লাভ আছে নে? অনাহকতে খৰছ কৰি সেইতো পৰৰ ঘৰলৈ পঠিয়াই দিবই লাগিব! তাৰোপৰি যৌতুক নামৰ ৰাক্ষসটোৰ খক পূৰাব গৈ যিমান টকা নিজে নাখাইও যোগাৰ কৰিব লাগে সিমান টকাৰ খৰছ স্বীকাৰ কৰিবলৈ বাধ্য পিতৃয়ে ছোৱালীৰ পঢ়াশুনাৰ বাবে বা আনকিবা উৎকৰ্ষতাৰ বাবে আগতীয়াকৈ খৰছ কৰিবলৈ ইচ্ছা নকৰে। ভাবিলে আচৰিত লাগে যে কন্যাসন্তান সকলে সগোত্ৰা মাতৃ জাতিৰ পৰাই বেছি অনাদৰ পায়। যি গৰাকী মাতৃয়ে এদিন কোনোবা ঘৰৰ জীয়াৰী আছিল, তেওঁৰ প্ৰতি কৰা অন্যায়, অবিচাৰবোৰ উপলব্ধি কৰিছিল— সেই গৰাকীয়েই মাতৃ হৈ, আইতাক হৈ কন্যা সন্তানৰ দুখ আওকাণ কৰে, প্ৰতিকাৰৰ কোনো প্ৰচেষ্টাই

নকৰে। বিজ্ঞানে কয়— দুটা বিপৰীত শক্তিৰ মাজত আকৰ্ষণ বেছি, একে প্ৰকৃতিৰ একে গোত্ৰ হোৱা বাবে কন্যাসন্তানৰ প্ৰতি, বোৱাৰীৰ প্ৰতি আইতাক, মাক, শাহুয়েক, ননদৰ বিতৃষ্ণা বেছি। পৰিয়ালত কন্যা সন্তানৰ জন্ম হলে পৰিয়ালৰ সদস্যবোৰে সিমান আনন্দিত নহয়— যিমান আনন্দিত হয় পুত্ৰ সন্তানৰ জন্ম হ'লে। কন্যা সন্তানৰ জন্ম হোৱাৰ খবৰ পোৱাৰ লগে লগে আইতাকে নাক কোচাই মন্তব্য দিয়ে— এঃ, ছোৱালীহে হ'ল নে? কেবাজনী ছোৱালীৰ জন্মদিলে বোৱাৰীজনী শাহুয়েকৰ এলাগী হয়। কেতিয়াবা ল'ৰাৰ আকৌ বিয়া পাতিব খোজে— যেন দ্বিতীয় গৰাকী বোৱাৰীয়ে পুত্ৰ সন্তান জন্ম দিয়াটো নিশ্চিত। কন্যা সন্তানৰ জন্মৰ বাবে শাহুয়েকে বোৱাৰীজনীকে দায়ী কৰে। আধুনিক চিকিৎসা-বিজ্ঞানে পিছে প্ৰমাণ কৰিছে যে ল'ৰাই হওঁক বা ছোৱালীয়ে হওঁক সন্তানৰ এই লিংগভেদৰ বাবে দায়ী স্বামীগৰাকী অৰ্থাৎ পিতৃয়ে। স্ত্ৰীগৰাকী অৰ্থা মাতৃয়ে দায়ী নহয়।

আমাৰ পিতৃপ্ৰধান সমাজ ব্যৱস্থাত কন্যাসন্তানৰ অনাদৰ প্ৰধানতঃ এই কাৰণে হয় যে কন্যা সন্তানক বিয়া দি পৰৰ ঘৰলৈ উলিয়াই দিব লাগে। মৰমৰ জীয়াৰীজনী পৰৰ ঘৰৰ বোৱাৰী হৈ পৰ হৈ যায়। পৰৰ ঘৰৰ সম্পত্তি হোৱা বাবে পিতৃ-মাতৃৰ কোনো দাবীয়ে নাথাকে জন্মদিয়া জীয়েকজনীৰ ওপৰত। অথচ পুত্ৰ হ'লে এই চিন্তা নাথাকে। বেয়া হ'লেও ডাঙৰ হৈ পুত্ৰই পিতৃ-মাতৃক নাচালেও পুত্ৰৰ ওপৰত এটা দাবী থাকে আৰু কৰ্তব্য পৰায়ণ পিতৃ-মাতৃ ভক্ত পুত্ৰ হলেতো কথাই বেলেগ! পিতৃ-মাতৃয়ে ভবিষ্যতৰ নিৰাপত্তা পুত্ৰৰ পৰাই আশা কৰে; পৰৰ ঘৰলৈ উলিয়াই দিয়া কন্যাৰ পৰা নহয়। এনে কাৰণত আমাৰ সমাজত কন্যাসন্তান অনাদৃতা। খাছী, গাৰো আদি পাহাড়ী জনজাতি সকলৰ নিচিনা মাতৃপ্ৰধান সমাজ ব্যৱস্থা থাকিলে কন্যা সন্তানৰ মূল্য আমাৰ সমাজত বাঢ়িলেহেঁতেন। বুৰঞ্জীৰ পাতে ঢুকি নোপোৱা দিনত আদিম সমাজখন মাতৃপ্ৰধানে আছিল। কেনেকৈ যুগৰ বিবৰ্তনৰ লগে লগে সমাজ ব্যৱস্থাৰ পৰিবৰ্তন হ'ল— মাতৃৰ ঠাইত পিতৃয়ে পৰিয়ালৰ প্ৰধান হ'ল— সেয়া সামাজিক বিবৰ্তনবাদৰ কথা— বুৰঞ্জীবিদৰ গবেষণাৰ বিষয়। যি কাৰণতে হওঁক পুৰুষপ্ৰধান সমাজৰ পত্তন হোৱাৰ পৰা লহে লাহে কন্যাসন্তানৰ মৰ্যাদা হ্ৰাস পাব ধৰিলে; কন্যাসন্তান সকল অনাদৃতা হ'ব ধৰিলে; অনাকাংখিতা হৈ অন্যায় অবিচাৰৰ বলি হ'ব ধৰিলে, পুৰুষপ্ৰধান সমাজ-ব্যৱস্থাত বংশৰ ধাৰা ৰক্ষা কৰিবৰ দায়িত্ব পালে পুত্ৰসন্তানে। সেয়ে দিন যোৱাৰ লগে লগে

কন্যা সন্তানৰ মূল্য কমি যাব ধৰিলে। আৰু আজি ইমান কমি গ'ল যে আমি কন্যা সন্তানক বোজাৰ বাহিৰে তেজ-মঙহৰ প্ৰাণী বুলি ভাবিবলৈ পাহৰিলো। শৈশৱত পিতৃৰ বোজা হৈ, গাভৰুকালত বিয়াৰ পিছত পতিৰ আৰু বৃদ্ধবয়সত পুত্ৰৰ বোজা হৈ জীয়াই থকাটো আমাৰ স্ত্ৰীজাতিৰ এটা অভ্যাসত পৰিণত হ'ল।

আজি কন্যাসন্তান সকল ইমান অনাদৃতা হ'ল যে কন্যা সন্তানৰ মানসিক, শৈক্ষিক, সামাজিক, কোনোধৰণৰ উন্নতিৰ বাবে প্ৰয়োজনবোধ নকৰা হ'ল আমাৰ পিতৃ-মাতৃ অভিভাবক সকলে। পৰৰ ঘৰলৈ যাবই যেতিয়া, ছোৱালীজনীৰ ওপৰত আমাৰ কোনো অধিকাৰে নাথাকিবই যেতিয়া আমাৰ কি দৰকাৰ সেই কন্যা-সন্তানৰ বাবে অযথা খৰছ কৰাব, সেয়ে সৰুকালৰে পৰা কন্যা-সন্তানসকল সকলো প্ৰকাৰে বঞ্চিতা হয়। কন্যাসন্তানসকলক শিক্ষা দি আমাৰ কি লাভ হব এই স্বাৰ্থগত ভাবটোয়ে পিতৃ-মাতৃ অভিভাবক সকলৰ মনত প্ৰাধান্য পায়। কিন্তু এয়া স্বাৰ্থপৰতা। আমি ব্যক্তিগত লাভ-লোকচানৰ কথাকে ভাবো, স্বাৰ্থৰ কথাকে ভাবো, সমাজৰ বা সমুহীয়া স্বাৰ্থৰ কথা নাভাবো। আমাৰ ছোৱালীজনীয়ে যে পৰৰ ঘৰত বোৱাৰী হৈ গৈ এদিন মাতৃত্ব লাভ কৰিব আৰু এগৰাকী সুমাতৃ হৈ সু-পুত্ৰৰ জন্ম দি তাক ভাল মানুহ হিচাপে গঢ়ি তুলিব পাৰিব আৰু সেয়া পাৰিলে সমাজৰে লাভ— সেয়া আমি নাভাবো; নাভাবি ভুল কৰো।

আমাৰ সমাজখনে আমাৰ কন্যা-সন্তানসকলক কেনে ব্যৱহাৰ কৰে এবাৰ বিশ্লেষণ কৰি চোৱা যাওঁক।

শিক্ষাৰ পৰা বঞ্চিত ৰাখি সমাজে আমাৰ কন্যা-সন্তানবোৰক এক এন্ধাৰ জগতৰ মাজত জীয়াই থাকিবলৈ বাধ্য কৰে। জ্ঞানৰ পোহৰৰ পৰা বঞ্চিত, ঘৰৰ চাৰি দেবালৰ মাজত আবদ্ধ এয়া একধৰণৰ দাসত্ব জীৱন। এই সিদিনালৈকে পুৰুষে ইচ্ছামতে যিমান পাৰে সিমান বিয়া কৰাইছিল। পত্নী বিয়োগ হলে যথেষ্ট সংখ্যক ল'ৰা-ছোৱালী থাকিলেও নিজৰ চোৱা-মেলাৰ বাবে দাসী এজনীৰ প্ৰয়োজনবোধ কৰি দ্বিতীয়বাৰ বিয়া কৰাবলৈ তিলমাত্ৰ দ্বিধা নকৰে। অথচ ছোৱালীৰ ক্ষেত্ৰত? একো বুজন নোহোৱা বয়সতে স্বামী বিয়োগ হ'লেও কৃচ্ছ-সাধনাৰ মাজেৰে জীৱন যাপন কৰিব লাগে। অথবা জীৱন সম্বন্ধে একো বুজি উঠাৰ আগতেই মৃত পতিৰ চিতাত উঠি সহমৃতা হ'ব লাগে, নহলে সমাজৰ দৃষ্টিত সতীত্বৰ গৌৰৱ হানি হয়। লৰ্ড বেন্‌টিঙৰ নিচিনা সদাশয় বৃটীছ শাসকে সতীদাহ প্ৰথা উঠাই দিবলৈ

আইন প্ৰণয়ন কৰি সহমৃতা হোৱাৰ পৰা বিধবা কন্যাসকলক উদ্ধাৰ কৰিলে। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ নিচিনা মহান সমাজ সংস্কাৰকে বিধবা বিবাহৰ প্ৰচলন কৰি বাল-বিধবাৰ মুখত হাঁহি বিৰিঙাব খুজিলে। কিন্তু কিমান সংস্কাৰ সাধন হ'ল? জাতি-কূল ৰক্ষা কৰিবৰ বাবে অকনমানি ছোৱালী এজনীক যমৰ ওচৰ চাপিব ধৰা বুঢ়া এজনৰ লগত বিয়া দি অবধাৰিত বৈধব্যজীৱনৰ কৃচ্ছ্ৰসাধনৰ পিনে আজিও ঠেলি দিয়া হয়। বিধবা এগৰাকীক কেইজন পুৰুষে বিয়া কৰাবৰ বাবে উৎসুক হয়? আজিৰ এই বিংশ শতাব্দীৰ শেষভাগতো ৰূপমতীক সহমৃতা হ'বলৈ সমাজে বল, ভীতি প্ৰদৰ্শন কৰে। আজিও কাশীত বাস কৰা বিধবাৰ সংখ্যা কমা নাই; অৰ্থাৎ বিধবাক দ্বিতীয়বাৰ সধবা কৰাৰ চেষ্টা অতি মন্থৰ গতিতে চলি আছে। ইয়াৰ উপৰিও যৌতুক প্ৰথাৰ নিৰ্মমতাই কন্যাসন্তানক আত্মঘাতী হ'বলৈ বাধ্য কৰাইছে। এই যৌতুক লোৱাৰ বিষয়ত শিক্ষিত-অশিক্ষিত, মাৰ্জিত-অমাৰ্জিতৰ ভেদ নাই। কন্যা-সন্তান এজনীক বোৱাৰী কৰি অনাটো যেন কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃক নৰকৰ পৰা উদ্ধাৰ কৰা; আৰু এই উদ্ধাৰৰ বিনিময়ত বোৱাৰীৰ ভৰণ-পোষণ বাবদ প্ৰয়োজনতকৈ বেছি অৰ্থ বা ৰকম দাবী কৰাটো যেন যুক্তিসংগত কাম। ঘৰত কাম-বন কৰা ছোৱালী ৰাখিলে আমি বিনিময়ত ছোৱালীজনীৰ মাক, দেউতাকক বা অভিভাবকক টকা-পইছা দিওঁ। বিয়াবাৰুৰ ক্ষেত্ৰত ছোৱালীজনীক বোৱাৰী কৰি আনিলেও প্ৰকৃততে ঘৰৰ কামবন কৰা ছোৱালী হিচাপেহে অনা হয়। পিছে বিনিময়ত ছোৱালীৰ ঘৰক কিবা অৰ্থ সাহায্যৰ পৰিবৰ্তে ছোৱালীৰ ঘৰৰ পৰা অৰ্থ আদায় কৰাহে হয়। এই যৌতুক কিছুমান ল'ৰা বা ল'ৰাপক্ষই নিলাজৰ দৰে নগদ অৰ্থ হিচাপে দাবী কৰে। কিছুমানে মুখত লাজ দেখুৱাই বেলেগ ধৰণে বস্তু বা ৰকম হিচাপে বিচাৰে। ফল দুয়োটাতে একে। শহুৰৰ ঘৰখনে যৌতুক পাই খুচী হ'লে বোৱাৰীৰ সৌভাগ্য। অন্যথা বোৱাৰীৰ জীৱন দুৰ্বহ হৈ উঠে, মুক্তি পাবলৈ বিবাহিত জীৱনৰ সুখ ভোগ কৰাৰ আগতেই আত্মঘাতী হ'বলৈ বাধ্য হয়।

কন্যা-সন্তানৰ জীৱনৰ এনে কৰুণ পৰিণতিত পিতৃ-মাতৃৰ হৃদয়ত শোকৰ ছাঁ পৰে। সেয়ে অভাৱগ্ৰস্ত পিতৃ-মাতৃৰ সংসাৰত কন্যাসন্তান অনাকাংখিতা। এনে অনাকাংখিতা কন্যা সন্তানক মাতৃয়ে নিজ হাতেৰে মাৰি পেলোৱাৰ উদাহৰণো আছে।

সমাজত এই অভিশপ্তা, অনাকাংখিতা কন্যা সন্তানসকলৰ ভৱিষ্যত চিৰদিন অন্ধকাৰময় হৈয়ে থাকিব নে? নাথাকে আৰু এই নথকা কৰিবৰ

বাবে আমি মাতৃ-সমাজেই কল্যাণকামী কামত আগভাগ ল'ব লাগিব। নমাহ দহদিন ধৰি নিজৰ গৰ্ভত যি কন্যা সন্তানক মাতৃয়ে ধাৰণ কৰি থাকে সেই কন্যা সন্তানৰ এনে করুণ পৰিণতি মাতৃসকলে নিশ্চয় নিবিচাৰে। তথাপি অদৃষ্টৰ পৰিহাস এয়ে যে কন্যা সন্তানৰ অমৰ্যাদা, কন্যা সন্তানৰ প্ৰতি অবিচাৰ মাতৃ-জাতিৰ দ্বাৰাই বেছি হয়। কন্যা সন্তানৰ জন্মদাতৃ মাক সকলে ছোৱালী যাতে শহুৰেকৰ ঘৰলৈ গৈ কামবন কৰি শহুৰেকৰ ঘৰখনক সন্তুষ্ট ৰাখিব পাৰে তাৰ বাবে কন্যা সন্তানক পঢ়োৱাৰ পৰিবৰ্তে ঘৰুৱা কামবন শিকোৱাৰ ওপৰতহে বেছি গুৰুত্ব দিয়ে। আৰু ক'ব নিশ্চয় নালাগে যে শহুৰৰ ঘৰত বোৱাৰীৰ লাঞ্ছনা শাহুয়েকৰ হাততে বেছি হয়।

বিবেকচ্যুত মাতৃসকল সজাগ হ'বৰ হ'ল। ইমানদিনে কৰি অহা ক্ৰুটিখিনিৰ সংশোধন কৰিবৰ সময় হ'ল। আমি আশাবাদী। আশাৰ ৰেঙণি দেখিছো। শিক্ষিতা, প্ৰগতিবাদী নাৰী সমাজে বহুত বাধা-বিঘিনিৰ মাজতো কন্যাসন্তানৰ প্ৰতি কৰা সমাজৰ অন্যায়ৰ প্ৰতিবাদত মুখৰ হ'ব ধৰিছে। সেয়েতো আজিকালি ঘৰে ঘৰে পুত্ৰ-সন্তানৰ লগত কন্যাসন্তানকো শিক্ষিতা কৰি তোলাৰ প্ৰয়োজন বোধ দেখা দিছে। অৱশ্যে স্বীকাৰ কৰিব লাগিব এই প্ৰয়োজনবোধৰ মূলত আছে আৰ্থিক সংকট। আজি-কালিৰ মহাৰ্ঘতাৰ দিনত অকল পুত্ৰসন্তানৰ উপাৰ্জনত ঘৰ এখন চলোৱা বৰ টান। কন্যা সন্তানক বিয়াৰ বাবে বহাই ৰখাৰ বিলাসিতা এনে আৰ্থিক দুৰ্দিনত নচলে। সেয়ে কন্যাসন্তানবোৰকো শিক্ষিত কৰি তুলি উপাৰ্জনৰ বাটত আগুৱাই দিবৰ আৱশ্যক হৈছে। এয়া একৰকম শাপে বৰ। আজিৰ পিতৃ-মাতৃয়ে উপলব্ধি কৰিছে ল'ৰা সন্তান নথকা ঘৰত ছোৱালীয়ে ল'ৰাৰ অভাৱ পূৰণ কৰিবৰ সামৰ্থ্য ৰাখে। কৰ্তব্য পালনত, দায়িত্ব পালনত কন্যা সন্তান সকলে পিছপৰি নাথাকে। সেয়ে কন্যা সন্তানক পিতৃ-মাতৃয়ে উপেক্ষা নকৰা হ'ল। শিক্ষাৰ সুযোগ ল'ৰাৰ নিচিনা ছোৱালীকো দিয়া হ'ল। বাহিৰৰ জগতখনত কাম কৰাৰ বাবে ছোৱালীবোৰক উৎসাহিত কৰা হ'ল। নব্য আধুনিক যুগত শহুৰৰ ঘৰতো ছোৱালীবোৰে আগৰ তুলনাত বহুত বিষয়ত স্বাধীনতা উপভোগ কৰিব পাৰিছে। দাসীত্বৰ পৰা উন্নীত হৈ জীয়াৰী সমপৰ্যায়ত সমাদৃত হ'ব ধৰিছে। অৰ্থ উপাৰ্জনৰ ক্ষেত্ৰতো চাকৰিয়াল বোৱাৰীক সমাদৰ কৰা হৈছে। বোৱাৰীবোৰক লক্ষ্মীৰ অৱতাৰ বুলি ভাবিব লৈছে। মধ্যবিত্ত সংসাৰত চাকৰিয়াল ছোৱালীৰ বোৱাৰী হিচাপে যোগ্যতা বেছি বুলি প্ৰমাণিত হৈছে।

এয়া প্ৰগতিৰ শুভলক্ষণ। আশা ৰাখিছো 'দশপুত্ৰ সম কন্যা' আপ্ত বাক্যষাৰ যেন সত্য প্ৰমাণিত হয়; অকল নান্দনিক দিশত নহয়, আৰ্থিক, শৈক্ষিক, ব্যৱহাৰিক, মানসিক, সামাজিক সকলো দিশতে।

# বিপথগামী সন্তান আৰু মাতৃ

এটা খবৰ পঢ়ি মোৰ মাতৃমন বৰ আন্দোলিত হৈছে। খবৰ মতে ৰুবুল বৰুৱা নামৰ পোন্ধৰ বছৰীয়া স্কুলীয়া ছাত্ৰ এজনে আঢ়ৈবছৰৰ শিশু এটিক হত্যা কৰিলে। কিয়? শিশুটিৰ দেউতাকে ৰুবুলে পুনঃ পুনঃ দাবী কৰা আশী হাজাৰ টকা নিদিয়াৰ বাবে ৰুবুলৰ মাকৰ কেনে লাগিছে কব নোৱাৰো; কিন্তু নিজক ৰুবুলৰ মাকৰ ঠাইত কল্পনাকৰি মোৰ কেনে লাগিছে সেই অনুভূতি আৰু উপলব্ধিকণ প্ৰকাশ কৰিব খুজিছো।

এনে হত্যাকাৰী ল'ৰাৰ মাক হিচাপে জীৱনটোৰ প্ৰতি বিতৃষ্ণা আহে; নিজকে ছি ছি কৰিও সমূচিত তিৰষ্কাৰ কৰা নহয়; ল'ৰাক ঠিক পথেৰে চলাব নোৱাৰিলো ভাবি নিজৰ ব্যৰ্থতাৰ গ্লানি অসহ্য হৈ উঠে।

কিঁয় বাৰু ৰুবুলৰ দৰে ল'ৰাবোৰৰ কোমল মতিবোৰ ঘাতকৰ নিচিনা নিষ্ঠুৰ প্ৰবৃত্তিত পৰিবৰ্তিত হয়? দোষ অকল ৰুবুলৰ নে? নে ৰুবুলৰ মাক-দেউতাক, শিক্ষক-মণ্ডলী, পৰিবেশ, ছাত্ৰ-আন্দোলনৰ বিকৃত পৰিণাম? ৰুবুলৰ মাক-দেউতাকে নিজৰ 'কেৰিয়াৰ' লৈয়ে ব্যস্ত থাকিল বোধকৰো — যাৰ বাবে ৰুবুলৰ পিনে প্ৰয়োজনীয় দৃষ্টি ৰাখিব নোৱাৰিলে। ৰুবুলৰ মাকে জন্ম দি আৰু অলপ ডাঙৰ কৰিয়ে দায়িত্বকণ এৰা দিলে যেন পাওঁ। ৰুবুল কিয় আৰ্থিক নিৰাপত্তাৰ অভাৱ উপলব্ধি কৰিলে? দুখীয়াৰ ঘৰৰ ল'ৰাও মাক-দেউতাকৰ মৰমৰ ছাঁত থাকি আৰ্থিক অস্বাচ্ছন্দ্য মানি লয়। মাক-দেউতাকৰ সদাজাগ্ৰত স্নেহ দৃষ্টিকণ ডকাইতি, হত্যাতো দূৰৰ কথা; চুৰ কৰাৰ পৰাও সন্তানক বিৰত ৰাখে। এসাজ খাই এসাজ নাখাইও দায়িত্বশীল মৰমিয়াল মাক-দেউতাকৰ সন্তান সকলে সৎপথতে জীৱন অতিবাহিত কৰে। ৰুবুলে নিশ্চয় মাক-দেউতাকৰ মৰমৰ অভাৱৰ মাজত থাকি, সৎপথ বিচাৰি পোৱা নাই, সজ আচৰণ আয়ত্ত কৰিব পৰা নাই। বিপথগামী ৰুবুল নামৰ এই ল'ৰাটোৰ বাবে মাক-দেউতাকেই প্ৰধানতঃ দায়ী।

স্কুলীয়া পৰিবেশো ৰুবুলক সৎপথত চলিবলৈ নিশিকালে হবলা। ৰুবুলৰ নিশ্চয় শৈক্ষিক মতিগতি সুস্থ নাছিল। একাণপতীয়া হৈ পঢ়াশুনা

কৰি থকা ল'ৰাৰ মন আনপিনে ঢাল নোখোৱাটোয়ে স্বাভাৱিক। স্কুলৰ শিক্ষক মণ্ডলীয়ে ল'ৰাটোৰ সুমতিক স্থায়ীত্ব দিব পৰা নাই; পঢ়াশুনাৰ প্ৰতি আকৰ্ষণ এটা গঢ়ি তুলিব পৰা নাই।

আৰু পৰিবেশৰ কথা কব লাগিলে কব লাগিব— পৰিবেশ মুঠেও অনুকূল নাছিল। সুস্থ পৰিবেশৰ অভাৱত ৰুবুলে নিজকে সংযত কৰিব নোৱাৰিলে, নিজৰ কু মতলব বা কু অভিসন্ধি কাৰ্যকৰী কৰিবলৈ তৎপৰ হ'ল। সমনীয়াবোৰৰ পৰা সৎপথত থকাৰ চানেকি বিচাৰি নাপালে।

এই সকলোবোৰৰ উপৰিও ছাত্ৰ আন্দোলনৰ বিকৃত পৰিণামটোৱে ৰুবুলক অসৎ উপায়েৰে ধন ঘটিবলৈ উদ্‌গনি দিলে। ৰুবুলে দেখিছে, শুনিছে, কেনেকৈ ছাত্ৰ সন্থাৰ পৰা ফালৰি কাটি, উগ্ৰপন্থী দল এটাই সন্ত্ৰাসবাদৰ ওপৰত আস্থা ৰাখি কেনেদৰে নিৰীহ মানুহক ভীতি প্ৰদৰ্শন কৰি, অপহৰণ কৰি, হত্যাৰ ভাবুকি দি অসৎ উপায়েৰে ধন আহৰণ কৰাৰ পন্থা বাছি লৈছে। এইবোৰৰ পৰা প্ৰেৰণা পাইয়ে যে ৰুবুলে এনে ঘৃণনীয় কাম কৰিলে তাত কোনো সন্দেহ নাই। ল'ৰাই কাজিয়া লাগি, মাৰপিট কৰি কেতিয়াবা এটা ল'ৰাৰ হাতত আনটো ল'ৰাৰ মৃত্যু হয় - সেয়া বেলেগ কথা; সেয়া উত্তেজিত অৱস্থাৰ পৰিণাম। কিন্তু ঠাণ্ডা মূৰত পূৰ্বপৰিকল্পিতভাৱে এনে হত্যা শতমুখে নিন্দা কৰিব লগা অতি ঘৃণনীয় কাম।

এনে ঘৃণ্যতম কাম কৰি ৰুবুলে বিশ্বৰ দৰবাৰত জঘণ্য অপৰাধী ৰূপে গণ্য হৈছে। এটা নিস্পাপ শিশুক হত্যা কৰাৰ অপৰাধত নিশ্চয় ৰুবুলৰ বিচাৰ হ'ব, শাস্তি হ'ব। জীৱনটোক সুন্দৰভাৱে গঢ় দিয়াৰ সুযোগ দিবলৈ কিশোৰ অপৰাধী হিচাপে শাস্তিৰ মাত্ৰা হ্ৰাস হ'ব পাৰে; কিন্তু সেয়া আদালতৰ বিচাৰ। পিছে আমি মাতৃসকলৰ কৰিবলগীয়া জানো একো নাই।

অকল হত্যাই নহয়; চৌৰ্যবৃত্তি, বলাৎকাৰ, নিচাযুক্ত দ্ৰব্য সেৱন আদি সমাজ বহিৰ্ভূত বহু ঘৃণনীয় কামত আমাৰ চেমনীয়া, ডেকা সন্তানসকল লিপ্ত। মাতৃ হিচাপে এই বিপথগামী সন্তানসকলক সজপথ দেখুৱাবৰ দায়িত্ব আমাৰহে। মাতৃসকলৰ কৰিবলগীয়া বহুত আছে। তাৰে কিছুমান আলোচনা কৰিবলৈ লৈছো।

নমাহ দহদিন ধৰি যি সন্তানক গৰ্ভত ধাৰণ কৰো, অবৰ্ণনীয় কষ্টৰ মাজত যাক ভূমিষ্ঠ কৰো সেই নিষ্পাপ শিশুটিক আমি মাতৃসকলে নিষ্পাপ কৰি ৰাখিবৰ বাবে বহুত ত্যাগ স্বীকাৰ কৰিব লাগিব। নিজৰ সুখ

স্বাচ্ছন্দ্যক গৌণ কৰি, সন্তানৰ সুখ স্বাচ্ছন্দ্যক মুখ্য কৰিব লাগিব। সন্তানৰ অভাৱ-অভিযোগবোৰ এক কথাতে উৰাই নিদি নিজৰ সামৰ্থ্য অনুকূলে নিষ্পত্তি কৰিবৰ বাবে মনোযোগ দিব লাগিব। সন্তানৰ দুৰ্বলতা কোনখিনিত তাৰ পমখেদি সেইদুৰ্বলতা অতিক্ৰম কৰিবৰৰ বাবে সন্তানৰ সহায়ত সদা প্ৰসাৰিত হাত আগবঢ়াব লাগিব। ঘৰত মৰমৰ অভাৱবোধ কৰিলে সন্তানৰ মন বহিৰ্মুখী হয়। এই বহিৰ্বিশ্বত কিমান যে প্ৰলোভনে হাত-বাউলি দি আছে, তাৰ হিচাপ নাই। সবল মনবোৰ এই প্ৰলোভনৰ স্বৰূপ বুজি পাই নিজক চম্ভালি ৰাখিব পাৰে। কিন্তু দুৰ্বল মনবোৰ এই প্ৰলোভনৰ চিকাৰ হয়— যাৰ পৰিণামত ৰুবুলহঁতৰ নিচিনা বিপথগামী ল'ৰাৰ আবিৰ্ভাৱ হয়। মাকৰ মৰম আৰু মনোযোগেই এনে দুৰ্বল মনৰ সন্তানক উটি যোৱাৰ পৰা ৰক্ষা কৰিব পাৰে।

বহুত ঘৰত দেখিবলৈ পোৱা যায় পিতৃসকলে নিজৰ জীৱনৰ আদৰ্শ (ইংৰাজীত যাক আমি 'কেৰিয়াৰ' বুল অভিহিত কৰো) গঢ়ি তোলাতেই ব্যস্ত থাকে। সন্তানৰ ভৰণ-পোষণ, লালন-পালনৰ আৰ্থিক দায়িত্ব ললেও যথোপযুক্ত মনোযোগখিনি নিদিয়ে— যাৰ ফলত সন্তানৰ ভৱিষ্যৎ ঠিকমতে গঢ়ি উঠিব ধৰিছে নে নাই খবৰ নাৰাখে। সেইসকল আত্মকেন্দ্ৰিক পিতৃয়ে কৰ্মক্ষেত্ৰত বহিৰ্বিশ্বত নিজৰ সুনাম অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হয়; কিন্তু তেওঁলোকে পাহৰি যায় যে তেওঁলোকৰ মনোযোগৰ অভাৱত তেওঁলোকৰ ভৱিষ্যত বংশধৰসকলে যদি দুৰ্নামৰ বলি হয়, সেই দুৰ্নামৰ অংশীদাৰ তেওঁলোকেও হ'ব। সন্তানৰ দুৰ্নামৰ বাবে পিতৃৰ সুনামতো দাগ পৰে। আৰু এক ধৰণৰ পিতৃ আছে যিসকলে কন্যা সন্তানক যিমান মূৰত তোলে পুত্ৰ সন্তানক সিমান নোতোলে। মূৰত তোলা বা প্ৰশ্ৰয় দিয়া কথাটো অৱশ্যে কোনো ক্ষেত্ৰতে ভাল নহয়। মূৰত কাকো তুলিব নালাগে। কিন্তু কন্যা প্ৰিয় পিতৃ গৰাকীয়ে যদি পুত্ৰ সন্তানক নিজৰ শ্ৰেণীভুক্ত হোৱা হেতুকে প্ৰতিপক্ষৰূপে বিচাৰ কৰে সেয়া সঠিক আচৰণ নহয়। প্ৰতিপদতে ল'ৰাৰ ব্যক্তি স্বাধীনতাত হস্তক্ষেপ কৰি, প্ৰতিটো আচৰণক শাসন কৰি প্ৰতি কথাতে আপত্তি দৰ্শাই, ল'ৰাক মানসিকভাৱে বিদ্ৰোহী কৰি তোলে, যাৰ পৰিণাম শুভ নহয়। এনে ঘৰত কিছুমান মাতৃয়েও ভুল কৰে। কেতিয়াবা পিতৃৰোষৰ পৰা ল'ৰাক বচাবৰ বাবে ল'ৰাৰ দোষণীয় কাম কিছুমান গোপন ৰাখি ল'ৰাক অপ্ৰত্যক্ষভাৱে হলেও প্ৰশ্ৰয় দিয়ে; মনে মনে ল'ৰাক টকা পইছা দি ল'ৰাৰ আৰ্থিক লোভ বঢ়াই দিয়ে। এনে ঘৰত মাতৃৰ কৰ্তব্য ল'ৰাক যেতিয়া দেউতাকে অন্যায়ভাৱে

কিবা কয়— তেতিয়া ল'ৰাৰ সমুখতে প্ৰতিবাদ নজনাই, ল'ৰাৰ অগোচৰত অযথা অতিমাত্ৰা শীসন কৰাৰ পৰা বিৰত থাকিবলৈ পৰামৰ্শ দিব পাৰে। সিপিনে ল'ৰাকো মৰমৰ মাজেৰে বুজাব লাগে কোনবোৰ কাম দেউতাকৰ পছন্দ নহয়। সন্তানৰ জন্মৰ বাবে পিতৃ-মাতৃ দুয়ো অপৰিহাৰ্য। বহুত বীৰ্যৰ এটা বীৰ্য মাতৃগৰ্ভত স্থিতি ললেহে সন্তানৰ জন্ম ক্ৰিয়া আৰম্ভ হয়। সেয়ে শৌচ, প্ৰস্ৰাৱ আদি ত্যাগ কৰাৰ নিচিনা, বীৰ্যত্যাগো পিতৃৰ এটি প্ৰকৃতিগত ক্ৰিয়া মাথোন। কিন্তু এগৰাকী মাতৃ? সেই বীৰ্যটোক গৰ্ভত স্থিতি লোৱাৰ পৰা ন-মাহ দহদিন ধৰি কিমান দৈহিক কষ্টৰ মাজত, কিমান মানসিক উদ্বিগ্নতাৰ মাজত লালন-পালন কৰে! অসহ্য প্ৰসৱ যন্ত্ৰণা সহ্য কৰি সন্তানক ভূমিষ্ঠ কৰে! এই যন্ত্ৰণাৰ লাঘৱ হয় সন্তানক সুন্দৰভাৱে বাঢ়ি অহা দেখিলে। অন্যথা জন্ম দিয়াৰ কষ্ট অথলে যায়। সেয়ে সন্তানৰ সকলো দিশ সুন্দৰ ৰাখিবলৈ মাতৃৰ দায়িত্ব বেছি।

মাকৰ মৰম সহজাত অন্তঃশীলা। সেয়া অনুভৱৰ বস্তু। প্ৰকৃতিগত তাৰতম্যত সন্তানে কেতিয়াবা এই ফল্গু সদৃশ বৈ থকা মাতৃস্নেহখিনি অনুভৱ কৰিব নোৱাৰে। কেতিয়াবা পিতৃ-মাতৃৰ এগৰাকীৰ বিশেষকৈ পিতৃৰ পৰা পাব লগা মৰমখিনিৰ ঘাটি অনুভৱ কৰে। তেনে ক্ষেত্ৰত মাকৰ কৰ্তব্য পিতৃৰ মৰমখিনিৰ ঘাটি পূৰণৰ উপৰিও নিজৰ মৰমখিনিৰ বহিপ্ৰকাশ কৰা যাতে কম অনুভূতিসম্পন্ন সন্তানে ঘৰখনক মৰমৰ আশ্ৰয় থল বুলি পতিয়ন যাব পাৰে। ঘৰমুখী ল'ৰাই কেতিয়াও বিপথে নাযায়— যদি অৱশ্যে ঘৰৰ পৰিবেশ সুস্থ থাকে।

ঘৰখনত থকা অশান্তিও সন্তানক ঘৰবিমুখী কৰি তোলে। ঘৰখনত যেতিয়া মাক-দেউতাকৰ মাজত মনোমালিন্য ৰূপ, মতামত জাত দ্বন্দ কাজিয়াবোৰৰ উৎপত্তি হয়, সন্তানে সেই পৰিবেশত থাকি সুখ, স্বস্তি নাপায়; শান্তিও নাপায়। মাতৃসকল ত্যাগৰ প্ৰতীক। মাতৃসকল সহ্যশীলা এই ত্যাগ আৰু সহনশীলতাই মাতৃসকলক ঘৰৰ মুখিয়ালৰূপে পিতৃ সকলৰ বহুত অন্যায় সহ্য কৰিবলৈ শিকায়। সন্তানৰ ওপৰত কু-প্ৰভাৱ নপৰিবৰ বাবে মাতৃ-সকলে এনে ত্যাগ আৰু সহনশীলতাক একৰকম কৰ্তব্য বুলিয়ে ধৰি লব লাগে।

যিবোৰ ঘৰত মাতৃসকলে সন্তানৰ যত্নলোৱাত হেমাহি দেখুৱাই নিজৰ ব্যক্তিগত আনন্দ লাভৰ বাবে মেল, মিটিং, সমিতি আদিত অধিকাংশ সময় অতিবাহিত কৰে, সেইবোৰ ঘৰৰ প্ৰতি সন্তানে কোনো আকৰ্ষণ অনুভৱ নকৰে। সিহঁতৰ মনবোৰ বৰ্হিমুখী হয়। আৰু বাহিৰৰ পৰিবেশ যদি

প্ৰতিকূল হয় সন্তানসকলৰ ৰুচি বিকৃত হয়। এনে পৰিয়ালৰ সন্তানসকলৰ মাতৃৰ প্ৰতি কোনো শ্ৰদ্ধাৰ ভাব নথকাত — ছোৱালীতো সম্ভাব্য কথা মাতৃসমা মহিলাকো অশালীন ব্যৱহাৰ কৰা চকুত পৰে। যিমান কষ্ট কৰি সন্তান এজনক জন্ম দিয়া হয়, সেই কষ্ট অসাৰ্থক হয় — যদি সন্তানটিৰ মানসিকতা ভালদৰে গঢ় নলয়। গতিকে এনে বাহিৰত ঘূৰি ফুৰা মাতৃসকলৰ কৰ্তব্য নিজৰ ব্যক্তিস্বাধীনতা, নিজৰ অভিৰুচি, নিজৰ সুখ, আনন্দ উপভোগ কৰিলেও যেন সীমা চেৰাই নাযায়। শূন্য ঘৰখনত বাৰু সন্তানে কিহৰ আকৰ্ষণ অনুভৱ কৰিব?

মাতৃসকলে নিজৰ সংসাৰৰ আয় অনুসৰি ব্যয় কৰাৰ শিক্ষা সন্তানক দিব লাগে। আৰু এই শিক্ষা মুখৰ কথাৰে নহয়, আচাৰ-আচৰণ, কাম-কাজৰ মাজেৰে দিব লাগে। সন্তানৰ বাবে প্ৰয়োজনতকৈ বেছি ব্যয় কৰি, সন্তানক যেতিয়া যি লাগে তাৰে আবদাৰ ৰক্ষা কৰি সন্তানৰ চাহিদা বঢ়াব নালাগে। সন্তানক বিলাসপ্ৰিয় কৰি তুলিব নালাগে। কেতিয়াবা যদি অৰ্থৰ অভাৱত চাহিদাবোৰ, নিজৰ বিলাসী ইচ্ছাবোৰ পূৰণ কৰিব নোৱাৰা অৱস্থা হয়, তেতিয়াই চুৰ, ডকাইতি, ভীতিপ্ৰদৰ্শন কৰি অসৎ উপায়েৰে অৰ্থ আহৰণ কৰাৰ প্ৰবৃত্তিবোৰ মূৰ দাঙি উঠে। তেনেহলে আমি মাতৃসকলৰ কৰ্তব্য কি নিশ্চয় উপলব্ধি কৰিব পাৰো?

বৰ্তমান যুগত নিচাৰ প্ৰতি মানুহৰ আকৰ্ষণ বাঢ়ি গৈছে। অপৰিণত বুদ্ধিৰ সন্তানসকলৰ মাজত এই আকৰ্ষণ বেছি। ইয়াৰ কাৰণ হয়তো বহুতো। চাৰিওপিনৰ অ-সুখ, অশান্তি, অভাৱ, অভিযোগেৰে ভৰা পৰিবেশৰ মাজত থাকি জীৱনত আশাৰ মুখ নেদেখি, জীৱনটোক সাৰ্থক কৰি তুলিবলৈ গৈ যেতিয়া প্ৰতিপদতে প্ৰতিবন্ধকতা আহি পৰে তেতিয়া নিৰাশাত ভাঙি পৰা জীৱনবোৰ ক্ষণিক সুখ আৰু আনন্দৰ বাবে নিজৰ নৈৰাশ্যখিনি পাহৰিবলৈ নিচাৰ চিকাৰ হয়। আৰু বৰ্তমান যুগৰ এই নিচাযুক্ত দ্ৰব্যবোৰ ভাং, গাজাতকৈও ক্ষতিকৰ চৰচ, মাৰিজুৱানা, ব্ৰাউনচুগাৰৰ দৰে মৃত্যুক সময়ৰ আগতে আমন্ত্ৰণ কৰা যমদূত বিশেষ। এনে মৃত্যু কঢ়িয়াই অনা নিচাবোৰ একো একোটা বিকশিত হ'ব খোজা ফুলকলিৰ দৰে জীৱনক কেনেকৈ অকালতে মৰহি যাবলৈ বাধ্য কৰে তাৰ বহু উদাহৰণ আমি দেখিবলৈ পাও দৈনিক সংবাদপত্ৰৰ পাত মেলিলেই, চিনেমা দূৰদৰ্শনৰ ছবিবোৰ চালেই। নিজ চকুৰে দেখাৰ দুৰ্ভাগ্যও কেতিয়াবা হয়। এই নিচাবোৰ লাহে লাহে অভ্যাসত পৰিণত হয়। গতিকে এইক্ষেত্ৰত মাতৃৰ কৰ্তব্য সন্তানৰ ওপৰত সদাজাগ্ৰত দৃষ্টি ৰখা। সন্তান

অলপ ডাঙৰ হ'লে তাক চাৰিদেৱালৰ মাজত আবদ্ধ কৰি ৰাখিব নোৱাৰি। ৰখা উচিতো নহয়। বাহিৰৰ মুকলি বতাহে, মুকলি আকাশে জীৱনক সতেজ সজীৱ কৰি তোলে, বাহিৰৰ বহুজনৰ সংস্ৰৱে মানসিক উন্নতি আৰু সুস্থতাও প্ৰদান কৰে। কিন্তু প্ৰথম আঠুকঢ়া শিশুক, প্ৰথম বুলিব ধৰা শিশুক যেনেকৈ মাকে সংসাৰৰ সকলো কামৰ মাজত ব্যস্ত থাকিও সতৰ্ক দৃষ্টি ৰাখে, সন্তানে পৰিপূৰ্ণৰূপে ভাল-বেয়াৰ পাৰ্থক্য বুজিব পৰা বয়সপ্ৰাপ্ত নোহোৱালৈকে তেনেকৈ সদাজাগ্ৰত দৃষ্টি ৰখা প্ৰয়োজন। এই সদাজাগ্ৰত দৃষ্টিয়ে সন্তানৰ আচৰণৰ, ব্যৱহাৰৰ, দৈনন্দিন জীৱনধাৰাৰ তিলমাত্ৰ পৰিবৰ্তনো মাকৰ চকুত পৰাত সহায় কৰিব যাৰ ফলত মাকে সন্তানক সম্পূৰ্ণ অধঃপতনৰ আগতেই তুলি আনিব পাৰিব। জন্মৰ পৰাই সন্তানৰ লগত মাকে ইমান নিবিড়ভাৱে জড়িত থাকে যে অকণমান ব্যতিক্ৰমো ধৰিব পাৰে। বাহিৰৰ অশুভ, অবাঞ্ছিত পৰিবেশৰ পৰা সন্তানসকলক ৰক্ষা কৰিব নোৱাৰিলে মাতৃসকলে নিজৰ কৰ্তব্য যে নিষ্ঠাৰে পালন কৰিব পৰা নাই সেয়া প্ৰমাণিত হয়। মাতৃসকল এনেক্ষেত্ৰত প্ৰয়োজনত কঠোৰ হ'ব লাগিব; কিন্তু সেই কঠোৰতা যেন মৰম শূন্য নহয়।

ল'ৰা-ছোৱালীয়ে বিপথগামী হয় বেছিভাল ক্ষেত্ৰত স্কুলীয়া জীৱনত। ধান বা আন শস্য খেতি কৰোঁতে পথাৰত ধান বা শস্যৰ লগত কিছুমান অলাগতিয়াল আবৰ্জনাৰূপ জংঘলো গজি উঠে। খেতিয়কে এই জংঘলবোৰ উঠাই পেলাই দি আচল শস্যখিনিক সুন্দৰ ৰূপে বাঢ়ি আহিবলৈ সহায় কৰে। আমাৰ সন্তানসকলৰ ছাত্ৰজীৱনতো সুশিক্ষা লাভৰ পথত কিছুমান কু-শিক্ষাৰ কেৰোণ আহি পৰে। স্কুলৰ সীমিত সময়ৰ মাজত শিক্ষকসকলে কিমানখিনিয়ে বা চকু দিব পাৰে। ভাল স্কুল এখনত পঢ়িবলৈ দিছো ভাবি অভিভাৱকে নিশ্চিন্ত হৈ বহি থাকিব নালাগে। কু-শিক্ষাই সন্তানক অধঃপতনৰ পিনে টানি ল'লে সমাজে ক্ষতিগ্ৰস্ত হোৱাৰ আগতেই ক্ষতিগ্ৰস্ত হয় সন্তানৰ পিতৃ-মাতৃয়ে। এই কুশিক্ষাবোৰ সুশিক্ষালাভৰ পথৰ কেৰোণ। এইবোৰ দৃঢ়মূল হোৱাৰ আগতে উৎপাটিত কৰিব লাগে। আৰু তাৰ বাবে যত্ন ল'ব লাগে মাতা-পিতাই, বিশেষকৈ সদাজাগ্ৰত দৃষ্টি সম্পন্ন মাতৃয়ে। আজিকালিৰ সুশিক্ষিতা মাতৃসকলৰ কাৰণে এয়া একো টান কাম নহয়। এই কুশিক্ষাবোৰ কুসংগৰ পৰাই আহে। গতিকে কুসংগৰ প্ৰভাৱ মুক্ত হবৰ দৃঢ় মানসিকতা সন্তানৰ মাজত গঢ়ি তুলিব লাগিব মাতৃসকলেই। শিক্ষকৰ উপদেশ যি ক্ষেত্ৰত নীৰস নীতি

কথা মাথোন, শাস্তি মাথোন কঠোৰতা, মাতৃৰ মৰমসনা উপদেশ সিক্তেত্ৰত শিৰঃ বেদনাৰ শান্ত প্ৰলেপ।

বৰ্তমানৰ বিভ্ৰান্তকৰ ৰাজনৈতিক পৰিবেশত আন্দোলনপন্থী দল উপদলবোৰৰ বিশ্লেষণ কৰিব গৈ আজি মাতৃ হিচাপে এটা কথা সুঁৱৰিছো। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত আমাৰ ছাত্ৰ সন্তানসকলে যেতিয়া জপিয়াই পৰিছিল; তেতিয়া মাতৃসকলেও এই ছাত্ৰ আন্দোলনত অংশ গ্ৰহণ কৰি আন্দোলনৰ মাজত মাতৃ চেনেহৰ পৰশ বোলাই আন্দোলনক মানবীয় কৰি ৰাখিছিল। মোৰ নিজস্ব ধাৰণা — ছাত্ৰ আন্দোলনত মাতৃসকলে ৰাজনৈতিক বাহ্ বাহ্ আদায় কৰিবলৈ যোগ দিয়া নাছিল। ছাত্ৰসন্তানসকলক অকলে দুৰ্গম বাট বুলিব নিদি, অন্যায়, কঠোৰ দানবীয় শাস্তিৰ পৰা বচাবলৈ মাতৃ আঁচলেৰে আবৰি ৰাখিবৰ প্ৰয়াসেৰে সন্তানৰ কাষত থিয় দিছিল— যাতে তথাকথিত শান্তিৰক্ষকসকলৰ মাধমাৰ সন্তানৰ মূৰত নপৰে। সন্তান বৎসল মাতৃসকলৰ এয়া জাগ্ৰত মাতৃৰূপ। আজি যিকাৰণতে হওক ছাত্ৰ আন্দোলনৰ সেই অহিংস গান্ধীবাদী ৰূপৰ পৰিবৰ্তন হৈছে। সন্ত্ৰাসবাদৰ জন্ম হৈছে— য'ত মুষ্টিমেয় অতি আকাংক্ষীসকলৰ নিৰ্দেশমতে জীৱনৰ সুন্দৰ ৰূপক বলি দিয়াৰ ব্যৱস্থা চলিছে। লক্ষ্যত উপনীত হবৰ বাবে কোনো ধৰণৰ নীচ কামকে নীচ বুলি ভবা নহয়। সেয়ে সন্ত্ৰাসত বিশ্বাসী উগ্ৰপন্থী সকলে ছাত্ৰসন্থাৰ বিকৃত পৰিণাম বুলি কবলৈ বাধ্য হৈছো। এনে সন্থাৰ প্ৰভাৱত আমাৰ স্বল্পমতি অপৰিণত বুদ্ধিৰ ছাত্ৰসকলৰ মনত বিকৃত আকাংক্ষাৰ জন্ম দিছে; সিহঁতে পথৰ দিশ হেৰুৱাইছে। ছাত্ৰ আন্দোলনৰ সময়ত যদি মাতৃসকলে ছাত্ৰ সন্তানসকলৰ কাষত থিয় দি সিহঁতক অভয়দান কৰাৰ লগতে সহযোগিতাৰ আশ্বাস দি নিৰ্দিষ্ট শুদ্ধপথেৰে আগুৱাই যাবলৈ উদ্দীপ্ত কৰিব পাৰিছিল, আজি কিয় মাতৃসকলে অন্তঃপুৰৰ আশ্ৰয় লৈ নীৰৱ দৰ্শকৰ ভূমিকা লৈছে? সন্তানসকলক সীমাৰ বাহিৰত যাব দিয়া হ'ল কিয়? কিয় ভুল পথ বাছি লোৱাৰ আগতে সজ পৰামৰ্শ দিব নোৱাৰিলে?

যিসকলে শাসনৰ বাহিৰত ইতিমধ্যে গৈছেই সেইসকলক ওভোতাই অনা সহজ নহয়। আমি সেই ভুল মানি লৈছো। কিন্তু যিসকলে এতিয়াও ঘৰুৱা পৰিবেশৰ মাজত আছে, পৰিয়ালৰ এনাজৰীৰ মাজত আছে— মাতৃৰ সদাজাগ্ৰত দৃষ্টিৰ পৰা যেন সিহঁত বঞ্চিত নহয়। তেতিয়াহলে বিপথগামী হ'ব খোজা আমাৰ সন্তানসকলক সুস্থ সুন্দৰ জীৱনৰ অধিকাৰী কৰি তুলিব পৰা যাব, ৰুবুলহঁতৰ সৃষ্টি নহব, ৰুবুলৰ মাক হোৱাৰ গ্লানি

নাথাকিব।

মহা মহা মনীষীসকলৰ খ্যাতিসম্পন্ন সফল জীৱনত মাতৃসকলৰ অৱদান বহুত। এই মাতৃসকল প্ৰত্যেকে শিক্ষিত নহলেও জ্ঞানী, সেয়ে তেখেতসকলৰ সুপ্ৰভাৱে মনীষীসকলক আদৰ্শ পুৰুষৰূপে প্ৰতিভাত কৰিছে। মহাজনঃ যেন গতঃ স পন্থাঃ অনুশৰণ কৰাৰ লগতে মহাজন সকলৰ মাতৃসকলৰ পদাংকন অনুসৰং কৰা আজিৰ মাতৃসকলৰো কৰ্তব্য হওঁক।

# বিবাহিতা নাৰী, কৰ্মজীৱন আৰু সমস্যা

আজিৰ এই বিংশ শতাব্দীৰ শেষ দশকত উপনীত হৈ নাৰীসকলে যে পুৰুষৰ সমানে স্বাধীনতা ভোগ কৰিবৰ সুযোগ লাভ কৰিছে সেয়া অস্বীকাৰ কৰিব নোবাৰি। কিন্তু স্বাধীনতা পালেও পুৰুষৰ সমান মৰ্যাদা পাইছে জানো? (পোৱা নাই বুলিয়ে ভাবো। সমান মৰ্যাদা নোপোৱাৰ বাবে পুৰুষৰ সমানে আগবাঢ়ি যোৱাত বহুত প্ৰতিকূল পৰিস্থিতি, বহু ধৰণৰ সমস্যাই নাৰী সমাজক পূৰ্ণ স্বাধীনতা লাভ কৰাত বাধা দিছে)।

নাৰীয়ে শিক্ষাৰ ক্ষেত্ৰত আগবাঢ়িছে; কৰ্মক্ষেত্ৰত পুৰুষৰসমানে নিজৰ যোগ্যতাৰ পৰিচয় দিছে। কিন্তু তথাপি পুৰুষে যিবোৰ সমস্যাৰ সন্মুখীন হ'ব নালাগে, নাৰীয়ে সেইবোৰ সমস্যাৰ সন্মুখীন হয় আৰু নিজকে পূৰ্ণাঙ্গৰূপে বিকশিত কৰিবলৈ বাধাপ্ৰাপ্ত হয়। এই সমস্যাবোৰ বিশেষভাৱে দেখা দিয়ে বিবাহিতা চাকৰিয়াল নাৰীৰ ক্ষেত্ৰত। বিবাহিত পুৰুষ আৰু বিবাহিতা নাৰী দুয়ো নিজ নিজ কৰ্মস্থলীলৈ অহা যোৱা কৰি চাকৰি কৰি গ'লেও আমাৰ সমাজৰ পৰম্পৰা মতে সাংসাৰিক কামবোৰৰ দায়িত্ব নাৰীগৰাকীয়ে প্ৰায় অকলে পালন কৰিব লাগে। ধনী ঘৰৰ কথা এই প্ৰসঙ্গত নাহে। চাকৰ-বাকৰ, লগুৱা-লিগিৰী পৰিবৃত ধনী পৰিয়ালত চাকৰিয়াল নাৰীৰ ক্ষেত্ৰত দৈহিক পৰিশ্ৰমজনিত সমস্যাবোৰ দেখা নিদিয়ে। কিন্তু মধ্যবিত্ত সংসাৰত য'ত কাম কৰা ল'ৰা বা ছোৱালী নাই বা আৱশ্যক অনুযায়ী কম, তেনে সংসাৰত কৰ্মস্থানলৈ যোৱাৰ আগতে বিবাহিতা নাৰীয়ে ঢল পুৱাতে উঠি ঘৰুৱা কামৰ জঞ্জালবোৰ মাৰিব লাগে; ৰন্ধাবঢ়া, খোৱালোৱা অতোৱা কামবোৰ শেষ কৰি কোনোমতে নাকে মুখে দুটামান গুজি ঢাপলি মেলিব লাগে কৰ্মস্থলীলৈ। দিনৰ দিনটো অফিচৰ কামত ব্যস্ত থাকি অফিচৰ পৰা ভাগৰি, জুগৰি আহিয়ে আকৌ ৰান্ধনি ঘৰটোত সোমাই খোৱা লোৱাৰ ব্যৱস্থাবোৰ কৰিব লাগে। অধিকাংশ বিবাহিত পুৰুষে বজাৰ সমাৰ কৰি অলপ সহায় কৰাৰ বাহিৰে পৰিশ্ৰান্তা পত্নীগৰাকীক আন কামতো সহায় কৰি সহানুভূতিকণ দেখুৱাবলৈকো কৃপণালি কৰে। প্ৰকৃতিৰ নিয়মত নাৰীৰ শাৰীৰিক গঠনে

গৰ্ভধাৰণৰ পৰা আৰম্ভ কৰি, সন্তানক জন্ম দিয়া, ডাঙৰ দীঘল কৰাৰ সকলো ধৰণৰ কষ্ট স্বীকাৰ কৰিব লাগে। এই ক্ষেত্ৰত মৰমিয়াল শাহুয়েক থাকিলে কপাল ভাল। মাকৰ অনুপস্থিতিৰ সময়কণত কেচুৱাৰ দায়িত্ব অৱশ্যে লয়। কিন্তু ঘৰত থকা সময়খিনিত কেচুৱাৰ সকলো দায়িত্ব চাকৰিয়াল মাতৃগৰাকীৰ ওপৰতে পৰে। এনে পৰিস্থিতিত সকলো দিশ চম্ভালি চাকৰি কৰি যোৱাটো যে কিমান কষ্টকৰ সেয়া জানে মাথোন ভুক্তভোগীয়ে। কিয় এনে হয়? সমপৰ্যায়ৰ শিক্ষালাভ কৰিলেও, সমপৰ্যায়ৰ কৰ্মজীৱন আৰম্ভ কৰিলেও ঘৰুৱা সমস্যাবোৰ পুৰুষ আৰু নাৰীৰ মাজত সমানে ভাগ নহয় কিয়? ইয়াৰ উত্তৰ এটাই। পুৰুষ প্ৰধান সমাজে নাৰীক এতিয়াও সন্মান দিব জনা নাই। পুৰণিকলীয়া সমাজব্যৱস্থাৰে, পৰম্পৰাগত প্ৰথা অনুসৰি এতিয়াও বিশ্বাস কৰে নাৰীৰ স্থান অন্তঃপুৰতে, ঘৰৰ চাৰিবেৰৰ মাজতে— সেয়ে বাহিৰৰ জগতখনত নাৰীয়ে স্বাধীনভাৱে বিচৰণ কৰিব বিচাৰিলে ঘৰৰ ভিতৰৰ দায়িত্বৰ জোঁহালখন কান্ধত লৈয়ে যাব লাগে। অৰ্থাৎ পাৰা যদি ঘৰ আৰু বাহিৰ দুয়োটাকে চম্ভালা, নোৱাৰিলে ভিতৰতে থাকা। তোমাৰ যৌথ সংসাৰৰ ঘৰুৱা দায়িত্ববোৰ কোনোও বহন কৰিব নাহে। অৰ্থাৎ পুৰুষ প্ৰধান সমাজ ব্যৱস্থামতে নাৰীৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য ঘৰুৱা দায়িত্ব পালন কৰা, ঘৰুৱা সমস্যাবোৰ চম্ভালা। নাৰীৰ ক্ষেত্ৰত চাকৰি যেন এটা বিলাসিতা।

এই মনোভাৱে কিহৰ ইংগিত দিয়ে? নাৰীক যে এতিয়াও পুৰুষৰ সমান মৰ্যাদা দিয়া হোৱা নাই এয়া তাৰে ইংগিত।

কল্পনা কৰা হওক দুখন ছবি।

এখন ছবি — চাকৰিয়াল মাতৃ এগৰাকীয়ে ঘৰ সোমাইছে মুখত ৰাজ্যৰ ক্লান্তি আৰু দেহত অসীম অৱসাদ লৈ। ৰাতিপুৱাৰ কামকাজবোৰৰ পৰিশ্ৰান্তি লৈয়ে অফিচলৈ গৈ অফিচত নানা কামত ব্যস্ত থাকি ঘৰলৈ উভতিছে জিৰণিৰ আশা লৈ। কিন্তু জিৰণি লোৱাৰ সময় নাই। ক্ৰন্দনৰত কেচুৱাটোক কোলাত লৈ আকৌ সংসাৰৰ ঘানি টনাত ব্যস্ত হৈ পৰে। স্বামীগৰাকীও অফিচৰ পৰা আহিছে, তেওঁৰ মুখত পুৰুষ হোৱাৰ গৰ্বভাৱ। টাইৰ 'নট'ডাল ঢিলা কৰি, জোতাৰ ফিতা খুলি আৰামী চকীত আৰামত দেহ পেলাই সহানুভূতিহীন চকুজোৰ মুদি ধোঁৱা উঠা চাহৰ কাপ পৰিশ্ৰান্তা পত্নীৰ হাতৰ পৰা তুলি লোৱাৰ নিৰ্লজ্জ প্ৰত্যাশাত বহি আছে।

আৰু এখন ছবি — স্বামী-স্ত্ৰী দুয়ো একেলগে অফিচৰ পৰা ঘূৰি আহি প্ৰথমতে গোটেই দিনটো এৰি থৈ যোৱা কেচুৱাটোক দুয়োৰে মাজত লৈ

মৰম কৰাৰ মাজেৰে জিৰণি লৈছে, ভাগৰ পলুৱাইছে, হাঁহিছে; নিজৰ নিজৰ অফিচৰ কথাবোৰ ইজনে সিজনক জনাইছে। কোনো ব্যস্ততা নাই। কিয়নো ঘৰুৱা কামত দুয়ো দুয়োকে সহায় কৰে যেতিয়া কামবোৰ শেষ কৰি উঠোতে সময় বেছি নালাগে।

এই দুখন ছবিৰ কোনখন বাৰু সুন্দৰ!

# স্ত্ৰী-স্বাধীনতা

স্ত্ৰী-স্বাধীনতাৰ নামত আমি মহিলা সমাজে বহুত আৱাজ উঠাইছো। আমাৰ দাবীবোৰ পূৰণ কৰিবৰ বাবে আমি বহুত চিঞঁৰিছো। আমি দাবী জনাই আছো — পুৰুষৰ নিচিনা আমাক শিক্ষা লাভৰ সুবিধা লাগে, কৰ্মজীবনত সম-অধিকাৰ লাগে, বৈবাহিক জীৱনত সমাদৰ লাগে, সমাজ জীৱনত পুৰুষৰ সমানে সন্মান লাগে। উনবিংশ শতাব্দী আৰু শেষ হ'ব ধৰা বিংশ শতাব্দীৰ পটভূমিৰ তুলনামূলক বিশ্লেষণ কৰিলে উপলব্ধি কৰো আমাৰ চিঞঁৰবোৰ অথলে যোৱা নাই। পুৰুষ প্ৰধান সমাজত যুগ যুগ ধৰি বঞ্চিত হৈ থকা নাৰী সকলে, মহিলা সকলে আজি বহুত ক্ষেত্ৰত স্বাধীনতাৰ সোৱাদ ল'ব পাৰিছে। শিক্ষাত বঞ্চিত হৈ থকা কন্যা-সন্তানসকলে শিক্ষাৰ ক্ষেত্ৰত পুত্ৰ সন্তানসকলৰ নিচিনা সমানে আগবাঢ়িব পাৰিছে; কৰ্মক্ষেত্ৰত পুৰুষৰ কান্ধৰ লগত কান্ধ মিলাই সমানে আগুৱাই-গৈছে। পুৰুষৰ অনুশাসনত পৰ্দাৰ আৰত থাকি সংসাৰৰ চাৰিবেৰৰ মাজত আৱদ্ধ থকা দিনবোৰৰ পৰা বহু পৰিমাণে মুক্ত হ'ব পাৰিছে। ৰাজনৈতিক, আৰ্থিক, সামাজিক জীৱনত আমাৰ স্বাধীনচিতীয়া মানসিকতাই, আমাৰ অগ্ৰগামী স্বাধীন পদক্ষেপে আমাক লোক-চক্ষুত সন্মানাৰ্হ কৰি তুলিছে; আমাৰ আত্মগৌৰৱ বঢ়াইছে; আমাক আত্মবিশ্বাসী কৰি তুলিছে। সঁচাকৈয়ে আজি আমি আত্মবিশ্বাস গঢ়ি তুলিব পাৰিছো। সমাজৰ অৱহেলিতা বুলি, দুৰ্বল বুলি, বঞ্চিতা বুলি সংৰক্ষণ নীতিৰ আশ্ৰয় আমি লোৱা নাই, লবও খোজা নাই। আমি মুকলি প্ৰতিযোগিতাত নিজৰ আত্মবিশ্বাসেৰে নিজক যোগ্য বুলি প্ৰতিপন্ন কৰিব পাৰিছো; পুৰুষৰ সম-পৰ্যায়ৰ আসন দখল কৰিব পাৰিছো। আমাৰ এই আত্মবিশ্বাস দেখি সমাজেও আগৰ নিচিনা আমাক অৱহেলা দেখুৱাবলৈ দ্বিধা কৰিছে। বাল-বৈধব্যৰ যন্ত্ৰণাৰ উপশম ঘটাব পাৰিছো আমি; পুত্ৰ সন্তানৰ নিচিনা সমানে পৈত্ৰিক সম্পত্তিৰ অংশিদাৰী হৈছো; শহুৰৰ ঘৰৰ অমানবীয় ব্যৱহাৰ আৰু হিটলাৰী মনোবৃত্তিৰ স্বামীৰ অত্যাচাৰৰ পৰা মুক্তি পাবলৈ আইনৰ সহায় লৈ জীৱনত সকাহ পাইছো।

কিন্তু 'তথাপি' 'তথাপি'য়ে থাকি যায়। সুযোগ পালেই পুৰুষ-প্ৰধান সমাজখনে আমাক দমাই ৰাখিব খোজে। যৌতুক প্ৰথা উঠাই দিয়া বুলি ৰাষ্ট্ৰই দাবী কৰিলেও সমাজৰ প্ৰশ্ৰয়ত অৰ্থলোভী দ'ৰা ঘৰীয়াই চেগ্ চাই কইনা ঘৰীয়াৰ ওপৰত আৰ্থিক উপদ্ৰৱ কৰে। যৌতুকৰ নামত আজিও

কিমান নব-বিবাহিতা তৰুণীয়ে আত্মহত্যাৰ পথ বাছি লবলৈ বাধ্য হয়। কিছুমান আত্মহত্যাই কেতিয়াবা হত্যা বুলি সন্দেহৰো সৃষ্টি কৰে। স্বাধীনতা পাইছো বুলি ধৰি ললেও আমি অবাধে বিচৰণ কৰিব নোৱাৰো। মুঠতে স্ত্ৰী-স্বাধীনতা পাইও আমি সম্পূৰ্ণভাৱে সেয়া উপভোগ কৰিব পৰা নাই।

কিয়? কিয় আমি বিচৰামতে স্ত্ৰী-স্বাধীনতা পোৱা নাই? কিয় আমি বহুত ক্ষেত্ৰত পুৰুষৰ মুখাপেক্ষী হৈ থাকো? কিয় কিছুমান কথাত দ্বিধাগ্ৰস্ত হৈ পৰো? কিছুমান কথাত আমাৰ মনোবল কিয় ইমান কম? আমাৰ লক্ষ্য পূৰ্ণাংগ স্বাধীনতা — সেয়া লাভ কৰাৰ পথত হেঙাৰবোৰ নো কি?

আমাৰ চাৰিওপিনৰ অসুস্থ সামাজিক পৰিবেশে আমাৰ পথৰ হেঙাৰ। আমাৰ শাৰীৰিক গঠন প্ৰক্ৰিয়াইও আমাৰ মনোবলক দুৰ্বল কৰি আমাক লক্ষ্যত উপনীত হ'বলৈ বাধা দিয়ে।

শৰীৰ দুৰ্বল হ'লে যে মনও দুৰ্বল হয় আমাৰ অভিজ্ঞতাই এয়া আমাক শিকায়। অসুস্থ শৰীৰে মানসিক দুৰ্বলতাৰ জন্ম দিয়ে বা দুৰ্বল মনক আৰু বেছি দুৰ্বল কৰি তোলে। পুৰুষতকৈ স্ত্ৰী-জাতিৰ শাৰীৰক গঠন দুৰ্বল। আজিকালি কুম্‌ফু, কেৰাটে আদিৰ প্ৰশিক্ষণ দি স্ত্ৰী-জাতিক পাশবিক মনৰ পুৰুষৰ পৰা আত্মৰক্ষাৰ কৌশল শিকাব ধৰিছে। তথাপি এজন পুৰুষৰ তুলনাত এগৰাকী নাৰীৰ শাৰীৰিক শক্তি বহুত কম। এজন সবল পুৰুষৰ লগত এজনী নাৰীয়ে মল্লযুদ্ধ কৰি জিকিব পাৰে জানো? নোৱাৰে বুলিয়ে অজান, নিজান এন্ধাৰ বাটেৰে নাৰীয়ে অকলে বাট বুলিবলৈ দ্বিধা কৰে; লগত সংগীহিচাপে পুৰুষ এজনক পালে সাহ পায়। যিমানে মনৰ জোৰ থাকক এন্ধাৰ ৰাতি নিজান ঠাইত একাধিক সন্দেহযুক্ত ডেকা-ল'ৰা বা পুৰুষ দেখিলে সিহঁতৰ মাজেৰে বা কাষেৰে পাৰ হৈ যাবলৈ মনটো ভয়ত কঁপি উঠে। বাহিৰৰ জগতখনত আমি নিৰ্ভয়ে বিচৰণ কৰিব নোৱাৰো। এই শাৰীৰিক দুৰ্বলতাই আমাক প্ৰাপ্য স্বাধীনতাকনো ভোগ কৰিবৰ পৰা বঞ্চিত কৰিছে। আকৌ এই শাৰীৰিক দুৰ্বলতাই মানসিক দুৰ্বলতাৰো জন্ম দিয়ে যাৰ বাবে আমি উপযুক্ত হৈও কৰ্মজীৱনৰ সকলো ক্ষেত্ৰতে ভৰি দিবলৈ দ্বিধাবোধ কৰো। চিকিৎসাৰ ক্ষেত্ৰকে ধৰো। ল'ৰাৰ নিচিনা সমানে চিকিৎসা বিদ্যা আয়ত্ব কৰিলেও, কেই গৰাকী ছোৱালীয়ে শল্য চিকিৎসাক বিশেষ কৰ্মক্ষেত্ৰ হিচাপে বাছি লয়? এয়া মানসিক দুৰ্বলতাৰ উদাহৰণ; নিজৰ প্ৰতি আস্থাৰ অভাৱ এই দুৰ্বলতাৰে পৰিণাম। আৰু উদাহৰণ আছে। অভিযান্ত্ৰিক শিক্ষালাভ কৰিও কেইজনীয়ে ল'ৰাৰ নিচিনা বাহিৰত গৈ কাম কৰিবলৈ সাহ কৰে? সমানে বিদ্যা আয়ত্ব কৰিলেও এগৰাকী

মহিলা অভিযন্তাই 'অফিচ'ৰ চাৰিবেৰৰ মাজতে সুৰক্ষিত থাকি কাম কৰিব পাৰিলে নিশ্চিন্ততা বোধ কৰে। ইয়াৰ বাবে অৱশ্যে দায়ী আমাৰ অসুস্থ পৰিবেশকণ।

পুৰুষ চালিত সমাজখনত আমি সুস্থ বাতাবৰণৰ অভাৱ অনুভৱ কৰো। বৰ্তমান কালত আমি যিমানে স্ত্ৰী-স্বাধীনতা লাভৰ পিনে আগবাঢ়ি গৈ আছো আমাৰ সমাজখনে সিমানেই অধঃপতনৰ পিনে নামি গৈ আছে। বিকৃত ৰুচিৰ ল'ৰাবোৰ যেতিয়া বাটে ঘাটে মাকৰ বয়সী মহিলা সকলৰ প্ৰতি কদৰ্য্য ঈংগিত দাঙি ধৰে তেতিয়া সমাজত সুস্থ পৰিবেশ এটা আছে বুলি ভাবিব পাৰি জানো? সন্তানৰ বয়সী ল'ৰাবোৰৰ পৰা এনে অসন্মানৰ ভয়ত মাতৃমনো সংকুচিত হৈ থাকে। ল'ৰাবোৰ আমাৰে। আমাৰে শিক্ষাৰ দোষত এওঁলোক বিপথত গৈছে। ইয়াৰ বাবে দায়ী ল'ৰাবোৰৰ উদাসীন চিন্তাহীন অভিভাবক সকল। পিছে কেইজনমান চিন্তাহীন অভিভাবকৰ অসাৱধানতাৰ বাবে বিপথগামী হোৱা ল'ৰাবোৰৰ অপকৰ্মক ক্ষমাতো কৰিব নোৱাৰি? যি সমাজত এনে বিকৃত ৰুচিৰ ল'ৰাহতৰ আধিপত্য হয়, এনে ল'ৰাৰ অভিভাবক সকল নিৰূপায়ৰ নিচিনা হাত সাৱটি বহি থাকে— সেই সমাজত স্ত্ৰী-জাতিয়ে পূৰ্ণাংগ স্বাধীনতা উপভোগ কৰিবৰ সুবিধা পায় কেনেকৈ?

কিছুমান ল'ৰাই অকল নহয়। এনে বিকৃত ৰুচিৰ বয়সস্থ পুৰুষো সমাজত আছে যাৰ বাবে মহিলা সকলে নিশ্চিন্তভাবে বাহিৰত কাম কৰিবলৈ সাহ নাপায়। বিকৃত ৰুচিৰ পুৰুষ ওপৰওৱালাৰ বাবে বহুত যুৱতীয়ে ভাল চাকৰি পাইও কাম এৰি দিবলৈ বাধ্য হয়। আমাৰ দৈনন্দিন জীৱনত প্ৰায় সদায় ঘটি থকা উদাহৰণ এটাই দাঙি ধৰো। বাছেৰে অহা যোৱা কৰোতে আমি বহা আসনৰ দাবী জনালে বহুতে ইতিকিং কৰে। কয়— সম অধিকাৰ লাগে যদি পুৰুষৰ নিচিনা বাচত ওলমি যোৱাত আপত্তি কিহৰ? আমি যদি অথৰ্ব নহও, বেমাৰী নহওঁ, কেচুৱা কোলাত লৈ থিয় হৈ যোৱাত বিব্ৰত নহওঁ তেনেহ'লে আমাকো বাচত বহিবৰ ঠাই নালাগে। কিন্তু থিয় হৈ যোৱাৰ সময়ত চৰিত্ৰহীন পুৰুষ কিছুমানে হেচা-ঠেলাৰ সুযোগত আমাৰ শৰীৰৰ সংস্পৰ্শ পাবৰ বাবে যেতিয়া বিসদৃশ আচৰণ কৰে তেতিয়া অস্বস্তি পাই আমি যদি বহিবৰ আসনখন বিচাৰো আমাৰ সম-অধিকাৰৰ দাবী তেনেক্ষেত্ৰত খৰ্ব নহয়। সবল পুৰুষৰ বিকৃত ৰুচিৰ আগত অপেক্ষাকৃত দুৰ্বল স্ত্ৰী-জাতিৰ ভাগ্যত যি দুৰ্বিপাক ঘটে তাৰ উদাহৰণ সচৰাচৰ হিন্দী চিনেমাতে আমি দেখিবলৈ পাওঁ। যি দেশত শান্তি

শৃংখলাৰ ৰক্ষক সকলৰ আগত স্ত্ৰী-জাতি ধৰ্ষিতা হয় সেই দেশত স্ত্ৰী-স্বাধীনতা কিমানদূৰ অৰ্থব্যঞ্জক?

মুঠতে স্ত্ৰী-স্বাধীনতা লাভৰ বাবে দাবী জনাই, আৱাজ তুলি, আন্দোলন চলাই থাকিলেও আমি সম্পূৰ্ণ স্বাধীনতাৰ সোৱাদ নাপাম যেতিয়ালৈকে আমাৰ সামাজিক বাতাবৰণৰ মাজেৰে সুস্থ হাৱা চলাচল নকৰে। আমাৰ স্ত্ৰী-স্বাধীনতা যথাৰ্থ মৰ্যাদা পাব তেতিয়া যেতিয়া আমি আমাৰ শাৰীৰিক দুৰ্বলতা থকা সত্বেও সমানে পুৰুষৰ নিচিনা বহিৰ্জগতত অবাধে মুক্ত বিহংগমৰ দৰে উড়িব পাৰিম, যেতিয়া কোনো মানসিক দুৰ্বলতা, বিকৃত সামাজিক পৰিবেশ আমাৰ বিচৰণৰ ক্ষেত্ৰত পৰিপন্থী হৈ নুঠে।

# ভাৰতীয় সমাজত নাৰীৰ ভূমিকা

সমাজ এখনৰ সামগ্ৰীক সমৃদ্ধি নিৰ্ভৰ কৰে নাৰী আৰু পুৰুষৰ পাৰস্পৰিক সহযোগিতাত কি নাৰী, কি পুৰুষ নিজৰ নিজৰ ভূমিকা পালনত যত্নপৰ নহলে সমাজৰ স্বাস্থ্য সুগঢ়ি নুঠে। পুৰুষৰ ভূমিকা এই আলোচনাত অবান্তৰ। নাৰীৰ ভূমিকাই আমাৰ আলোচ্য বিষয়।

নাৰী সমাজৰ এক অপৰিহাৰ্য অংগ সমাজৰ পৰা নাৰীৰ যেনে পাবলগীয়া বহুত আছে, দিবলগীয়াও তেনে বহুত আছে। সমাজ এখনৰ বহুত দিশ আছে— ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক। প্ৰত্যেকটো দিশতে নাৰীৰ ভূমিকা বহু প্ৰত্যাশী। ক্ৰমোন্নত দেশ হিচাপে আমাৰ ভাৰতীয় সমাজখনত কৰিবলগীয়া কামও আছে বহুত। কি ধৰণৰ ভূমিকা ল'ব পাৰে বা লোৱা উচিত তাকে আলোচনা কৰোঁহক।

**ৰাজনৈতিক দিশ ঃ** ৰাজনৈতিক দিশটো সমাজৰ আটাইতকৈ কঠোৰ আৰু বৰ্তমানে লেতেৰা দিশ। পৰাধীন ভাৰতত বহুত নাৰীয়ে পুৰুষৰ লগত কান্ধ মিলাই স্বাধীনতা লাভৰ বাবে সমানে আগবাঢ়ি আহিছিল। কেতিয়াবা কস্তুৰবাৰ নিচিনা অহিংস আন্দোলনত যোগ দি গান্ধীজীৰ খোজত খোজ মিলাই চলিছিল; কেতিয়াবা প্ৰীতি ওৱাদ্দেদাৰৰ নিচিনা সন্ত্ৰাশবাদৰ পথত সাহসী খোজ দিছিল। 'না জাগিলে সব ভাৰত ললনা, ভাৰত স্বাধীন হবেনা হবেনা।' বুলি ৰবিঠাকুৰে যে প্ৰাগ্‌স্বাধীন যুগত চিঞৰিছিল— সেই চিঞৰ ভাৰতীয় ললনাৰ কাণত পৰিছিল, আৰু সেয়ে বেলেগ বেলেগ পথ বাছি ললেও ভাৰতীয় নাৰীয়ে স্বাধীনতা লাভৰ আন্দোলনত জপিয়াই পৰিছিল।

স্বাধীনতা লাভৰ আগত ৰাজনৈতিক দিশটো কঠোৰ আৰু দুৰ্গম আছিল সঁচা; কিন্তু তাত দূষিত আৱহাৱা নাছিল। স্বাধীনোত্তৰ যুগত ৰাজনীতিৰ কঠোৰ দিশটোৰ লগত স্বাৰ্থপৰতাৰ লেতেৰা আবৰ্জনা কিছুমান মিহলিছে। সেয়ে এই দিশটোত এতিয়া নাৰীৰ ভূমিকা সিমান সহজ হৈ থকা নাই। সংসাৰ এখন নিকাকৈ ৰাখে নাৰীয়ে। এই নাৰীয়েই ৰাজনৈতিক পৰিবেশটোও নিশা কৈ ৰাখিব পাৰিব লাগে। স্বাৰ্থপৰতাৰ কলা ধোঁৱাই

ৰাজনীতিৰ বাটপথ ধুঁৱলি, কুঁৱলি, অস্বচ্ছ কৰি তুলিছে। এই অস্বচ্ছতাই সৰল স্বচ্ছ বাটকো নেদেখা কৰি দুৰ্গম কৰি তুলিছে। ইয়াৰ ফলত সৰল চিধা বাটেৰে নগৈ ভুল পথেৰে গৈ সকলো কৰ্মপন্থা ভুল হৈ যায়। সাধাৰণতে নাৰীৰ মনত লোভ কম। সংসাৰত স্বামী-পুত্ৰৰ সুখৰ বাবে নাৰীয়ে অনায়াসে নিজৰ সুখ-স্বাচ্ছন্দ্য স্বাৰ্থপৰতা বিসৰ্জন দিয়ে। পত্নী হিচাপে, মাতৃ হিচাপে স্বাৰ্থান্বেষী স্বামী পুত্ৰক শুদ্ধ পথত আগবাঢ়িবৰ অনুপ্ৰেৰণা পৰিচ্ছন্ন মনৰ নাৰীয়েই দিব পাৰে। ৰাজনীতিত সক্ৰিয় অংশলৈ দেশৰ শাসন ব্যৱস্থা নিকা ৰাখিবৰ বাবে যত্নপৰ হ'ব পাৰে স্বাৰ্থমুক্ত এই নাৰীয়েই।

অৰ্থনৈতিক দিশ ঃ সমাজৰ অৰ্থনৈতিক দিশত নাৰীৰ ভূমিকা ব্যাপক আৰু অৰ্থব্যঞ্জক। আজিৰ মুদ্ৰাস্ফীতিৰ যুগত সমগ্ৰ পৃথিবীতে এক অৰ্থনৈতিক হাঁহাকাৰৰ ধ্বনি শুনিবলৈ পোৱা যায়। আমাৰ নিচিনা অনগ্ৰসৰ দুখীয়া দেশ এখনত সেই হাঁহাকাৰে আমাক হাঁহিবলৈ পাহৰাই দিছে। অভাৱে স্বভাৱ নষ্ট কৰে। অৰ্থনৈতিক অভাৱে মানুহক স্বাৰ্থপৰ আৰু লোভী হ'বলৈ কুশিক্ষা দিয়ে। গৃহিনী নাৰী সকলে সংসাৰ খৰছত মিতব্যয়ী হৈ সেই অভাৱৰ প্ৰচণ্ডতা হ্ৰাস কৰিব পাৰে। আকৌ আৰ্জনৰ পথ উলিয়াই সংসাৰ চলোৱাত পুৰুষক সহায় কৰিব পাৰে। এসময়ত পৰ্দানসীন নাৰীৰ পক্ষে ঘৰৰ দুৱাৰ গৰীয়া গছকি বাহিৰৰ কৰ্মক্ষেত্ৰত ভৰি দিয়াটো সহজ নাছিল। এতিয়া অভাৱৰ তাড়নাত নাৰীৰ কাৰণে সেই কৰ্মক্ষেত্ৰ নিষিদ্ধ হৈ থকা নাই। নাৰীৰ কাৰণে সেয়ে অৰ্থনৈতিক সংগ্ৰামত অংশ লোৱাটো অনুমতি সাপেক্ষ হৈ থকা নাই। ট্ৰাক চলাই কাৰবাৰ কৰা, ট্ৰেন চলোৱা আৰু গধূৰ মেচিন চলোৱাৰ বাহিৰে বিস্তৃত কৰ্মজগতত নাৰীয়ে পুৰুষৰ লগত সমানে খোজ মিলাই চলিব পৰা সামৰ্থ্য আয়ত্ব কৰিছে। পুৰুষৰ কামৰ ভাগত নাৰীয়ে অংশ লই ভাল কৰা নাই বুলি কৰা আপত্তিবোৰ নিৰৰ্থক।

সামাজিক দিশ ঃ সামাজিক দিশত নাৰীৰ ভূমিকা অতীৱ গুৰুত্বপূৰ্ণ। ভাৰতীয় সমাজখন কুশিক্ষা, অন্ধসংস্কাৰ, অন্যায় অবিচাৰৰ বোকাপানীত পোত খাই আছে। সেই লেতেৰা হোৱা সমাজখনক গাঁতৰ পৰা তুলি উদ্ধাৰ কৰাৰ দায়িত্ব পুৰুষৰ লগত নাৰীৰো। আৰু এই ক্ষেত্ৰত নাৰীৰ ভূমিকা ব্যাপক, বিশিষ্ট আৰু গুৰুত্বপূৰ্ণ; কিয়নো অন্ধসংস্কাৰ, কুশিক্ষা, অন্যায় অবিচাৰৰ বলি হৈ অসন্মানজনক অপমানজনক জীৱন নিয়াব লাগে নাৰীকে। পণপ্ৰথাৰ পণ্য হৈ নাৰীয়ে সংসাৰত নিৰ্জীব মালবস্তুৰ নিচিনা

ব্যৱহাৰ পাই মানসিক যন্ত্রণাত নিপীড়িত হৈ থাকে। নাৰীক ভোগৰ সামগ্রী কৰি বজাৰত বেচা কিনা কৰা এইখন সমাজৰে কু-কৰ্ম। সংসাৰত ঠাই পাব লগা নাৰীয়ে পতিতালয়ৰ বোকাত মুখ থেকেচা খাই পৰি ৰয়। বাল-বিধবা হৈ কোমল বয়সতে সন্ন্যাসিনীৰ জীৱন নিয়াবলৈ বাধ্য কৰা এইখন নিষ্ঠুৰ সমাজৰে অন্যায় বিচাৰ। শিক্ষাৰ অভাৱত বহুত কথাত অজ্ঞ থাকি অন্যায় অবিচাৰবোৰ সহ্য কৰিব লাগে ভাৰতৰ নাৰীসমাজে। শাহু-বোৱাৰীৰ মাজত বুজাবুজিৰ অভাৱত সংসাৰত অশান্তিৰ ছাঁ পৰে; বৈবাহিক সম্বন্ধবোৰত জাতিগত অহংকাৰে সংসাৰত ভাঙণ আনে। স্বাস্থ্য-সম্বন্ধীয় অজ্ঞতাই সন্তান সকলক ৰুগীয়া কৰি তোলে আৰু এই ৰুগীয়া সন্তানবোৰেই সমাজক ৰুগ্ন কৰি তোলে। সমাজৰ, সংসাৰৰ এই ব্যাপক দোষ ত্রুটিবোৰ সংশোধন কৰাৰ দায়িত্ব নাৰী সমাজৰে। ল'ৰাৰ বিয়াত পণ নোলোৱাত দৃঢ় মন্যতাৰ পৰিচয় দিব পাৰে মাতৃ সকলেই। মাতৃয়ে যদি পণ নোলোৱাৰ প্রতিজ্ঞা কৰে পৰিয়ালৰ আন কোনো অভিভাবকৰে সাধ্য নাই পণ লোৱাৰ। দৰা পক্ষৰ পণৰ দাবী পূৰণ কৰিব নোৱাৰি কইনাপক্ষই অপমানিত হয়, আৰ্থিকভাৱে দুৰ্দশাৰ কবলত পৰে, নকইনাজনীৰো সুন্দৰ সপোনবোৰ ভাঙি যায়। সংসাৰৰ মাধুৰ্য্য নষ্ট হৈ যায়। সংসাৰ হৈ পৰে অবিৰত সংগ্ৰামৰ ৰণথলি। পণপ্ৰথাৰ কাৰ্যকৰী বিৰোধিতা কৰি মাতৃৰূপী নাৰীয়ে এই বিপৰ্য্যয় ৰোধ কৰিব পাৰে। সংসাৰৰ মাতৃৰূপী, পত্নীৰূপী নাৰী যদি মৰমৰ ডোলেৰে সংসাৰখন বান্ধি ৰাখিব পাৰে, প্ৰয়োজনত কঠোৰ ভূমিকা ল'ব পাৰে, সংসাৰৰ বাহিৰত গৈ দৈহিক আমোদ ভোগ কৰিব খোজা পুৰুষবোৰৰ কামনাৰ বলি হ'ব নালাগে ভৱিষ্যত ভাবিব নোৱাৰা, ভুল পথলৈ যাব ধৰা কোমলমতি ছোৱালীবোৰক। সমাজৰ নৰক স্বৰূপ পতিতালয়বোৰৰ সৃষ্টিও নহ'লহেতেন। অজ্ঞানতাৰ এন্ধাৰত বুৰি থকা সামাজিক জীববোৰৰ মাজত শিক্ষাৰ প্ৰসাৰ ঘটাই, বহুত নজনা কথাৰ সম্ভেদ দি, কু-আচাৰ, কু-অভ্যাসবোৰৰ পৰা মুক্তি পোৱাত সহায় কৰিব পাৰে সমাজসেবী এই নাৰীয়েই। স্বাস্থ্য সম্পৰ্কীয় সচেতনতা আনি ঘৰৰ আৰু সমাজৰ অসুস্থতা দূৰ কৰাত সহায় কৰিব পাৰে এই নাৰীসমাজেই। বিধবা ছোৱালী বা নাৰীক দ্বিতীয়বাৰ সংসাৰ ৰচনা কৰিবৰ সুযোগ দিয়াবৰ বাবে সচেতনা সৃষ্টি কৰিব পাৰে নাৰী সমাজ সেৱিকা সকলেই। অকালতে বিধবা হৈ সংসাৰৰ সুখভোগৰ পৰা বঞ্চিত নাৰী কিছুমানে অবৈধভাবে সুখৰ অন্বেষণত ব্যস্ত হৈ নিজৰ আৰু সমাজৰ চাৰওপিনৰ আৱহাৱা দূষিত কৰে। বৈধভাবে সংসাৰ পাতি দি, সুখ-সম্ভোগৰ আনন্দ

পোৱাৰ সুযোগ দিব পাৰিলে এনে দূষিত আৱহাৱাৰ সৃষ্টি নহয়। ঘৰৰ চাৰিবেৰৰ পৰা গাওঁ, চহৰ, জিলা, ৰাজ্য, দেশ এনেদৰে সমাজ সেৱাৰ পৰিধি বিস্তৃত কৰি নাৰীয়ে সুস্থ ভাৰতীয় সমাজ এখন গঢ়ি তোলাৰ দায়িত্ব লব লাগে।

সাংস্কৃতিক দিশ ঃ সমাজৰ সাংস্কৃতিক দিশটোৰো প্ৰাধান্য আছে সমাজত। সাহিত্য, সংগীত, চিত্ৰাংকণ, অভিনয় সংস্কৃতিৰ বিভিন্ন দিশত নাৰীয়ে অংশ গ্ৰহণ কৰি আনকো অংশ গ্ৰহণ কৰাত উদগনি দি সমাজৰ সাংস্কৃতিক জীৱনটোৰ উৎকৰ্ষ সাধন কৰিব পাৰে। মানুহে অকল খাই বইয়ে সন্তুষ্ট নাথাকে। মনটোৰো ভোগ আছে। সংস্কৃতিয়ে সেই মানসিক ক্ষুধা দূৰ কৰে। চৰ্চাৰ মাজেৰেহে সংস্কৃতি উৎকৰ্ষ লাভ কৰে। সংস্কৃতিৰ উৎকৰ্যতা সভ্যতাৰ উৎকৰ্যতা। সভ্যতাৰ উৎকৰ্যতা মানব সমাজৰ উৎকৰ্যতা। এই উৎকৰ্যতাৰ অধিকাৰী দেশ এখনে বিশ্বৰ দৰবাৰত বিশিষ্ট আসন দাবী কৰিবৰ যোগ্যতা অৰ্জন কৰিব পাৰে। গতিকে দেশ এখনক যোগ্যতাৰ আসনত বহাবৰ বাবে সাংস্কৃতিক দিশটোক উলাই কৰিব নোৱাৰি। নাৰী যেতিয়া দেশৰ এটি অংগ, সাংস্কৃতিক দিশটোত নাৰীৰ ভূমিকাও উলাই কৰিব পৰা বিধৰ নহয়।

মুঠতে ভাৰতীয় সমাজত নাৰীৰ ভূমিকা সকলো দিশতে সক্ৰিয় হোৱা প্ৰয়োজন।

# যুক্তিৰে আঁতৰাও অন্ধবিশ্বাস

কিছুমান ধাৰণা যেতিয়া সত্যৰ ওপৰত প্ৰতিষ্ঠিত হৈ মনত দৃঢ়মূল হয় তেতিয়াই বিশ্বাসৰ জন্ম হয়। এই বিশ্বাসক যুক্তিৰে খণ্ডন কৰিব নোৱাৰি তাৰ প্ৰয়োজনো নহয়। পিছে এই বিশ্বাসৰ লগে লগে যেতিয়া কিছুমান অযৌক্তিক ধাৰণা মনৰ মাজত খোপনি পোতে তাক যুক্তিৰে খণ্ডন কৰাই বাঞ্ছনীয়। এই অযৌক্তিক ধাৰণাবোৰেই অন্ধবিশ্বাস। অজ্ঞতা, স্বল্পজ্ঞান, চলিত পাৰিবাৰিক আৰু পাৰিপাৰ্শ্বিক অভ্যাস — অন্ধবিশ্বাসৰ খেতিপথাৰ। ইয়াক সহজে নিৰ্মূল, কৰিব নোৱাৰি।

মানুহৰ অনুভূতি বোলা বস্তুকণ বৰ স্পৰ্শকাতৰ। কিবা সাধাৰণ কথাতে তাত ঠেচ্ লাগে। এনে স্পৰ্শকাতৰ অনুভূতিপ্ৰৱন মনবোৰৰ পৰা সত্যৰ ওপৰত প্ৰতিষ্ঠিত নোহোৱা অন্ধবিশ্বাস কিছুমান আঁতৰোৱা টান। তথাপি দেখা যাওকচোন যুক্তিৰে বিশ্লেষণ কৰি কিছুমান অন্ধবিশ্বাস আঁতৰাব পাৰো নেকি আমি?

বিজ্ঞানে ভগবান বা ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰে। বিজ্ঞানৰ মতে জগতখন এক প্ৰাকৃতিক নিয়মত চলে। আমি সাধাৰণ বুদ্ধিৰ মানুহবোৰ যিসকলে বিজ্ঞানৰ অতি উচ্চ বিশ্লেষণ বুজিব নোৱাৰো, ভগবান বা ঈশ্বৰৰ অস্তিত্বৰ প্ৰতি আস্থা ৰাখো। আমাক বিপদমুক্ত কৰিবৰ বাবে ঈশ্বৰৰ শৰণাপন্ন হওঁ। আমাৰ জ্ঞান বুদ্ধিৰ অতীত জগতৰ নিয়ন্তাজনক আমি শ্ৰদ্ধা কৰো; তেওঁৰ ওচৰত নতি স্বীকাৰ কৰো। বিজ্ঞানৰ শীৰ্ষস্থানত উঠিব নোৱাৰি এই যে আমি এজন সৰ্বনিয়ন্তাৰ প্ৰতি আস্থা ৰাখো— ভাবিলে তাত আমাৰ একো মানসিক ক্ষতি নহয়। এজনৰ ওপৰত নিৰ্ভৰ কৰাত আমাৰ মনোবল বাঢ়ে। কিন্তু এই আস্থা বা বিশ্বাসৰ ওপৰত ভেটি কৰি আমি যেতিয়া সৰু সৰু কথা বা কামত ভগবানৰ কৃপাদৃষ্টি বিচাৰি প্ৰতিটো কথাতে সম্পূৰ্ণ পৰনিৰ্ভৰশীল হ'ব বিচাৰো, তেতিয়াই আমি আমাৰ মানসিক দুৰ্বলতাৰ পৰিচয় দি অন্ধবিশ্বাসৰ বলি হওঁ। সকলো ধৰ্মই ঈশ্বৰক সৰ্ব শক্তিমানৰূপে, বিপদ নাসক ৰূপে বিশ্বাস কৰে। কিন্তু সেই বুলি ঈশ্বৰৰ পৰা সকলো বিচৰাটোত আমাৰ দীনতাহে প্ৰকট হয়। এই দীনতা আমাৰ চাৰিত্ৰিক দুৰ্বলতা, এয়া কাম্য নহয়। সকলো বিপদৰ পৰা আমাক উদ্ধাৰ কৰিবলৈ আমি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাও। প্ৰাৰ্থনা জনাওতে

ঈশ্বৰ প্ৰসন্ন হওঁক বুলি উপঢৌকন হিচাপে কিবাকিবি দিয়াৰ মানস কিছুমান কৰো। ইয়াতেই ভুল কৰো। ক্ষমতাশীল কাৰোবাক উপঢৌকন দি আমাৰ কামটো হাচিল কৰাৰ যি চতুৰালি আমি দেখুওৱাও আমাৰ ব্যৱহাৰিক জগতত, ঈশ্বৰকো সেই দৃষ্টিভংগীৰে চাই সাধাৰণ মানুহৰ শাৰীত নমাই আনি অসন্মান কৰো; সাধাৰণ উৎকোচলোভী ভাবি অপমান কৰো। ঈশ্বৰক যদি আমি সকলোৰে উৰ্দ্ধত বুলিয়ে শ্ৰদ্ধা জনাও তেনেহ'লে উৎকোচ দিয়াৰ স্পৰ্দ্ধা দেখুৱাই কিয়নো বাৰু ঈশ্বৰক লোভীৰ শাৰীত নমাই আনো? ৰাজসিক পদ্ধতিত পূজা-অৰ্চনা কৰাবোৰে দেৱীৰ ওচৰত আন নিৰীহ প্ৰাণীক বলি দিয়াৰ মানস কৰে। ইয়াতো প্ৰহসন। দেৱীসকল মাতৃ-জাতি। মাতৃয়ে জানো ৰক্ত-পিপাসু হ'ব পাৰে? দেৱীসকল ঈশ্বৰৰ নাৰীৰূপ। ঈশ্বৰক যদি আমি সকলো জীৱৰে সৃষ্টিকৰ্তা বুলি মানো, আমি কিয় ভাবো ঈশ্বৰে এটি জীৱৰ মংগলৰ বাবে আনটিৰ প্ৰাণ দাবী কৰিব পাৰে বুলি। মাকৰ ওচৰত সকলো সন্তানে সমান; স্ৰষ্টা ঈশ্বৰৰ ওচৰতো তেনে। তেনেহ'লে কোন বিচাৰ-বুদ্ধিত আমি দেৱীৰ ওচৰত জীৱন বলি দিয়াৰ কথা ভাবো? ঈশ্বৰে আমাৰ এনে স্বাৰ্থপৰ প্ৰাৰ্থনা কিয় শুনিব? এনে অঁমানবীয় উপঢৌকন দিয়াৰ নিচিনা অন্ধ-বিশ্বাসৰ পৰা আমি মুক্ত হ'ব লাগিব।

সূৰ্যগ্ৰহণ বা চন্দ্ৰগ্ৰহণ দেখাটো পাপ বুলি আমাৰ অন্ধ-বিশ্বাস আছে। গ্ৰহণৰ সময়ত আহাৰ খালে বা শৌচ পেছাপ কৰিলে গ্ৰহণী বেমাৰে ধৰে বুলি আমি ভয় কৰো। আমাৰ অবৈজ্ঞানিক মনবোৰ বিশ্বাস কৰে গ্ৰহণ মানে ৰাহু কেতু নামৰ নৈসৰ্গিক ৰাক্ষসৰ দ্বাৰা সূৰ্য বা চন্দ্ৰক গ্ৰাস কৰা। পিছে বিজ্ঞানে আমাক কি শিকায়? এই সূৰ্যগ্ৰহণ বা চন্দ্ৰগ্ৰহণ কোনো অলৌকিক জীৱৰ দ্বাৰা গ্ৰাস নহয়— পৃথিৱী আৰু চন্দ্ৰৰ সূৰ্যক প্ৰদক্ষিণ কৰা সময়ৰ এক বিশেষ স্থিতিৰ পৰিণাম, যেতিয়া চন্দ্ৰই পৃথিৱী আৰু সূৰ্যৰ মাজত আহি পৰে, চন্দ্ৰই সূৰ্যক চাওতে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে কাৰণে সূৰ্যক আমি আংশিকভাৱে হওক, পূৰ্ণভাৱে হওক দেখা নাপাও। সেয়াই সূৰ্যগ্ৰহণ। আৰু পৃথিৱী যেতিয়া সূৰ্য আৰু চন্দ্ৰৰ মাজত আহি পৰে, নিজস্ব পোহৰ নথকা চন্দ্ৰই সূৰ্যৰ পোহৰ পোৱাৰ পৰা বঞ্চিত হয় বাবে চন্দ্ৰক আংশিক বা পূৰ্ণভাৱে নেদেখা হওঁ। সূৰ্যৰ প্ৰখৰ দীপ্তিয়ে সূৰ্যৰ পিনে চালে দৃষ্টিশক্তিৰ হানি কৰিব পাৰে; কিন্তু স্নিগ্ধ চন্দ্ৰৰ পোহৰেতো চকুৰ একো হানি নকৰে। গতিকে সূৰ্যগ্ৰহণ চোৱাটো পাপ বুলি কৈ সূৰ্যৰ পিনে চোৱাত আমাক বিৰত ৰখাটো যুক্তিসংগত বুলি ভাবিলেও চন্দ্ৰৰ পিনে

নোচোৱাটোৰ একো যুক্তি বিচাৰি নাপাওঁ। গ্ৰহণৰ সময়ত খালে বা প্ৰাকৃতিক কামবোৰ কৰিলে বেমাৰ হয় বুলি ভয় দেখুওৱা হয়। কিবা জানো যুক্তি আছে? গ্ৰহণ কেইবাঘন্টা জুৰি থাকে। ডাঙৰবোৰে বাৰু সেই সময়খিনিত একো নোখোৱাকৈ বা একো প্ৰকৃতিগত কাম নকৰাকৈ থাকিল, কিন্তু পানী কেচুৱা এটিক জানো তিনি চাৰি ঘন্টা একো নুখুওৱাকৈ ৰাখিব পাৰি? প্ৰাকৃতিক কামবোৰ শিশুটোৱে স্বাভাৱিক নিয়মতে কৰিব। সেই শিশুটিক যদি গ্ৰহণৰ একো দোষে নধৰে, ডাঙৰক কিয় ধৰিব?

কৰবাত যাব লাগিলে আমি ভাল দিন, বাৰ, সময় চাই যাত্ৰা কৰাৰ কথা ভাবো। আমাৰ অন্ধবিশ্বাস এয়ে যে দিন, বাৰ, সময় শুভ নহ'লে আমাৰ যাত্ৰা অশুভ হ'ব, আমাৰ কিবা বিপদ আহিব পাৰে। পিছে বিপদবোৰ জানো অকল দূৰণি বাটতে আছে যে দূৰলৈ যাব লাগিলেহে আমি শুভদিনৰ নিৰ্ঘন্টি চাম? বিপদ এখোজ আগবাঢ়িলেও আহিব পাৰে। দৈনন্দিন জীৱনত স্কুল কলেজলৈ যাওতে, বজাৰ, অফিচলৈ যাওঁতে, মানুহৰ ঘৰত ফুৰিবলৈ যাওঁতে, কিবা অনুষ্ঠান চাবলৈ যাওঁতে আমি দেখোন শুভক্ষণ এটি চাই যাত্ৰা নকৰো। বিপদৰ জালপতা দিনবোৰৰ সদায়ে জানো আমি বিপদত পৰো? তেনেহ'লে দৈনন্দিন জীৱন যাত্ৰাৰ পথত আমি যেতিয়া শুভক্ষণৰ প্ৰতীক্ষাত নাথাকো, আন সময়ত কিয় শুভক্ষণৰ প্ৰত্যাশী হৈ মনটোক ভীতিগ্ৰস্ত কৰি তোলো।

আমাৰ কিবা বেয়া দিন যাব ধৰিলে বা আমি কিবা দীৰ্ঘ দিনীয়া অসুখত ভূগি থাকিলে আমি ধৰি লওঁ আমাৰ কিবা গ্ৰহৰ দোষ হৈছে। এয়াও একধৰণৰ অন্ধবিশ্বাস। এই অন্ধবিশ্বাসৰ পৰিণামত আমি গ্ৰহৰত্ন ধাৰণ কৰো সুফল বিচাৰি। ধৰক চাকৰিজীৱনত আমাৰ কাৰোবাৰ বহুত লটি ঘটি হৈছে— পাব লগা পদোন্নতি হোৱা নাই। বা সাময়িকভাৱে পদচ্যুতি হৈছে। শনিৰ কোপদৃষ্টিত পৰিছে বুলি ভাবি তাৰ পৰা মুক্তি পাবলৈ নীলা গ্ৰহৰত্ন ধাৰণ কৰিলেই জানো আমাৰ বেয়া দিনবোৰৰ অৱসান হ'ব? অফিচ সংক্ৰান্ত কিবা বিজুতিত হয় উৰ্ধতন বিষয়াৰ কোপত পৰি নাইবা নিজৰ ভুলত যি অশুভ পৰিণামৰ ভুক্তভোগী হওঁ আমি হাতৰ আঙুলিত মাত্ৰ এটি গ্ৰহৰত্নখচিত আঙুঠি পিন্ধিলেই আমি শুভক আহ্বান জনাই অশুভক আঁতৰাম এয়া জানো সঠিক বিশ্বাসৰ কথা?

আমাৰ কোনোবা সন্তানে দীৰ্ঘদিন ধৰি অসুখত ভূমি আছে। গ্ৰহদোষ মুক্ত কৰিবৰ বাবে তাক গ্ৰহৰত্ন পিন্ধালেই জানো সি আৰোগ্য লাভ কৰিব? তাৰ প্ৰয়োজন বিজ্ঞানসন্মত আধুনিক চিকিৎসাৰ। গ্ৰহৰ ওপৰত

অন্ধবিশ্বাস ৰাখি চিকিৎসা নকৰি পেলাই থোৱাটো সন্তানৰ জীৱনকে বিপন্ন কৰি তোলা হয়। কোনোবাই যদি হজমৰ গোলমালত প্ৰায়ে পেটৰ অসুখত ভূগি আছে— ডাক্তৰি চিকিৎসাৰ আশ্ৰয় নলৈ মাথো আঙুলি এটাত গ্ৰহৰত্ন বহোৱা আঙঠি এটা পিন্ধিলেই তাৰ পেটৰ গোলমাল ভাল হ'ব নে?

এই প্ৰসংগত আৰু এটা কথা যুক্তিৰে বিবেচনা কৰি চোৱা যাওক। মহামূল্য গ্ৰহৰত্নবোৰ ধাৰণৰ আৰ্থিক ক্ষমতা নিম্নমধ্যবিত্ত সংসাৰত নাথাকে। তেতিয়া দিহা দিয়া হয়— দামী গ্ৰহৰত্নৰ পৰিবৰ্তে আন কিছুমান সস্তীয়া বিধি পালন কৰিবলৈ যেনে পূজা-পাতল বা সস্তীয়া তাবিজ ধাৰণ কৰা। বিকল্প বিধি যদি আছেই গ্ৰহৰত্নক অতি আৱশ্যকীয় বুলি কেনেকৈ গণ্য কৰা যায়। মহামূল্য গ্ৰহৰত্ন বাদেও যদি আন সস্তীয়া উপায় থাকে তেনেহ'লে গ্ৰহৰত্নৰ প্ৰতি আমাৰ এনে অহেতুক দুৰ্বলতা কিয়?

দুৰ্বল মনবোৰেহে অন্ধবিশ্বাসক জীয়াই ৰাখিছে। স্ত্ৰীজাতিৰ মন বেছি দুৰ্বল। সেয়ে অন্ধবিশ্বাসে স্ত্ৰীজাতিক বেছি প্ৰভাবান্বিত কৰে। সন্তানহীনা নাৰীক আমি যেতিয়া আশ্বাস দিওঁ কোনো সাধুপুৰুষ বা ত্ৰিকালজ্ঞ জ্যোতিষীৰ আশীৰ্বাদ পুষ্ট ফুল বা ফল গ্ৰহণ কৰিলে মাতৃত্ব লাভ হ'ব, তেতিয়া আমি নিজৰ অজ্ঞতাৰে পৰিচয় নিদিওঁ জানো? বিবাহিতা নাৰী এগৰাকীৰ সন্তান ধাৰণৰ বিফলতাৰ মূলত হয় নাৰীগৰাকীৰ প্ৰজনন ক্ষমতাত কিবা আসোঁৱাহ আছে, নহ'লে বীজ প্ৰদান কৰা স্বামীগৰাকীৰ কিবা অক্ষমতা আছে। স্ত্ৰী বা পুৰুষৰ এই অক্ষমতা বিজ্ঞানসন্মত চিকিৎসাৰ সহায়ত কেতিয়াবা ক্ষমতাত পৰিণত হয়, কেতিয়াবা নহয়। তেনেহ'লে চিকিৎসাৰ সহায় নলৈ অন্ধ-বিশ্বাসক সাৱটি ধৰি আশা পালি থকা জানো বিবেচনাৰ যোগ্য?

কিমান অন্ধ বিশ্বাসে যে আমাক আগুৰি আছে তাৰ সীমা সংখ্যা নাই। পৰীক্ষা দিব যাওঁতে ধুবী দেখিলে, বান্দৰ দেখিলে অযাত্ৰা, কল, কণী খালে বেয়া, বাটত যাওতে মেকুৰী পাৰ হৈ গলে যোৱাটো বেয়া কাৰণে দুখোজ পিছুৱাই আহিব লাগে। কিছুমান মানুহ দেখিলে বা কিছুমান নাম মনত পেলোৱাটো কুলক্ষণ। এনে অন্ধ-বিশ্বাসে অৱশ্যে আমাৰ দৈহিক একো হানি নকৰে; কিন্তু আমি মানসিকভাৱে যে দুৰ্বল তাৰ প্ৰমাণ দিওঁ। হিষ্টিৰিয়াত আক্ৰান্ত ছোৱালীক আমি ভূতে ধৰা বুলি ওজা মাতি ভূত খেদোৱাৰ যি পৈশাচিক উপায় গ্ৰহণ কৰো তাৰ পৰা বেমাৰীজনে বৰ দৈহিক কষ্ট পায়। অলপতে এই ভূত খেদা লৈ কি কৰুণ পৰিণতি হৈছে

তাৰে এটি উদাহৰণ নিদি থাকিব নোৱাৰিলো। সংবাদপত্ৰৰ খবৰ ঢেকিয়াজুলীৰ অন্তৰ্গত পূব ভঙা মন্দিৰ গাওঁৰ ঘটনা। মায়াৰাণী ভূইঁহৰ নামৰ দুটি সন্তানৰ মাতৃ এগৰাকীয়ে কিবা অসুখত ভূগি থকাত স্থানীয় প্ৰচলিত ব্যৱস্থা অনুযায়ী, বিজ্ঞানসন্মতভাৱে চিকিৎসা কৰা চিকিৎসকৰ ওচৰ নাচাপি, স্বামী গৌৰীশংকৰে দুই বেজৰ কাষ চাপে। বেজৰ মতে মায়াৰাণীক ভূতে ধৰিছে। সেয়ে তেওঁলোকে ভূত জৰাৰ পদ্ধতি অনুসৰি প্ৰথমে সোকাৰে কোবাব ধৰে, তাৰ পিছত চাইকেলৰ চেইনেৰে, শেহত কুঠাৰৰ গাদীৰে মায়াৰাণীক প্ৰহাৰ কৰিব ধৰে। এই কুঠাৰৰ গাদীৰে কোবাওঁতে মায়াৰাণীৰ মৃত্যু হয়— এক কথাত মায়াৰাণী অন্ধ-বিশ্বাসৰ বলি হয়— যাৰ বাবে মায়াৰাণীৰ স্বামীয়ে পত্নীহাৰা হয়— সন্তানদুটি মাতৃহাৰা হয়। এনে অন্ধবিশ্বাসক এতিয়াও অনুমোদন জনাব পাৰি নে?

এনে সৰু ডাঙৰ অসংখ্য অন্ধবিশ্বাসে প্ৰতি পদক্ষেপতে বাধা নিষেধৰ শিকলি পিন্ধাই আমাক পিছলৈ টানি ৰাখিছে। এনেভাৱে অন্ধ-বিশ্বাসৰ দ্বাৰা আমি বন্ধা থাকিলে আগুৱাম কেনেকৈ? বিজ্ঞানীৰ নিচিনা সত্য-অন্বেষণী দৃষ্টিভংগী আমাৰ সকলোৰে নাথাকিলেও কম বেছি পৰিমাণে হ'লেও আমাৰ সকলোৰে বিচাৰ বুদ্ধি আছে। সেই বিচাৰ বুদ্ধিবোৰেই আমাৰ যুক্তি। এই যুক্তিৰেই আঁতৰাও আহক আমাৰ মাজত থকা অন্ধবিশ্বাসবোৰ।

# শৈক্ষিক জীৱনৰ অভিশাপস্বৰূপ ৰেগিং প্ৰতিৰোধৰ চিন্তা

ৰেগিং শব্দটো বিদেশী ইংৰাজী শব্দ। ইয়াৰ অসমীয়া প্ৰতিশব্দ মই বিচাৰি পোৱা নাই। জোকোৱা, কৌতুক কৰা, অপদস্থ কৰা, হাঁহিয়াতৰ পাত্ৰ কৰা, ৰং ধেমালি কৰা, এইবোৰৰ কোনো এটিৰে মই ৰেগিঙৰ প্ৰকৃত অৰ্থ বুজা বুলি সন্তুষ্ট হ'ব পৰা নাই।

ৰেগিঙৰ উৎপত্তি ক'ৰ পৰা হ'ল, প্ৰথম অৱস্থাত ইয়াৰ স্বৰূপ কেনে আছিল— এই ধৰণৰ আলোচনা এতিয়া নিষ্প্ৰেয়োজন। ৰেগিং যে আজিকালি শৈক্ষিক জীৱনত এক মহা অভিশাপ, এয়াই ৰেগিঙৰ প্ৰকৃত স্বৰূপ। এই লৈয়ে অলপ আলোচনা কৰিব বিচাৰিছো।

যিকোনো মহাবিদ্যালয়ত বিশেষকৈ ছাত্ৰাবাসবোৰত নবাগত বা নবাগতা সকলক আদৰিবৰ নামেৰে যি বীভৎস নাটক এখন মঞ্চস্থ হয় সেয়া মাৰ্জিত ৰুচিৰ দৰ্শকৰ মনোৰঞ্জনৰ বস্তু নহয়। এই নাটক মঞ্চস্থ কৰাৰ মাজত পৰিচালক সকলৰ বিকৃত ৰুচিৰ পৰিচয়েই মাথোন প্ৰকট হৈ উঠে। বহুত আশা-আকাংক্ষা লৈ নবাগত ছাত্ৰ-ছাত্ৰীসকল কলেজত শিক্ষা লব আহি আৰম্ভণিতে যি দুৰ্বিপাকৰ সন্মুখীন হব লগা হয় তাৰ আশংকাত নবাগত ছাত্ৰ-ছাত্ৰীসকল আনকি তেওঁলোকৰ অভিভাৱক সকলো ভীত আৰু দুশ্চিন্তাগ্ৰস্ত হৈ থাকে। কোনোবা উজ্জ্বল সম্ভাৱনাপূৰ্ণ ছাত্ৰই হয়তো মানসিক আৰু শাৰীৰিক যন্ত্ৰণা সহ্য কৰিব নোৱাৰি নিজৰ 'কেৰিয়াৰ'ৰ তাতেই কবৰ খান্দি কলেজ এৰি ঘৰলৈ গুচি যায়। কোনোবাৰ হয়তো ৰেগিং নাটকৰ পৰিচালকৰ মই-মতালি ব্যৱহাৰত জীৱন ঘূণীয়া হৈ যায়, কেতিয়াবা মৃত্যুৰ মাজত নিষ্কৃতিও বিচাৰে। কেনে ধৰণৰ অশ্লীল, অমাৰ্জিত, বৰ্বৰ ব্যৱহাৰ ৰেগিং মাষ্টৰসকলে কৰে তাৰ বিৱৰণ দিব গলে শালীন সংকোচত কলমেই নচলা হব। এইটো ঠিক ৰেগিঙৰ সপক্ষে কোনো

মাৰ্জ্জিত ৰুচিৰ ব্যক্তিয়ে এযাৰো মাত মাতিবলৈ মন নকৰিব। কিছুমান বিকৃত ৰুচিৰ ছাত্ৰ-ছাত্ৰীৰ বীভৎস উল্লাসৰ পৰিণাম ৰূপে ৰেগিং বৰ্তি আছে। কলেজৰ ছাত্ৰ একতা সভাবোৰে ৰেগিং বন্ধ কৰাৰ প্ৰস্তাৱ লৈও সফল হ'ব পৰা নাই। বিকৃত ৰুচিয়েই বৰ্তমানৰ ঘৃননীয় পৰ্যায়ত ৰেগিঙক জীয়াই ৰখাৰ প্ৰধান কাৰণ।

এই বিকৃত ৰুচিৰ পৰিবৰ্তন আনিব নোৱাৰি জানো? মোৰ মতে তিনিটা প্ৰধান উপায় আছে বৰ্তমানৰ যম-যাতনা ৰূপী ৰেগিং ৰোধ কৰাৰ। এই তিনিটা উপায় এককভাৱে বা সন্মিলিতভাবে প্ৰয়োগ কৰিব পাৰিলে আশা ৰাখো বীভৎস ৰেগিং প্ৰথাৰ আয়ুস টুটিব।

প্ৰথম উপায় হিচাপে মই ক'ব খোজো বিকৃত ৰুচিৰ জন্ম হয় ঘৰুৱা অসতৰ্কতাৰ বাবে। সন্তানৰ মাজত বিকৃত ৰুচি গঢ় লোৱাৰ বাবে পিতৃ-মাতৃ সকলে নিজৰ সন্তান বাঢ়ি অহাৰ লগে লগে চোকা নজৰ ৰাখিব লাগে যাতে নিজৰ সন্তানৰ কোনো বেয়া কামৰ বাবে বা বেয়া আচৰণৰ বাবে তেওঁলোক ভৱিষ্যতে লাজ পাবলগীয়া নহয়। যিসকল ল'ৰা-ছোৱালী ৰেগিঙৰ পাণ্ডা হয়— মোৰ বিশ্বাস তেওঁলোকৰ ঘৰখনৰ ভিতৰচ'ৰাৰ খবৰ ললেই সেই ধাৰণা শুদ্ধ বুলি প্ৰমাণিত হ'ব। সন্তানৰ মানসিকতা সুস্থভাবে গঢ় ললে বিকৃত উল্লাসৰ পৰা নিশ্চয় তেনে ল'ৰা-ছোৱালী আঁতৰত থাকিব। বহুত নহলেও আমাৰ কিছু অভিভাৱকৰ এটা দোষ আছে। ঘৰ এৰি নিজৰ ল'ৰা-ছোৱালীয়ে যেতিয়া আন ঠাইত গৈ ছাত্ৰাবাসত থাকিব লয়, তেতিয়া ল'ৰা-ছোৱালী স্বাধীনভাবে থাকিব পৰা হল ভাবি প্ৰয়োজনীয় টকাখিনিৰ যোগাৰ ধৰিয়ে ক্ষান্ত থাকে। নিজৰ সন্তানসকল ঘৰুৱা শাসনৰ বাহিৰত গৈ একো একোটা 'কাইকোবাদ'ত ৰূপান্তৰিত হল নেকি তাৰ খবৰ নাৰাখে। কি স্কুল, কি কলেজ, কি ঘৰ, কি বাহিৰ সন্তানৰ মংগল চিন্তাই পিতৃ মাতৃৰ চাৰিত্ৰিক বৈশিষ্ট্য। সেয়ে কওঁ পিতৃ-মাতৃৰ চোকা নজৰ থাকিলে নিজৰ সন্তানৰ মাজত বিকৃত ৰুচিৰ জন্ম নহয়। বিশ্বাস কৰিবলৈ টান যদিও এনে পিতৃ-মাতৃও আছে নিজৰ সন্তানৰ এনে কুকাৰ্যক কৌতুকৰ শাৰীত পেলাই গহীন পৰিস্থিতিকো হাঁহি উৰাই দিব খোজে।

দ্বিতীয় উপায় হিচাপে কব খোজো— ৰেগিঙক বৰ্তমানৰ নিচিনা এনে জঘন্য পৰ্যায়ত নমোৱাৰ বাবে ছাত্ৰাবাসৰ অধীক্ষক সকলো দায়ী। অধীক্ষকসকলে যদি লৰাক ভয় নকৰি যথোপযুক্ত অনুশাসনৰ প্ৰৱৰ্তন কৰি ছাত্ৰাবাসবোৰৰ নিকা ভাৱমূৰ্তি বৰ্তাই ৰাখিব পাৰে বা নিৰ্দেশ জাৰি কৰি

ৰেগিঙৰ বিৰুদ্ধে কঠোৰ মনোভাব প্ৰদৰ্শন কৰিবৰ সাহস কৰে তেনেহলে ৰেগিঙৰ কুৎসিৎ ৰূপটো নিশ্চয় পৰিবৰ্তিত হ্‌ব। কলেজৰ অধ্যক্ষতকৈ ছাত্ৰাবাসৰ অধীক্ষক এজনে নিজৰ অধীনস্থ ছাত্ৰাবাসৰ ওপৰত বেছি সতৰ্ক দৃষ্টি ৰাখিব পাৰে। ৰেগিঙৰ পাণ্ডাসকলৰ সংখ্যা সাধাৰণতে সীমিত থাকে। সেই কেইজনৰ মুখামুখি হৈ নিষেধাজ্ঞা জাৰি কৰাৰ নিচিনা সাহস থাকিব লাগিব। মাথোন ছাত্ৰাবাসৰ মেচ চলোৱাৰ বাবে নিশ্চয় এজন অধীক্ষকৰ নিযুক্তি দিয়া নহয়। পিছে বেছিভাগ অধীক্ষকে 'চাচা আপন প্ৰাণ বাচা' নীতিত বিশ্বাস ৰাখি নিৰ্লিপ্ত থাকিব বিচাৰে; যাৰ পৰিণামত ৰেগিং নামৰ দানবটোৰ অত্যাচাৰ দিনক দিনে বাঢ়ি গৈছে।

ছাত্ৰাবাসৰ অধীক্ষকসকলে ছাত্ৰাবাসৰ আসন ভগাই দিয়াৰ সময়তো বিশেষ চকু ৰাখিব পাৰে। কিছুমান কলেজৰ ছাত্ৰাবাসত একো একোটা কোঠালীত একে শ্ৰেণীৰ ছাত্ৰকে থাকিব দিয়া হয় পঢ়াশুনাৰ সুবিধা হয় বুলি। তেনেকৈ আসন বন্টন কৰিলে ওপৰৰ শ্ৰেণীৰ ছাত্ৰ থকা কোঠালীত নৱাগত ছাত্ৰই থাকিবলগীয়া নহয়। ফলত বলিৰ পাঠা হোৱাৰ পৰাও ৰক্ষা পৰে। পুৰণি ছাত্ৰসকলৰ লগত নবাগত ছাত্ৰক থাকিব দিলে ৰেগিং কৰোঁতাসকলক ৰাতি দুৱাৰ মাৰি নৱাগতৰ ওপৰত শাৰীৰিক, মানসিক অত্যাচাৰ কৰাৰ সুযোগ দিয়া হয়। অধীক্ষকসকলে এইষাৰ কথা মনত ৰাখিলে ছাত্ৰাবাসত অন্ততঃ মাজৰাতি বন্ধ কোঠালীত নবাগতক ৰেগিং কৰাৰ বাট প্ৰশস্ত হৈ নাথাকিব। বাকী সময়খিনি তেওঁ নিশ্চয় ছাত্ৰাবাসৰ ভিতৰত ক'ত কি হৈ আছে তাৰ ভূ ৰাখিব পাৰিব।

তৃতীয় উপায় হিচাপে মই কওঁ— বৰ্তমানৰ নিচিনা দৈহিক অত্যাচাৰ কৰা ৰেগিং বন্ধ কৰিব পাৰে আচলতে নবাগত বা নবাগতা সকলেই। এষাৰ কথা আছে যিজনে অন্যায় কৰে আৰু যিজনে অন্যায় সহ্য কৰে সমানে দোষী। নৱাগত সকলে যদি ওপৰৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলৰ দ্বাৰা ৰেগিং খোৱাৰ ভয়ত ভীতিগ্ৰস্ত আচৰণ প্ৰদৰ্শন কৰে, তেতিয়া ৰেগিং মাষ্টৰ সকলে বেছিহে মজা পায়। শ্ৰদ্ধা বস্তুটো দাবীৰ বস্তু নহয়, আৰ্জনৰ বস্তু। নিজক শ্ৰদ্ধাৰ যোগ্য বুলি আনৰ আগত প্ৰতীয়মান কৰাব পাৰিলেহে শ্ৰদ্ধা অৰ্জন কৰিব পাৰি। যিসকল অগ্ৰজে অনুজ সকলক নাঙঠ কৰি বীভৎস ৰসৰ আস্বাদন লব বিচাৰে তেওঁলোক জানো শ্ৰদ্ধাৰ যোগ্য? এনে অগ্ৰজক সমীহ কৰাৰ জানো প্ৰয়োজন আছে? সকলো নবাগত/নৱাগতাই যদি একগোট হৈ অগ্ৰজসকলৰ অমানবীয়, ঘৃননীয় ৰেগিঙৰ তীব্ৰ প্ৰতিবাদ জনাব পাৰে, তেতিয়া ৰেগিং মাষ্টৰ সকলেও নিশ্চয় তেওঁলোকৰ

কেৰামতিৰ দৌৰ বুজি পাব আৰু ৰেগিং কৰাৰ পৰা বিৰত থাকিব। মানুহৰ মাজত সেই 'চাচা আপন প্ৰাণ বাচা' নীতিটোৱেই ঐক্যবদ্ধ হোৱাৰ প্ৰতিবন্ধক। কোনোবা নবাগতৰ ভাগ্য ভাল হ'লে ৰেগিং খোৱা অলপ কম হয়। এই কমকৈ ৰেগিং খোৱা সকলে ঐক্যবদ্ধ হৈ জোৰ প্ৰতিবাদত ভাগ লব নোখোজে। কিন্তু এয়া ঠিক নহয়। কম বেছি বুলি কথা নাই। প্ৰতিজনেই ৰেগিঙৰ তিতা সোৱাদ চাকিছে। সেয়ে নবাগত সকল একগোট হব লাগে। এটা কথাত বিশ্বাস ৰাখিব লাগে যে, পাশৱিক শক্তি মানবীয় শক্তিতকৈ সদায় দুৰ্বল। সেয়ে পাশৱিক শক্তিৰ অধিকাৰী ৰেগিং মাষ্টৰ সকলক প্ৰাধান্য দিব নালাগে।

নবাগত সকলক ৰেগিং প্ৰতিৰোধৰ ক্ষেত্ৰত সহায় কৰিব পাৰে ওপৰৰ শ্ৰেণীৰ যিসকল ছাত্ৰ-ছাত্ৰী ৰেগিঙত লিপ্ত নাথাকে তেওঁলোকে। মুষ্টিমেয় কেইজনমানহে অকথ্য, অশ্ৰাব্য ৰেগিঙৰ লগত জড়িত থাকে। এই মুষ্টিমেয় ৰেগিং মাষ্টৰ সকলক সতীৰ্থ হিচাপে শুদ্ধ বাট দেখুৱাই দিয়াটো তেওঁলোকৰ কৰ্তব্য। নিজৰ ভাবমূৰ্তি নষ্ট কৰিব নোখোজা এই তথাকথিত ভাল ছাত্ৰ-ছাত্ৰীসকল ৰেগিঙৰ মাত্ৰা চেৰাই গ'লে তাক প্ৰতিৰোধ কৰাত সক্ৰিয় অংশ লব লাগে। নহ'লে উলুৰ লগত বিৰিণাৰো মৰণ। ৰেগিং প্ৰতিৰোধ কৰিব গৈ অসমৰ আভিযান্ত্ৰিক মহাবিদ্যালয়ত অলপতে যিটো পৰিস্থিতিৰ উদ্ভৱ হৈ কলেজ, হোষ্টেল বন্ধ আছিল, তথাকথিত সুবোধ ছাত্ৰ সকলে কব পাৰিবনে তেওঁলোকৰ শৈক্ষিক জীৱন ক্ষতিগ্ৰস্ত হোৱা নাই বুলি? এয়া তেওঁলোক নিৰ্বিকাৰ থকাৰ পৰিণাম।

উপসংহাৰত কওঁ — শৈক্ষিক জীৱনৰ অভিশাপ স্বৰূপ ৰেগিং বন্ধ কৰিব লাগে তাৰ বাবে ১। পিতৃ-মাতৃ তথা অভিভাৱক সকলৰ সজাগ দৃষ্টিৰ প্ৰয়োজন। ২। ছাত্ৰাবাসৰ অধীক্ষক সকল নিৰ্বিকাৰ, নিৰ্লিপ্ত হৈ পাঁচোটা বছৰ অতিবাহিত নকৰি, নিজৰ কৰ্তব্য যথাযথ পালন কৰিবৰ মানসিকতা গঢ়ি তুলিব লাগে যাতে ছাত্ৰাবাসত ঘটি যোৱা অশোভন ঘটনাৰ বাবে তেওঁলোক অভিভাৱক আৰু জনসাধাৰণৰ চকুত হেয় নহয়। ৩। নবাগত সকল একগোট হব লাগে আৰু ৰেগিং মাষ্টৰ সকলৰ শান্ত, শিষ্ট, সুবোধ সতীৰ্থ সকলো নবাগত সকলৰ কাষত থিয় দি ৰেগিঙৰ 'মুৰ্দাবাদ' ঘোষণা কৰিব লাগে।

# প্ৰাথমিক শিক্ষানুষ্ঠান আৰু হাইস্কুল শিক্ষান্ত পৰীক্ষা

প্ৰতি বছৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত শতকৰা ৬৫/৭০ ভাগ ছাত্ৰ-ছাত্ৰীয়ে অকৃতকাৰ্য হয়। আমি কোনেও এনে হোৱাটো বাঞ্ছা নকৰো; তথাপি প্ৰতিবছৰ সেই অবাঞ্ছিত পৰিণামক স্বীকাৰ কৰিবলগীয়া হয়। ইটো, সিটো মতামত দাঙি ধৰা হয়, কাৰণবোৰ বিশ্লেষণ কৰা হয়, পিছে সংশোধন নহয়। শিক্ষা পদ্ধতিৰ আমূল সংস্কাৰ নহলে সংশোধন আশা কৰাটোও ভুল।

প্ৰতিবছৰে এনে দুখলগা হাৰত কিয় পৰীক্ষাৰ্থী সকল অকৃতকাৰ্য হয় তাৰ কাৰণ বহুতো। তাৰে ভিতৰত মই দুটা প্ৰধান কাৰণ লৈ আলোচনা কৰিব বিচাৰিছো। কাৰণ দুটা হ'ল— ১। যধেমধে স্কুল খোলাৰ ব্যৱসায়িক মনোবৃত্তি আৰু ২। প্ৰাথমিক স্তৰত সুস্থ আৰু শুদ্ধ শিক্ষাদানৰ অভাৱ।

১। যধেমধে স্কুল খোলাৰ ব্যৱসায়িক মনোবৃত্তি।

এই মনোবৃত্তি সৰহ সংখ্যক কম মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীৰ উন্নতিৰ পৰিপন্থী। স্কুল এখনে চৰকাৰী অনুমোদন পাব লাগিলে কেবাটো চৰ্তৰ অন্যতম ছাত্ৰ-ছাত্ৰীৰ ন্যূনতম সংখ্যাৰ আৱশ্যকতা। এই ন্যূনতম সংখ্যাখিনি ঠিক ৰাখিবৰ বাবে বহুত স্কুলত বিশেষকৈ গাওঁ অঞ্চলৰ বহুতো স্কুলত নিচেই কম বুদ্ধিৰ ছাত্ৰ-ছাত্ৰীকো বিষয়বোৰ আয়ত্ত কৰিবলৈ অপাৰগ হ'ব জানিও ওপৰৰ শ্ৰেণীত উঠাই দিয়া হয়। নহ'লে অপাৰগ ল'ৰা-ছোৱালীক দ্বিতীয়বাৰ চেষ্টা কৰাৰ সুযোগ দিয়াৰ পৰিবৰ্তে স্কুলৰ পৰা নাম কটাই অভিভাৱক সকলে ঘৰৰ কামত লগাই দিয়ে। এই মনোবৃত্তিয়ে শিক্ষাৰ মান নিম্নমুখী কৰি তোলে।

২। প্ৰাথমিক স্তৰত সুস্থ আৰু শুদ্ধ শিক্ষাদানৰ অভাৱ। মোৰ মনত এইটোয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ শোচনীয় পৰিণামৰ প্ৰধানতম কাৰণ।

কোকৰাঝাৰ ভৈয়াম জনজাতি অঞ্চলত কেইবছৰমান ছোৱালী হাইস্কুলত প্ৰধান শিক্ষয়িত্ৰীৰূপে কাম কৰাৰ অভিজ্ঞতাৰে মই এই প্ৰাথমিক

স্তৰত থকা শিক্ষাদানৰ ত্ৰুটিবোৰকে হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ শোচনীয় ব্যৰ্থতাৰ ঘাই কাৰণ বুলি পতিয়ন গৈছো। আমাৰ গাওঁ অঞ্চলৰ প্ৰাথমিক শিক্ষানুষ্ঠানবোৰৰ বৰ্তমান শৈক্ষিক পৰিবেশ বৰ দুখলগা। সাধাৰণতে গাওঁৰ এনে শিক্ষানুষ্ঠানবোৰত যিসকলে শিক্ষকতা কৰে তাৰ বেছিভাগৰে শৈক্ষিক অৰ্হতা লাজ লগা বিধৰ। বেছিভাগে কোনমতে হাইস্কুলৰ সপ্তম বা অষ্টম শ্ৰেণীলৈকে পঢ়ি থকা ছাত্ৰ-ছাত্ৰী। স্কুলৰ উচ্চ শ্ৰেণীত লিখা পঢ়া আয়ত্ব কৰিব নোৱাৰি ঘৰৰ ল'ৰা-ছোৱালী ঘৰলৈ উভতি যায় আৰু ঘৰতে থাকি নিজ নিজ অঞ্চলৰ প্ৰাথমিক স্কুল এখনত শিক্ষকতাৰ কামত যোগ দিয়ে। স্কুল কতৃপক্ষইও আৰ্থিক বা আন কাৰণত বাহিৰৰ পৰা অৰ্হতাসম্পন্ন শিক্ষক আনিব নোৱাৰি স্কুল পৰিত্যক্ত এনে ল'ৰা-ছোৱালীকে শিক্ষকতাৰ কামত নিযুক্তি দি স্কুল এখন চলাই থাকে। পৰিণাম অৱধাৰিত। যি গৰাকী নিজেই বিষয়বোৰ ভালদৰে বুজি নোপোৱা বাবে বা আয়ত্ব কৰিব নোৱাৰে বাবে আধাবাটতে লিখা-পঢ়াত ইতি টানি হাইস্কুল এৰি আহে তেওঁ আনক কি শিকাব? তেওঁ কেনেকৈ শুদ্ধ পাঠদান কৰিবলৈ সমৰ্থ হ'ব? গতিকে যোগ্য শিক্ষকৰ অভাবতে প্ৰাথমিক স্তৰৰ শিক্ষা প্ৰতিষ্ঠান বোৰ যে ৰুগীয়া তাত সন্দেহ নাই।

শিক্ষাৰ মাধ্যম মাতৃভাষা হ'ব লাগে বুলি বিদগ্ধ শিক্ষাবিদ সকলে মত পোষণ কৰে। সৰু মুখত ডাঙৰ কথা কোৱা যেন শুনিলেও মোৰ শৈক্ষিক জীৱনৰ অভিজ্ঞতাই মোক কথাষাৰ সম্পূৰ্ণভাবে মানিবলৈ নিদিয়ে।

কোকৰাঝাৰ ভৈয়াম জনজাতি অধ্যুষিত অঞ্চল। এই অঞ্চলৰ জনজাতীয় অধিবাসী সকলৰ মাতৃভাষা বড়ো। প্ৰাথমিক বিদ্যালয় পাছ কৰা 'চাৰ্টিফিকেট'ৰ ভেটিত হাইস্কুলত নাম লগোৱাৰ সুযোগ পায়। নাম ভৰ্তি কৰিবলৈ অহা ছাত্ৰীসকলৰ নিৰ্বিকাৰ, ভাব লেষ হীন মুখবোৰ দেখিলে ভাব হয় বুদ্ধিৰ স্ফুৰণত তাহাতে গাওঁৰ প্ৰাথমিক স্কুলবোৰৰ পৰা একো সহায় পোৱা নাই। 'অসমীয়া' তাহাতৰ মাতৃভাষা নহয় বুলি পাঠ গ্ৰহণ কৰাত তাহাতে অসুবিধা পাইছে বুলি বিশ্বাস নহয়। হাইস্কুল পৰিত্যক্ত ছাত্ৰ-ছাত্ৰীবোৰে গাওঁত গৈ নিজৰ ভাষাতে যে শিক্ষাদান কৰে— তাত জানো সন্দেহৰ অৱকাশ আছে? পিছে শিকাব নো কি? নিজেই দেখোন একো নাজানে? মাতৃভাষা মাধ্যম নহলেও যে প্ৰকৃত শিক্ষা গ্ৰহণ কৰিব পাৰি তাৰ উদাহৰণ মই মোৰ শিক্ষকতা কালতে দেখিবলৈ পাইছো। মাধ্যমে যদি প্ৰধান কথা তেনেহ'লে কোনদিনে নুশুনা বিদেশী ভাষা 'ইংৰাজী'টো তাহাতে হাইস্কুলত আহি প্ৰথম পৰিচয়তে কেনেকৈ

আয়ত্ব কৰিব পাৰে? মাতৃভাষা মাধ্যম হলেই যদি শিক্ষাৰ মান উন্নত হয় তেতিয়া হলে দেখোন প্ৰতিটো অসমীয়া মাধ্যমৰ স্কুলে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সুফল প্ৰদৰ্শন কৰিব পাৰিলেহেঁতেন; ইংৰাজী মাধ্যমৰ স্কুলবোৰৰ প্ৰতি অযথা বিদ্বেষ পোষণ কৰাৰ পৰিবেশো সৃষ্টি নহ'লহেঁতেন। ল'ৰা ছোৱালীয়ে যিটো পৰিবেশৰ মাজত ডাঙৰ হয়, সেই পৰিবেশৰ প্ৰচলিত ভাষাকণ বুজিপোৱাত, আয়ত্ব কৰাত অসুবিধা নাপায়। সেয়ে মাৰাঠী শিশু এটিও অসমীয়া পৰিবেশত সুন্দৰ ভাবে অসমীয়া ক'ব পৰা হয়, অসমীয়া শিশু এটিও হিন্দী ভাষী পৰিবেশৰ মাজত থাকি ভালভাবেই হিন্দী ভাষা আয়ত্ব কৰিব পাৰে।

গতিকে মোৰ বিশ্বাস শিক্ষাৰ মাধ্যমৰ ওপৰতে সকলো নিৰ্ভৰ নকৰে। সুস্থ, শুদ্ধ শিক্ষাদান সম্ভৱ হৈ উঠে শিক্ষকৰ যোগ্যতা আৰু নিষ্ঠাৰ ওপৰতে। শিক্ষাৰ ভেটি গঢ়ি উঠে প্ৰাথমিক স্তৰতে। সেই ভেটি সুদৃঢ় নহ'লে দুৰ্বল ভেটিত সজা ইমাৰত এটা ভাঙি পৰাৰ দৰে ছাত্ৰ এজনৰ জীৱনো অকৃতকাৰ্যতাৰ অভিশাপত ভাঙি যায়। প্ৰাথমিক শিক্ষানুষ্ঠানবোৰ উন্নতমানৰ হ'লে উচ্চ বিদ্যালয়বোৰো উন্নতমানৰ হ'ব বুলি আশা কৰিব পাৰি; কিয়নো প্ৰাথমিক শিক্ষানুষ্ঠানবোৰেই উচ্চ বিদ্যালয়বোৰত ছাত্ৰ-ছাত্ৰীৰ যোগান ধৰে। উচ্চ বিদ্যালয় এখনত উন্নত মানৰ ছাত্ৰ-ছাত্ৰী থাকিলে শিক্ষান্ত পৰীক্ষাৰ ফলো ইমান নিৰাশাজনক নহ'ব নিশ্চয়।

# উছৰ্গা

বিয়াৰ আগত বঙালী সাহিত্য আৰু সংস্কৃতিৰ লগতে বেছিকৈ পৰিচিত আছিলো। বিয়াৰ পিছত যিজনে মোক অসমীয়া আধুনিক গল্পবোৰ পঢ়ি শুনাই মোৰ আগ্ৰহ বঢ়াইছিল সেই ভ্ৰাতৃসম দেৱৰ শ্ৰী সত্যেনলৈ

মৰমেৰে—

নবৌ

## —ঃ সূচীপত্ৰ ঃ—

# দি স্ন্যাণ্ডাৰাৰ

চাৰ্জি ক্যাপিটোনিক আকিনিয়েভ হস্তাক্ষৰ কলাৰ শিক্ষক। আকিনিয়েভৰৰ জীয়েক নাটালিয়াৰ বিয়াৰ ভোজ উৎসৱ আজি। নাচ, গান, ৰং ধেমালিৰে চ'ৰাঘৰত হুলস্থূলীয়া পৰিবেশ। ভাৰা কৰা অতিথি সৎকাৰক সকল ব্যস্ত — ব্যস্ত পাগল মানুহৰ নিচিনা — ইপিনে আহে, সিপিনে যায়। উচ্চস্বৰৰ কথা বতৰাবোৰে পৰিবেশক কৰি তুলিছে উত্তপ্ত।

গৃহকৰ্তা আকিনিয়েভ ব্যস্ত। বৰ ব্যস্ত। সকলোপিনে চকু ৰাখিব লগা হৈছে। ইপিনে গৈ, সিপিনে গৈ সকলো ঠিক আছে নে নাই চাইছে। এবাৰ তেওঁ ৰান্ধনি ঘৰতো সোমালে — ৰাতিৰ খোৱালোৱাৰ ব্যৱস্থাৰ অগ্ৰগতি আৰু স্বৰূপ চাবলৈ। সোমোৱাৰ লগে লগে আকিনিয়েভৰ অন্তৰখন খুচিত উপচি পৰিল। কি আমোল মোল গোন্ধ — বিচিত্ৰ ৰন্ধা বস্তুবোৰৰ — জিভাত পানী ওলাই যায়। শকত আৱত ৰঙমুৱা ৰান্ধনী তিৰোতা মাৰ্ফাজনীও বৰ ব্যস্ত, ভোজ্যবস্তুৰে ভৰি পৰা টেবুলখনৰ ওচৰতে।

ভোজনৰ প্ৰধান আকৰ্ষণ অথনি অনোৱা ডাঙৰ ষ্টাৰ্জান মাছটোৰ আঞ্জাখিনি দেখুৱাবলৈ আকিনিয়েভে মাৰ্ফাক ক'লে। ইতিমধ্যে ৰন্ধা বস্তুৰ সুবাসে আকিনিয়েভক লুভীয়া কৰি তুলিছিল। মাৰ্ফাই টেবুলৰ সিটো পিনে গৈ আলফুলে ঢাকন গুচাই মাছৰ আঞ্জাখিনি দেখুৱালে। ওঃ বঢ়িয়া, বঢ়িয়া! কি ৰং, কি সুবাস, কি লোভনীয়! আকিনিয়েভৰ ৰসনা ইতিমধ্যে লালাসিক্ত হৈ আছিলেই। চায়েই পৰিতৃপ্ত আকিনিয়েভে কি কৰিব, কি নকৰিব! এবাৰ বহিছে, এবাৰ উঠিছে, আঙুলি চুহিছে, ওঁঠ চেলেকিছে। এবাৰ তেওঁ আনন্দত ওঁঠেৰে পৰিতৃপ্তিৰ এনে এটা জোৰ শব্দ কৰিলে ঠিক যেন সশব্দে চুমা খোৱা শব্দ।

লগে লগেই - "বাঃ মাৰ্ফুবা। বাঃ। কাকনো তুমি চুমা খালা?" কাষৰ কোঠালিত থকা সহকাৰী স্কুল শিক্ষক ভ্যান্‌কিনক দেখা গ'ল দুৱাৰ মুখত। "এ্যা, চাৰ্জি ক্যাপিটোনিক! বৰ ভাল. বৰ ভাল। এজনী তিৰোতাৰ লগত বৰ মজাৰ বুঢ়ামানুহ এজন।"

আকিনিয়েভ হতবুদ্ধি। "নহয়, নহয় হে। মইতো চুমা খোৱা নাছিলো। তুমি এইবোৰ কি বলকিছা? মূৰ্খ ক'ৰবাৰ। মাছৰ আঞ্জাখিনি চাই বৰ তৃপ্তি পাইছিলো আৰু সেয়েহে ওঁঠেৰে চেলেকাৰ শব্দ কৰিছিলো।"

"হেৰি ককাইদেউ! আপুনি আনক সেইবোৰ কথা কৈ বুজাওক, মোক নহয়।" ভ্যানকিনে মুখত এমোকৰা হাঁহি লৈ ওলাই গ'ল।

আৰু আকিনিয়েভ? লাজতে ৰঙা পৰি গ'ল । চিন্তাও হ'ল। 'ইয়াৰ পৰা কি হ'ব পাৰে চয়তানেহে জানে। সেই বদমাচটো, এই জানোৱাৰটোয়ে সকলোকে কৈ ফুৰিব আৰু সকলোৰে আগত মোক হেয় কৰি তুলিব।"

ভয়ে ভয়ে আকিনিয়েভে চ'ৰাঘৰত সোমাল। ভ্যান্‌কিন্ ক'ত আছে চালে আৰু দেখা পালে ভ্যান্‌কিনে পিয়ানো এটাৰ ওচৰতে থিয় দি ইন্‌চপেক্টৰৰ খুলশালীয়েকজনীক কিবা ফুচফুচাই ক'ব ধৰিছে আৰু তাই হাঁহিব ধৰিছে।

হ'ল আৰু, চয়তানে তাক লম্ভিলে। নিশ্চয় মোৰ কথাকে ক'ব ধৰিছে। নহলেনো আৰু কি ক'ব? তাইও ভাল তাক বিশ্বাস কৰিছে। সেয়েতো হাঁহিব ধৰিছে। নাই, নাই, এনে হ'ব দিব নোৱাৰি। মই নিজে সকলোকে আচল কথাটো ক'ম। তেতিয়াহ'লে তাৰ বাজে কথা শুনাৰ আগ্ৰহ কাৰো নাথাকিব, শুনিলেও বিশ্বাস নকৰিব। আকিনিয়ভে ভাবিলে।

মূৰ খজুৱাই খজুৱাই হতবুদ্ধি আকিনিয়েভে প্যাডেকো নামৰ ফৰাচী ভদ্ৰলোক এজনৰ ওচৰ পালে। "জানে, এই অলপ আগতে মই ৰান্ধনি ঘৰলৈ গৈছিলো। আপুনি মাছ বৰ ভাল পায়, মই জানো নহয়। ভাগ্য ভাল। আজি বৰ ডাঙৰ ষ্টাৰ্জান মাছ এটা পালো। অ বৰ ডাঙৰ, ইমান ডাঙৰ......। ৰ'ব মই আচল কথাকে কবলৈ পাহৰিছো। এই মাছটো লৈয়ে ৰহস্যৰ কথা হ'ল এটা। মাছটো কি দৰে ৰান্ধিলে চাবলৈ মই ৰান্ধনি ঘৰত গৈছিলো। ৰঙে, ৰসে, গোন্ধে লোভনীয় হৈ পৰা আঞ্জাখিনি চাই মোৰ জিভাৰ পানী ওলাল। তৃপ্তিৰ আনন্দত মই ওঁঠেৰে শব্দ এটা কৰিছিলো। আৰু ঠিক তেতিয়াই হ'ল কি জানে? হাঃ হাঃ হাঃ, ভ্যানকিনে সোমালে আৰু ক'লে কি জানে? হাঃ হাঃ হাঃ ক'লে কি, মই বোলে মাৰ্ফাক চুমা খালো। ভাবি চাওকচোন কি সাংঘাতিক কথা, কি সাংঘাতিক উদ্ভাৱন সেই নিৰেট মূৰটোৰ। তাই হৈছে ৰান্ধনী তিৰোতা, তাতে দেখাত সাইলাখ বান্দৰী এজনী। তাইক জানো চুমা খাব পাৰি? কি যে আচৰিত মানুহ এই ভ্যানকিনটো!" এইখিনি কথা কৈ থাকোতে আহি পালে মিঃ তাৰাস্তোভ। শেহৰ কথাখিনি কাণত পৰাত সুধিলে, 'কোন আচৰিত মানুহ? মাৰ্ফা আৰু মাছৰ প্ৰসংগটো আকিনিয়েভে আকৌ ক'বলৈ আৰম্ভ কৰিলে। আৰু শেষত মন্তব্য দিলে 'মাৰ্ফাক চুমা খোৱাতকৈ এটা কুকুৰাক চুমা খোৱা বেছি

আমোদজনক।”

ইপিনে ঘূৰিয়ে চকুত পৰিল মাজদাক। আকৌ আৰম্ভ কৰিলে — “ভ্যানকিনৰ কথাকে কব ধৰিছো, বুজিছে। কি অদ্‌ভূত কি সাংঘাতিক এওঁ। ৰান্ধনি ঘৰত সোমাই মাৰ্ফাক মোৰ ওচৰত থিয় হৈ থকা দেখিয়ে বেলেগ গল্প উলিয়ালে। আমি হেনো চুমা খাইছো। মদাহী নে কি — সেয়ে উদ্ভট সপোন দেখে? মই তাক ক'লো — “আৰে বুৰ্বক, মাৰ্ফাক চুমা খোৱাতকৈ হাঁহক চুমা খোৱাই ভাল দেখোন। তাতে মোৰ দেখোন এজনী ঘৈণীয়ো আছে।” বুজিছে, আচলতে সি মোক সকলোৰে আগত হাঁহিয়াতৰ পাত্ৰ কৰি তুলিব খুজিছে।”

ধৰ্মশিক্ষাৰ শিক্ষকজনৰ কাণতো শেহৰ কথাখিনি পৰিল। কাৰ কথা কৈছে সোধাৰ লগে লগে আকৌ মাছৰ ঘটনাটোৰ পুনৰাবৃত্তি কৰিলে আকিনিয়েভে।

এনেকৈ আধাঘন্টাৰ ভিতৰতে উপস্থিত সকলো আলহীয়েই ভ্যানকিন আৰু মাছৰ গল্পটো শুনিলে।

আকিনিয়েভে নিশ্চিন্ত হৈ ভাবিলে— ‘এইবাৰ কৈ ফুৰক সি। সি ক'বলৈ আৰম্ভ কৰিলেই জানে কাৰণে সকলোয়ে তাক থমাই দিব, বাজে কথা বলকিবলৈ হাক দিব।’

নিজৰ মতলব সফল হ'ল ভাবি আকিনিয়েভে আনন্দত গিলাচৰ পিছত গিলাচ মদ খালে। আলহী সকলক বিদায় দি নিশ্চিন্ত মনে গভীৰ টোপনিত ৰাতিটো কটালে। পিছদিনা ৰাতিপুৱা উঠি মাছ সম্পৰ্কীয় ঘটনাটো একোকে মনত নাথাকিল।

পিছে মানুহে পাঙে ঈশ্বৰে ভাঙে। আকিনিয়েভে ভাবিবই পৰা নাছিল তেওঁৰ মতলবে কেনেকুৱা বিকৃত ৰূপ ল'ব পাৰে বুলি। নিজৰ বুদ্ধিৰে নিজেই মাৰ খালে।

সাতদিন পিছত আকিনিয়েভ শিক্ষকসকলৰ কোঠালিত কিবা গুৰুতৰ বিষয় এটা লৈ আলোচনাত ব্যস্ত। ডিৰেক্টৰে তেওঁক মাতি পঠিয়ালে। ক'লে— চাৰ্জি ক্যাপিটোনিক, বেয়া নাপাব। তোমাৰ ব্যক্তিগত কথা হলেও অনধিকাৰ চৰ্চা কৰিবলৈ বাধ্য হৈছো। তুমি এজন শিক্ষক। মাৰ্ফা নামৰ তোমাৰ ৰান্ধনী তিৰোতাজনীৰ লগত তুমি প্ৰেম কৰা, চুমা খোৱা, যি ইচ্ছা তাকে কৰা, মাথো প্ৰকাশ্যে নকৰিবা। এয়ে মোৰ অনুৰোধ।

আকিনিয়েভৰ মূৰত সৰগ ভাঙি পৰিল। তেওঁ থৰ পৰি গ'ল। লাখ লাখ মৌমাখিৰ হুলে বিন্ধা মানুহৰ নিচিনা, উতলোৱা পানীত পৰা মানুহৰ

নিচিনা আকিনিয়েভে ঘৰ আহি পালে। ওৱে বাটটো আহোতে তেওঁৰ ভাব হ'ল যেন তেওঁৰ গোটেই গাটো আলকাতৰাৰে ক'লা হৈ পৰিছে আৰু সকলোয়ে তেওঁৰ পিনে চাই আছে।

ঘৰত আন এক নতুন বিপদ। খোৱা টেবুলত বহি ঘৈণীয়েকৰ প্ৰশ্নৰ জাউৰি আৰু তিৰস্কাৰ শুনিব লগা হ'ল। "তুমি নোখোৱানো কিয়? কি ভাবিছা? কামদেৱৰ কথা? প্ৰেমৰ কথা? ও, মাৰ্ফাক বিচাৰিছা? বুজিছা সাধু পুৰুষ, বুজিছা লম্পট, সদাশয় মানুহবোৰে মোৰ চকু খোল খুৱালে। মই সকলো জানিব পাৰিছো।" লগে লগে আকিনিয়েভৰ গালত এক চাপৰ। আকিনিয়েভে কোনমতে টেবুল এৰি উঠি ঢলং ঢপংকৈ ভ্যানকিনৰ কোঠালি পালে। ভ্যানকিনক পাই ক'লে, 'তুমি এক নম্বৰ বদ্‌মাচ্। তোমাৰ নিচিনা দ্বিতীয় বদ্‌মাচ্ আন এটি নাই। সেয়ে তুমি সকলোৰে সমুখত মোৰ গাত বোকা ছটিৱালা, মোৰ অপযশ ৰটালা।"

ভ্যানকিনে কথা শুনি আচৰিত হ'ল। সুধিলে— 'কেনেকৈ? কি অপযশ? আপুনি কি ক'ব বিচাৰিছে?'

'তুমি এজন খুনী, মানুহ মাৰিব পৰা খুনী। তুমিয়েইতো সকলোকে কৈ ফুৰিছা মই হেনো মাৰ্ফাক চুমা খাইছো।' আকিনিয়েভে উত্তৰ দিলে।

ঈশ্বৰে মোক শাস্তি বিহক, মোৰ দৃষ্টি শক্তি কাঢ়ি লওক, মোক মাৰি পেলাওক, মোক গৃহহীন কৰক, মই যদি আপোনাৰ সম্বন্ধে মানুহক কিবা কৈছো।' ভ্যানকিনৰ আন্তৰিকতা, ভ্যানকিনৰ শপতে প্ৰমাণ কৰিলে যে তেওঁ নিৰ্দোষ, তেওঁ অপযশ ৰটনা কৰা নাই।

"তেনেহ'লে? তেনেহ'লে কোন সেইজন?" আকিনিয়েভে বুকুত কৰাঘাত কৰি নিজকে নিজে বাৰ বাৰ প্ৰশ্ন কৰিব ধৰিলে আৰু পৰিচিত মানুহবোৰৰ মুখ এজন এজনকৈ মনত পেলাব ধৰিলে।

(এন্‌টন্ পাভলোভিচ চেকভৰ মূল গল্পৰ অনুবাদ)

# অন্তঃসলিলা

মীৰাৰ নিজকে আজি বৰ সৰু, বৰ ঠেক মনৰ যেন লাগিছে। অহাকালি মাজু দেওৰ প্ৰমথ আহিব। আহিব বাৰ বছৰৰ মূৰত সুদূৰ লণ্ডনৰ পৰা। লণ্ডনলৈ গৈছিল উচ্চ শিক্ষা লাভ কৰি বিলাতী ডিগ্ৰী এটা আনিবলৈ। অহাকালি আহি পাব। পিছে আশা কৰা মতে সেই উচ্চ শিক্ষাৰ ডিগ্ৰী লাভ কৰা নহ'ল। সেই আশা-আকাংক্ষাৰ অকাল মৃত্যু হৈছিল বহুদিন আগতে, বিদেশতে। ঘৰলৈ আহিব স্থায়ীভাৱে থাকিবৰ বাবেও নহয়। আহিব বহুদিন নেদেখা ঘৰৰ আপোন মানুহবোৰক লগ পাবলৈ, লগ পাই আকৌ উভতি যাব। বিদেশত, লণ্ডনৰ নিচিনা ঠাইত ভাল চাকৰি পাইছে, উভতি যাব। আৰ্জনো ভাল, কি দুখত ঘৰলৈ উভতি আহিব? লণ্ডনৰ চাকৰি এৰি, তাৰ আৰাম, স্বাচ্ছন্দ্য এৰি ইয়াৰ আৰ্থিক টনা আজোৰাৰ মাজতে থাকিবলৈ কাৰ নো ইচ্ছা হ'ব। তাৰোপৰি ঘটনাচক্ৰত পৰি শ্বেতাংগিনী এগৰাকীকো বিয়া কৰাইছে, দুজনী ছোৱালীও হৈছে; বিদেশত নিগাজীকৈ থকাৰ ব্যৱস্থাও কৰিছে। এই সকলোবোৰ এৰি একেবাৰে গুচি অহাৰ প্ৰশ্নও নুঠে। অহাকালি সপৰিয়ালে আহিব ঘৰৰ মানুহখিনিক লগ পাবলৈ, ঘৈণীয়েক আৰু ছোৱালী দুজনীৰ লগত চা-চিনাকি কৰি দিবলৈ। কেইদিনমান থাকি আকৌ উভতি যাব।

অলপদিনৰ কাৰণে হ'লেও ঘৰৰ ল'ৰা ঘৰলৈ আহিব, সুদূৰ প্ৰবাসৰ পৰা। ঘৰৰ সকলোৰে মনত আনন্দৰ সীমা নাই। বয়সৰ আঁচোৰ পৰা মাকে আনন্দত চকুপানী টুকি আছে। নমাহ, নদিন ধৰি অতি কষ্টেৰে গৰ্ভত ধাৰণ কৰা সন্তানক এদিনাখন স্বাৱলম্বী হৈ নিজৰ উজ্জ্বল ভৱিষ্যত গঢ়াৰ আকাংক্ষা দেখি সুদূৰ বিদেশত পঠিয়াবলৈ গৈ বুকু ভাঙি কান্দিছিল। প্ৰায় হেৰাই যোৱা সেই সন্তান সুদীৰ্ঘ বাৰ বছৰৰ মূৰত অলপ দিনৰ কাৰণে হ'লেও আহিব। মাকৰ অন্তৰ আনন্দত উদ্‌বাউল নহ'ব কিয়? ককাই-ভাই, বাই-ভনী সকলোৰে মনত আনন্দৰ জোৱাৰ উঠিছে। মাথো নবৌয়েক মীৰাৰ মনত অশান্তি। কিয় বাৰু? তেজৰ সম্পৰ্ক নথকা বাবেই নেকি? তেজৰ যি সম্পৰ্কই আপোনজনৰ সকলো দোষ ত্ৰুটি ক্ষমা কৰিব পৰাৰ শক্তি ৰাখে — সেই সম্পৰ্কৰ অভাৱতে মীৰাৰ মনত এনে অশান্তি নেকি? আত্ম-বিশ্লেষণ কৰি মীৰাই নিজকে অপৰাধী ঠাৱৰ কৰিছে; আৰু সেয়ে অস্থিৰতাত ভুগিছে।

বোৱাৰী হৈ অহা দিনৰ পৰা আজিলৈকে শহুৰৰ ঘৰখনৰ কথাবোৰ মীৰাই ভাবিছে। এইখন ঘৰৰ মানুহবোৰৰ লগত সম্পৰ্ক, ভাবৰ আদান প্ৰদানৰ কথা সুঁৱৰিছে। মাক-দেউতাৰ ঘৰত আটাইতকৈ সৰু হোৱা বাবে সৰু ভাই এটিৰ বাবে মনে মনে বৰ হেপাহ। মোমাইদেউৰ ল'ৰা, বৰদেউতাৰ ল'ৰাবোৰক সৰু ভাই হিচাপে পালেও একেখন ঘৰৰ চালৰ তলত নথকা বাবে সৰু ভাই এটি পোৱাৰ হেপাহকণ আধৰুৱা হৈয়ে আছিল। বিয়াৰ পিছত স্বামীৰ ঘৰলৈ আহি গিৰিয়েকৰ সৰু ভাই ভনী কেইটাক পাই সেয়ে আনন্দিত হৈছিল। দেওৰ আৰু ননদ কেইজনীক দেওৰ ননদ হিচাপে চোৱা নাছিল। ঠিক নিজৰ ভাই-ভনীৰ নিচিনাকৈয়ে চাইছিল। এজনে আনজনৰ ব্যৰ্থতাত আন্তৰিক ভাবেই দুখ পাইছিল। মনত পৰে মীৰাৰ এদিনৰ কথা। প্ৰমথে বিশ্ববিদ্যালয়ৰ পৰীক্ষা এটাত পাছ কৰিব নোৱাৰি দুখত কান্দিছিল। প্ৰমথৰ চকুপানী দেখি মীৰাৰ চকুযোৰ সেমেকি উঠিছিল। শহুৰ দেউতাই সুধিছিল — "তুমি কিয় কান্দিছা?" মীৰাই উত্তৰ দিব পৰা নাছিল — দিব পৰা উত্তৰ একো নাছিল বাবে। ভায়েকৰ দুখত কান্দিছে বুলি ক'লে জানো বিশ্বাস কৰিলেহেঁতেন! মানুহে তেজৰ সম্পৰ্কটোকে বিচাৰ কৰে! ভায়েক কেইজনৰ ভিতৰত আটাইতকৈ কম মেধাৰ আছিল এই প্ৰমথ। কম মেধা লৈও সি যেতিয়া এদিন নিজৰ ভৰিত থিয় দিব পৰা হ'ল আৰু আন কাৰো পৰা আৰ্থিক সহায় প্ৰত্যাশা নকৰি বিদেশলৈ উচ্চশিক্ষা লাভৰ বাবে যাবলৈ মন মেলিলে, মীৰাই সিদিনা বোধকৰো আটাইতকৈ বেছি খুচি হৈছিল উজ্জ্বল সম্ভাৱনা এটিৰ আগজাননীৰ সংকেত পাই, আৰু সেয়ে যোৱাৰ বাট হিয়াভৰা আশীৰ্বাদ আৰু শুভেচ্ছাৰে সুগম কৰি দিছিল। কিন্তু মীৰাৰ আশা মাৰ গ'ল যিদিনা খবৰ পালে প্ৰমথে উচ্চশিক্ষা লাভৰ বাবে যত্ন নলৈ, দৈহিক সম্ভোগৰ সুখ বিচাৰি শ্বেতাংগিনী এগৰাকীক বিয়া কৰাই বিদেশত চাকৰি কৰা আৰু সংসাৰ পতাৰ চিন্তাতে মনোনিবেশ কৰিলে। সিদিনা মীৰাৰ মন ভাই এজন হেৰোৱাৰ দুখত ভাঙি পৰিছিল। তেজৰ সম্পৰ্ক নাথাকিলেও ভাবিব পৰা নাছিল দেওৰ এজনৰ ওপৰত ৰখা আস্থাকণ এনেকৈয়ে মিছা হৈ যাব বুলি। তেজৰ সম্পৰ্ক নথকা বাবেই প্ৰমথে ভাল বেয়া যিয়ে কৰক তাত অতি আনন্দ বা অতি দুখ পোৱাৰ প্ৰশ্নকণ থাকিব নেলাগিছিল, কিন্তু কিয় মীৰাই অবিচলিত মনেৰে প্ৰমথৰ এই আত্মীয়-স্বজনৰ পৰা আঁতৰত থকাৰ অভিলাষকণ মানি ল'ব পৰা নাই? প্ৰমথৰ এনে কামে শহুৰৰ ঘৰখনৰে অকল লোকচান কৰা নাই, মীৰাৰ মানত এয়া দেশৰো একধৰণৰ অপচয়।

দেশৰ ল'ৰা, দেশৰ কামত নালাগিলে সেয়া নিশ্চয় দেশৰো ক্ষতি। এনে পৰিস্থিতিত মীৰাই প্ৰমথক কেনেকৈনো ক্ষমা কৰে। তেজৰ যি সম্পৰ্ক থাকিলে, যি অন্ধচেনেহ আপোনজনৰ সকলো দোষ ক্ষমা কৰিব পাৰে, প্ৰমথৰ লগত সেই সম্পৰ্ক নথকাৰ বাবেই হয়তো মীৰাই প্ৰমথক নিৰপেক্ষ মনেৰে বিচাৰ কৰিব পাৰিছে। সেয়ে অসমাপ্ত আকাংক্ষা এটাৰ প্ৰতীক হৈ অহা প্ৰমথক সাদৰে অভ্যৰ্থনা জনাবলৈ মীৰাৰ মনত দ্বিধাৰ ভাব এটা আহিছে। কাইলৈ প্ৰমথে যেতিয়া শ্বেতাংগিনী পত্নী আৰু ছোৱালী দুজনীক লগত লৈ ওলাবহি, তেতিয়া মীৰাইনো বাৰু কেনেকৈ নিজৰ নিৰাশ মনোভাব আৰু প্ৰমথৰ প্ৰতি থকা বিতৃষ্ণভাৱ লুকুৱাই হাঁহি মুখে তেওঁলোকক আদৰিব? মীৰাৰ বিচাৰত প্ৰমথ এজন আদৰ্শচ্যুত ব্যক্তি। গতিকে তাৰ প্ৰতি থকা মৰম কমি যোৱা স্বাভাৱিক। পিছে শ্বেতাংগিনী গৰাকীয়েতো একো দোষ কৰা নাই। ছোৱালী দুজনীয়েতো একো অপৰাধ কৰা নাই। তেনেহ'লে প্ৰমথৰ লগত তেওঁলোকক বেয়া ব্যৱহাৰ কৰাৰ যুক্তি ক'ত?

মীৰাই ভাবিছে আৰু ভাবিয়ে আছে; আৰু অশান্তি, অস্বস্তিৰ টনা-আঁজোৰাত ভিতৰি ভিতৰি দুৰ্বল হৈ পৰিছে। কিন্তু নাই। মীৰাই দুৰ্বল হ'লে নচলিব। মীৰাই মনটো দৃঢ় কৰি লৈ দ্বিধাভাৱকণ আঁতৰাবলৈ সক্ষম হ'বই লাগিব। নিজৰ কৰ্তব্যখিনি যথাযথ পালন কৰিবই লাগিব। ডাঙৰ বায়েকৰ মন লৈ যিজন ভাইক ক্ষমা কৰিবৰ মন নাযায়, সেই মনটোকে মাৰি পেলাব লাগিব। এইখন ঘৰৰ আন সকলোৱে যেতিয়া প্ৰমথক আন্তৰিকভাবে আদৰিবৰ বাবে উদগ্ৰীব হৈ আছে, তেতিয়া এইখন ঘৰৰ বোৱাৰী হিচাপে সেই আদৰণী উছৱত সমানে অংশ গ্ৰহণ কৰিবই লাগিব, হেৰাই যোৱা ভাইটীৰ বাবে চকুলো অন্তঃসলিলা কৰি থৈ হাঁহি মুখে আদৰিব লাগিব। নহ'লে মীৰাই জানিব তেওঁৰ দেবোপম, কৰ্তব্যনিষ্ঠ দেউতাকৰ শিক্ষা অথলে গ'ল।

# এজন সাধাৰণ মানুহৰ অসাধাৰণ উইল

## (সঁচা কাহিনী)

ইমান দিনে জানি আছিলো — উইলৰ অৰ্থ মৃতকৰ শেষ-সময়ত লিখি থৈ যোৱা দলিল — যি দলিলত আইনগত ভাবে স্থাৱৰ অস্থাৱৰ সা-সম্পত্তিৰ উত্তৰাধিকাৰ নিৰ্দ্দিষ্ট হৈ থাকে বা যাবতীয় সম্পত্তিৰ ব্যৱস্থা লিপিবদ্ধ থাকে। নেহেৰুজীৰ কল্যাণত 'উইল'ৰ অৰ্থ ব্যাপক হৈ পৰিল। যি কোনো অন্তিম ইচ্ছাই 'উইল'ৰ মৰ্য্যাদা পালে।

অসাধাৰণ বা বিখ্যাত হ'ব পাৰিলে বহুত লাভ। তেওঁলোকৰ সকলো আচৰণ, সকলো কথা-বতৰা, সকলো কামতে মানুহে অসাধাৰণত্ব দেখা পায়, হৈ চৈ আড়ম্বৰ কৰাৰ সমল পায়। অন্তিম সময়ত হয়তো বহুত মানুহে, বহুত নতুন, বহুত বৈশিষ্ট্যপূৰ্ণ, বহুত অসাধাৰণ ইচ্ছা প্ৰকাশ কৰি যায়। পিছে কিমান জনেইনো তাৰ খবৰ ৰাখে? এয়া সাধাৰণ হোঁৱাৰ দুৰ্ভাগ্য। বিখ্যাত মানুহৰ সাধাৰণ 'উইলো' বিখ্যাত হয়, সমাদৰো পায়। কিন্তু সাধাৰণ অখ্যাত মানুহ এজনৰ উইলো অসাধাৰণ হ'ব পাৰে। এনে এখন অসাধাৰণ উইল বা অন্তিম ইচ্ছাৰ কথা ক'ব ওলাইছো।

উইলখনৰ কথা ক'ব ওলোৱাৰ আগত সেই অখ্যাত সাধাৰণ মানুহজনৰ কথাকে অলপ কৈ লওঁ। সেইজন মানুহৰ নাম নকওঁ। কিয়নো নাম কলেই জানো আনে চিনি পাব? ধৰক মই যদি কওঁ সেইজন মানুহৰ নাম আছিল অৰুণ বৰুৱা চিনি পাব নে? সেয়ে মানুহজনৰ নাম নকওঁ। অপৰিচিত অজ্ঞাত হৈয়ে থাকক তেওঁ।

অপৰিচিত এই মানুহজন জীৱনত বহুত দুখ কষ্ট পালে, জীৱনত বহুত সংগ্ৰাম কৰিলে। দেউতাকৰ পৰা একো সহায় নাপাই এদিনাখন একমাত্ৰ ককায়েকৰ হাতত ধৰি ঘৰৰ পৰা ওলাই আহিছিল— জীৱন গঢ়ি তোলাত আন ঠাইৰ সহৃদয় মানুহৰ সহায়, সহানুভূতি আশা কৰি। পিছে আশা কৰা মতে নহ'ল। জীৱনটো যেনেদৰে গঢ়ি উঠিলে সুন্দৰ সফল বুলি ক'ব পাৰি পাৰিপাৰ্শ্বিক প্ৰতিকূলতাৰ বাবে তেনেদৰে গঢ়ি তুলিব নোৱাৰিলে।

নিজৰ জীৱনটো সুন্দৰভাবে গঢ়িব নোৱাৰিলেও মানুহজনৰ এটি দৃঢ় প্ৰতিজ্ঞা আছিল— সেই প্ৰতিজ্ঞা ৰাখিব পাৰিলে। সন্তান হিচাপে নিজৰ দেউতাকৰ পৰা একো সহায় নাপাই সংসাৰ পাতি প্ৰতিজ্ঞা কৰিছিল— 'মোৰ দেউতাই যি পিতৃ-কৰ্তব্য পালন কৰিবলৈ ব্যৰ্থ হৈছিল— মই মোৰ সন্তানৰ প্ৰতি থকা সেই পিতৃ-কৰ্তব্য কেতিয়াও ব্যৰ্থ হ'ব নিদিওঁ। মোৰ সন্তানহতে যেন কেতিয়াও পিতৃ হিচাবে সিহঁতক অৱহেলা কৰিছো বুলি মোক দোষ দিব নোৱাৰে। মই খাব পাৰো নোৱাৰো মোৰ সন্তানহঁতক নিজৰ ভৰিত থিয় দিব পৰাকৈ আত্মনিৰ্ভৰশীল মানুহ কৰি গঢ়ি তুলিম।' মানুহজন সেই অটল প্ৰতিজ্ঞা বহুত বাধা বিঘিনিৰ সম্মুখীন হৈও পালন কৰিবলৈ সমৰ্থ হৈছিল। সন্তানহঁতক তেওঁৰ ওচৰত ঋণী কৰি থৈ গ'ল।

সেই অতি সাধাৰণ মানুহজনৰ চিন্তাধাৰা, মানসিক ভাৱধাৰাত এক বিশেষত্ব আছিল যাৰ বাবে তেওঁৰ সৰু পৰিচিত জগতখনৰ পৰা তেওঁ যথেষ্ট সন্মান পাইছিল।

দুৰাৰোগ্য ব্যাধিয়ে মানুহজনক জীৱনৰ শেষ দিন কেইটাত অসহ্য যন্ত্ৰণা দিছিল। নিজৰ মৃত্যুৰ পদধ্বনি শুনিব পাৰি সেই অখ্যাত মানুহজনে মৰমৰ আপোনজনবোৰলৈ জনে জনে শেষ আশীৰ্বাদ জনাই চিঠি এখনকৈ লিখি থৈ গৈছিল। 'তোমালোকে মোৰ শেষ আশীৰ্বাদ জানিবা। মংগলময়ে তোমালোকৰ মংগল কৰক।'

এই মানুহজনেই নিজৰ অন্তিম ইচ্ছা জনাই উইল এখন লিখি থৈ গ'ল। অন্তিম সময়ত টেবুলৰ ড্ৰয়াৰত হাত সুমুৱাই সেই উইলখনকে বিচাৰিছিল হবলা। সেই ড্ৰয়াৰত ছুৰীও এখন আছিল। আমাৰ নিচিনা অতি সাধাৰণ কিছুমানে ভাবিলে— মৃত্যু-যন্ত্ৰণা সহ্য কৰিব নোৱাৰি তেওঁ চাগে আত্মঘাতী হবলৈ ছুৰীখনকে বিচাৰিছিল। পিছে সেয়া বিশ্বাসযোগ্য নহয়। যিজন মানুহে এদিন নহয় দুদিন নহয়, মাহৰ পিছত মাহ ধৰি বছৰাধিকাল মৃত্যু-যন্ত্ৰণাক সহ্য কৰি আছিল— সেইজন মানুহে কাপুৰুষৰ নিচিনা আত্মঘাতী হ'ব নাযায়; ছুৰী এখনৰ সহায়ত মৃত্যুক মাতি আনি নাটক কৰিব নাযায়। তেওঁ যে সাধাৰণ মানুহ। সাধাৰণৰ নিচিনাই মৰণৰ আহ্বান শুনিছে; সাধাৰণভাবেই তাক গ্ৰহণ কৰিছে।

সেই মৃত্যুমুখী মানুহজনে মৃত্যুৰ দুদিন আগত নিজহাতে ৰোৱা আম গছ এডালো কটাইছিল, ফলাইছিল, শুকুৱাইছিল। দুদিন পিছত শুকান খৰি কেইডাল প্ৰয়োজনত লাগিল। ঘৰৰ কোনেও বুজি পোৱা নাছিল নিজহাতে ৰোৱা প্ৰিয় গছজোপাক কিয় কটালে? ঘৰত ৰ'দ নোসোমায় বাবে? নহয়।

ৰান্ধনি ঘৰৰ কামত লাগিব বুলি? সেয়াও নহয়। চিতাৰ জুইকুৰা যাতে দেহাটো পুৰি শেষ নোহোৱালৈকে জ্বলি থাকে তাৰ বাবে। সংসাৰৰ সকলো পিনে চকু ৰখা এইজন মানুহৰ অসুস্থ শয্যাতো এই চিন্তা আৰু চিন্তা অনুযায়ী কাম।

মৰণৰ দুদিন আগত নতুন কাপোৰ এযোৰো কিনি অনাইছিল মানুহজনে। ৰোগজীৰ্ন শৰীৰটোক সজাবৰ বাবে? মানুহে শুনিলে হাঁহিব— ইমানতো জীয়াই থকাৰ হেপাহ নে? নিজৰ শেষ সময়কণ অনুভৱ কৰিব পৰা নাই নে? পাৰিছিল। সেয়ে নতুন পুৰীলৈ যোৱাৰ বাবেই নতুন সাজযোৰ। জীৰ্ন বস্ত্ৰেৰে চিতাৰ শয্যাত শুব নাপায় হেনো।

সেইজন মানুহেই শেষ মুহূৰ্তৰ কেইঘন্টামান আগত ডাক্তৰ পুত্ৰৰ ওচৰত হাতজোৰ কৰি ভিক্ষা খুজিছিল জীৱন নহয় — মুক্তি। মৃত্যুৰ ওচৰত আত্ম-সমৰ্পন কৰাৰ সময় উপস্থিত হৈছিল বুলি উপলব্ধি কৰিব পাৰিছিল। সেয়ে মিনতি জনাইছিল — এই আত্ম-সমৰ্পনত বাধা নিদিবলৈ; দৰব পাতি দি মৰণোত্তৰ যাত্ৰাক বিলম্বিত নকৰিবলৈ। 'মৰণৰে তুহু মম শ্যাম সমান' এই উপলব্ধি ৰোগীক জীয়াই তোলাৰ ব্ৰত লোৱা ডাক্তৰ এজনৰ ওচৰত অবান্তৰ। শেষ সময়তো সেয়ে ডাক্তৰ পুতেকে কংকালসাৰ বুকুত ষ্টেথিস্কোপ লগাই কাণপাতি জীৱনৰ মন্থৰ হৈ অহা স্পন্দন শুনিব ধৰিলে। আৰু যেতিয়া শুনা নোপোৱা হ'ল, তেতিয়াহে উপলব্ধি কৰিব পাৰিলে যে মানুহজনৰ আত্মা দেহমুক্ত হ'ল।

এই অজ্ঞাত, অপৰিচিত, অখ্যাত মানুহজনে ইহজগতৰ পৰা বিদায় ল'লে। কিন্তু থৈ গ'ল এখন উইল - অৰ্থাৎ তেওঁৰ অন্তিম ইচ্ছাৰ লিখিত জবান। এই অন্তিম ইচ্ছাৰ কথাকে কব ওলাইছো। মানুহজন সাধাৰণ হলেও, তেওঁৰ এই অন্তিম ইচ্ছা বা উইলখন সাধাৰণতকৈ ব্যতিক্ৰম — এক কথাত অপূৰ্ব অসাধাৰণ।

''মই মৰিলে শোক তোমালোকৰ সহজাত বাবে অৱশ্যে শোক কৰিবা; কিন্তু শোকাৰ্ত পৰিবেশ দীঘলীয়া নকৰিবা। অশৌচৰ কাল এমাহৰ পৰিবৰ্তে তেৰদিনীয়া কৰিবা। নিয়মবোৰ পালন কৰিব গৈ — মিছাকে লঘোণে থাকি আত্মাক কষ্ট নিদিবা। মই জীয়াই থাকোতে তোমালোকক লঘোণে থাকিব মই দিয়া নাছিলো। শ্ৰাদ্ধাদিৰ কামত আড়ম্বৰ দেখুওৱাৰ প্ৰয়োজন নাই। তাৰ পৰিবৰ্তে তিনিজন সৎ ব্ৰাহ্মণক অন্নদান কৰিবা আৰু পাঁচজন দুখীয়া মানুহক অন্ন আৰু বস্ত্ৰ দান কৰিবা। সৎ ব্ৰাহ্মণ যদি নোপোৱা তেতিয়া সকলোকে সম্ভৱ নহয় যেতিয়া অকল সেই পাঁচজন

দুখীয়া মানুহকে সন্তুষ্ট কৰিবা। তাতেই মই শান্তি পাম; মোৰ আত্মাৰ সদ্‌গতি হ'ব। প্ৰতিবছৰে নিয়ম কৰি বছৰেকীয়া পালন কৰাৰো প্ৰয়োজন নাই। তোমালোকে যদি মোক মনত ৰাখিব বিচৰা প্ৰতি বছৰ মোৰ মৃত্যু দিন বা তিথিত মোক উদ্দেশ্য কৰি জল তৰ্পন কৰিবা মাথোন। মোৰ তৃষ্ণাৰ্ত আত্মা তাতেই তৃপ্ত হ'ব।"

এয়াই আছিল সেই সাধাৰণ মানুহজনৰ উইল বা অন্তিম ইচ্ছা — দুৰাৰোগ্য ব্যাধিয়ে যাৰ সাধাৰণ মৰ দেহাটোক দিনে দিনে তিলে তিলে ক্ষয় কৰি আনিছিল, কিন্তু মৰমী মনটোক আচ্ছন্ন কৰিব পৰা নাছিল; যাৰ স্নেহবৎসল মনটোৱে মৰমৰ মানুহবোৰলৈ শেষ আশীৰ্বাদ জনাবলৈ নাপাহৰিলে; মৰমৰ সতি-সন্ততি সকলোলৈ সহজ, সৰল অনাড়ম্বৰ কিন্তু বিশেষ ধৰণৰ নিৰ্দেশ দি গ'ল পাৰলৌকিক ক্ৰিয়াকৰ্মবোৰৰ বাবে।

অসাধাৰণ ইচ্ছাৰ সেই সাধাৰণ মানুহজনলৈ সশ্ৰদ্ধ সেৱা জনালো।

# উছৰ্গা

"মৈত্ৰী" মহিলা অনুষ্ঠানৰ লগত জড়িত থাকি পুৰুষ চৰিত্ৰ বৰ্জিত নাটকৰ বাবে সদস্যাসকলৰ অভাৱ অনুভৱ কৰি নাটক লিখাৰ অনুপ্ৰেৰণা পালো। সেই "মৈত্ৰী"লৈ নাটক কেইখনমান উছৰ্গা কৰিলো।

শুভকামনাৰে—

অনিলা চৌধুৰী

# —ঃ সূচীপত্ৰ ঃ—

# আহুতি

## —ঃ চৰিত্ৰ পৰিচিতি ঃ—

| | | |
|---|---|---|
| অনিমা | ঃ | মধ্যবিত্ত ঘৰৰ জীয়ৰী আৰু ধনীঘৰৰ বোৱাৰী। |
| মিনতি | ঃ | অনিমাৰ সৰুভনী। |
| বিভাৱতী | ঃ | ধনী গৃহিনী, অনিমাৰ শাহু |
| নিভা | ঃ | অনিমাৰ ডাঙৰ ননদ, বিভাৱতীৰ ডাঙৰ ছোৱালী |
| দীপা | ঃ | অনিমাৰ সৰু ননদ, বিভাৱতীৰ সৰু ছোৱালী |
| শৈলবালা | ঃ | বিভাৱতীৰ প্ৰতিবেশিনী |
| কল্যানী | ঃ | নিভাৰ জেঠ শাহু |
| আৰতি | ঃ | অনিমাৰ বান্ধৱী |
| হীৰা | ঃ | বিভাৱতীৰ ঘৰৰ কাম কৰা তিৰোতা |

(দৃশ্যপট - বিভাৱতীৰ চ'ৰাঘৰ। সময় - ৰাতিপুৱা। হীৰাই ঘৰ চফা কৰি আছে। বাহিৰত কোনোবাই কলিং বেল বজালে। হীৰাই দুৱাৰ মুখলৈ গৈ মিনতিক দেখা পায়)

হীৰা ঃ মিনতি বাইদেউ দেখোন। ক'ৰ পৰানো আহিলা?

মিনতি ঃ ক'ৰবাৰ পৰা আহিলো দিয়া। বাইদেউ উঠা নাই নেকি?

হীৰা ঃ বৌৰ কথা কৈছা? ঢলপুৱাতে উঠে। নুঠিলে জানো এইখন ঘৰত চলে। বাৰু বহাচোন। মই বৌক খবৰটো দিওঁগে। (হীৰাৰ প্ৰস্থান। অলপ পাছতে অনিমাৰ প্ৰবেশ)

অনিমা ঃ ৰাতিপুৱাই আহিলি যে, মিনু? দেউতাৰ ভাল নে?

মিনতি ঃ মই ঘৰৰ পৰা অহা নাই বাইদেউ। কিবা কামৰ খবৰ ল'বলৈ ডিব্ৰুগড়লৈ গৈছিলো। নাইট চুপাৰত আহিলো। মঙ্গলদৈলৈ যোৱাৰ আগতে তোক লগ পাই যাওঁ বুলিয়ে সোমালো। ঘৰ এৰিবৰ মোৰ কেবাদিনো হ'ল।

অনিমা ঃ ওৰে ৰাতি বাচতে বহি আহিছ। তোৰ নিশ্চয় ভাগৰ লাগিছে। চাহ একাপ আনো দে।

মিনতি ঃ নালাগে বাইদেউ, নালাগে। এইখন ঘৰত আমি যে একো নাখাওঁ, জানই দেখোন। দুখ নকৰিবি। তোক যিদিনা এইখন ঘৰে বোৱাৰীৰ মৰ্য্যাদা দিব, সিদিনা খাম বাৰু।

অনিমা ঃ হ'ব দে, নালাগে খাব। আহচোন, বহো অলপ। ঘৰ এৰিবৰ তোৰ কেবাদিনো হ'ল যেতিয়া, দেউতাৰ খবৰনো তই কি ক'বি? দেউতাৰ কথা ভাবি ভাবি ৰাতিখন মোৰ টোপনি নহয় অ'।

মিনতি ঃ দেউতাৰ গা সিমান ভাল নহয়, বাইদেউ। আজিকালি দেখোন প্ৰায়ে ইটো সিটো অসুখত ভুগি থাকে। দিনে ৰাতি আকাশৰ পিনে চাই কি যে ভাবি থাকে, ঈশ্বৰেহে জানে। ভালদৰে খোৱা বোৱাও নকৰে; কাৰো লগত হাঁহি মাতি কথা-বতৰাও নাপাতে দেউতাইচোন আগতে এনেকুৱা নাছিল অ' বাইদেউ?

অনিমা ঃ মোৰ বাবেই দেউতাৰ এনে অৱস্থা, মিনু! টকা পইছা বেছি নাথাকিলেও ধাৰ কৰিব লগা অৱস্থা আমাৰ হোৱা নাছিল। মোৰ বিয়াখনৰ বাবেই দেউতাৰ মূৰত ইমান ধাৰৰ বোজা পৰিল যে চিন্তা-ভাবনাত দেউতাই কিবাহেন হ'ল। মোৰ শাহু আয়ে বিয়াৰ আগত যৌতুকৰ যিখন 'লিষ্ট' দিছিল — মনত আছে নে তোৰ?

মিনতি ঃ মনত আছে, বাইদেউ, খু-উ-ব ভালদৰেই মনত আছে। কাপোৰ, গহণা-পাতি, ফাৰ্নিচাৰৰ উপৰিও টিভি, ভি, চি, আৰ, ফ্ৰীজ - কিনো দাবী কৰা নাই! দেউতাৰ পক্ষে ইমানবোৰ দামী বস্তু দিয়াৰ সামৰ্থ্যই নাছিল।

অনিমা ঃ ইমান যৌতুক দাবী কৰা ঘৰৰ লগত মোৰ সম্বন্ধ কৰিব নালাগে বুলি মা আৰু দেউতাক কৈছিলোয়ে। কিন্তু তেওঁলোক নুশুনিলে। এতিয়া দেখিলি নহয়? টকাৰ বাহিৰে এওঁলোকৰ নো কী আছে?

মিনতি ঃ একো নাই, বাইদেউ, একো নাই। তই গ্ৰেজুৱেট আৰু ভিনদেউ কোনোমতে মেট্ৰিক পাছ। তাৰোপৰি তোৰ আৰু বহুত গুণ আছে। তই গান গাব জান। বিয়াৰ আগত ৰেডিঅত কিমান গাইছিলি! ফাংচনবোৰতো তোৰ গান গোৱাৰ demand আছিল। ৰন্ধা-বঢ়া, চিলাই আদি হাতৰ

কামতো তই পাৰ্গত। মুঠতে ভিনদেউৰ তুলনাত তোৰ বহুতো গুণ আছে। দেউতাকৰ টকাৰ বাহিৰে ভিনদেউৰচোন একো যোগ্যতাই নাই।

অনিমা ঃ সেয়েতো দেউতাই এওঁলোকৰ ওচৰত সেও মনাটো মোৰ মুঠেও ভাল লগা নাছিল। মোৰ বিয়াখন হ'ল এই চৰ্তত যে বাকী থকা যৌতুকৰ ধাৰখিনি সোনকালেই মাৰিব লাগিব। পিছে দেউতাইনো সিমানবোৰ টকা সোনকালেই পৰিশোধ কৰে কেনেকৈ? টকা নাপালে মোক যে এওঁলোক সুখত থাকিব নিদিব, সেয়া জানে বাবে মোক লৈ দেউতাৰ ইমান চিন্তা। এই চিন্তা-ভাবনাবোৰেই দেউতাক খুলি খুলি খাইছে। দেউতাৰ স্বাস্থ্য ভালে থাকিব কেনেকৈ? বুজিছ মিনু, মইযে আচল অপৰাধী।

মিনতি ঃ এনেদৰে নিজকে অপৰাধী বুলি নাভাবিবি অ' বাইদেউ! এয়া আমাৰ নিষ্ঠুৰ সমাজৰ নিয়ম। আৰু আমি মানে এই মধ্যবিত্ত ঘৰৰ ছোৱালীবোৰ এই নিয়মৰ বলি হৈছো।

অনিমা ঃ সঁচাকৈয়ে মিনু! এনে মায়া-মমতাহীন সমাজত ছোৱালী হৈ জন্মাটোয়ে এটা মহাপাপ। মায়েনো জন্মাৰ লগে লগে কিয় মোক ডিঙি চেপি নামাৰিলে? তেতিয়াহ'লেতো আজি দেউতাৰ এনে অৱস্থা নহ'লহেতেন! মই বুজি পাইছো মোৰ বাবেই দেউতাই আৰু বেছিদিন নাবাচে।

(চকুপানী টোকে)

মিনতি ঃ নাকান্দিবি অ' বাইদেউ। মন ডাঠ কৰ। আৰু যিমান খবৰ আছে শুনিলে দেখোন তই আৰু বেছি দুখ পাবি।

অনিমা ঃ দুখ পালেও মই সহ্য কৰিব পাৰিম। কচোন আৰু কি খবৰ আছে।

মিনতি ঃ তোৰ বিয়াৰ সময়ত বৰমাইঁতৰ পৰা মায়ে টকা ধাৰ লৈছিল নহয়? এতিয়া সেই ধাৰৰ টকাখিনিৰ বাবে বৰমাই মাক অনবৰতে যি পায় তাকে কৈ কথা শুনাইয়ে থাকে।

অনিমা ঃ শুনাবই। এনে সুযোগ বৰমাৰ নিচিনা টকা চিনি পোৱা মানুহবোৰে ল'বই। চাই লবি — ধাৰ পৰিশোধ নকৰাৰ চেলু লই আমাৰ ঘৰটোও বৰমাইঁতে দখল কৰিব। মোৰ যি হ'ব লগা আছিল হ'ল। যৌতুকৰ বাকী টকাখিনি আজিলৈকে

নোপোৱা বাবে দিনে ৰাতিয়ে গালি শপনি খাই আছো। দেউতাৰ কথা ভাবিয়ে মই সহ্য কৰি থাকো। পিছে ৰৰমাইঁতে টকা নাপাই ঘৰটো দখল কৰিলে তহঁতৰ কি হ'ব? তহঁতে থাকিবি ক'ত?

মিনতি : ইমান নাভাবিবি, বাইদেউ। এটা চাকৰিৰ ইন্টাৰভিউৰ বাবেই মই ডিব্ৰুগড়লৈ গৈছিলো। চাকৰিটো মই পালো। ভাগ্য ভাল মোৰ posting মঙ্গলদৈতে হ'ল।

অনিমা : ঘৰতে হ'ল? বৰ ভাল খবৰ এটা তই দিলি, মিনু। দৰ্মহা কিমানকৈ পাবি অ'।

মিনতি : এতিয়া আৰম্ভনিতে এহেজাৰকৈ দিব। আজিকালি দুৰ্মূল্যৰ বজাৰত এইখিনি টকাৰে চলা টান। পিছে মোৰ দুটামান টিউচনো আছে নহয়? চব মিলাই কষ্টে মষ্টে চলিব পাৰিম দেছোন!

অনিমা : তোৰ চাকৰি পোৱা খবৰটোয়ে মোক বৰ সুখ, বৰ আনন্দ দিছে, মিনু। তই যে নিজৰ ভৰিত থিয় দি কিবা কৰিব ওলাইছ — ইয়াতকৈ আন কোনো কথাই আজি মোক সুখ দিব নোৱাৰে। বিয়া মানে আমাৰ ছোৱালীবোৰে আনৰ ঘৰত বিনা দৰ্মহাত চাকৰণী আৰু ৰান্ধনীৰ কামহে কৰে? তাৰ উপৰি শাহু-ননদৰ কেটেৰা জেঙেৰা কথাবোৰ আছেই।

মিনতি : ধাৰত পোত খোৱা দেউতাৰ অসহায় অৱস্থা আৰু শহুৰৰ ঘৰখনত তোৰ ওপৰত অত্যাচাৰ চলোৱা দেখি মোৰ চকু মেল খাইছে, বাইদেউ। বিয়া বস্তুটোৰ প্ৰতি মোৰ মোহ নোহোৱা হৈছে। মই বিয়া নহওঁ বুলি স্থিৰ কৰিছো। আমাৰ তাত মই এটা যৌতুক বিৰোধী সংঘও গঢ়ি তুলিছো।

অনিমা : বৰ ভাল কাম কৰিছ দেই। সঁচাকৈয়ে বৰ ভাল কাম।

(বিভাৱতীৰ প্ৰবেশ)

বিভাৱতী : বোৱাৰী, কি হে বোৱাৰী, তোমালোক দুয়ো বাইভনীয়ে অকল মেল মাৰি থাকিলেই হ'ব নে? ইফালে যে ভাত ৰান্ধিবলৈ আছে — পাহৰিলা নেকি? যৌতুকৰ বাকী থকা টকাখিনি আজিলৈকে নাপালোয়ে। এতিয়া আকৌ বোৱাৰী আনি ভাত কেইটাও মইয়ে ৰান্ধিব লাগিব যেন পাইছো। মোৰ হৈছে ভাল যন্ত্ৰণা। (অকণমান বৈ; মিনতিৰ পিনে চাই) হেৰা

মিনতি, বায়েৰাক লগ পাবলৈ আহিলেই নহ'ব। বাপেৰাক কবা, টকাখিনি মোক সোনকালেই লাগে।

অনিমা : তই যাঁগে মিনু। পলম হ'লে তই বাচ নাপাবি।

(অনিমাৰ প্ৰস্থান। মিনতিও যাব ওলায়)

বিভাৱতী : (মিনতিক) ৰবা, তুমি আকৌ ক'লৈ যোৱা? দুপৰীয়াৰ ভাত সাজ খুৱাই নপঠালে গোটেইখনতে আকৌ আমাৰহে বদনাম গাই ফুৰিবা — ভাত সাজো নুখুৱালো বুলি।

মিনতি : বা……। আপোনাৰ আজি ইমান অনুগ্ৰহ, ভাত সাজ খাই যাব কৈছে। পিছে, নাই, নাখাওঁ। যিমান দিন যৌতুকৰ বাকী টকাখিনি আমি দিব নোৱাৰো আমি আপোনালোকৰ ঘৰত একোকে নাখাওঁ। টকা শোধ নকৰাকৈ খাব অহাটোত লাজ পাব লাগে বুলি — আপুনিয়ে এদিনাখন দেউতাক কথাটো মনত ৰাখিব কোৱা নাছিল জানো? আপুনি ভাবে নেকি আমি ইয়ালৈ খাবৰ কাৰণে আহো? নাহো। এইখন ঘৰৰ পৰা শত অপমান পাইও আমি যে আহো সেয়া আমাৰ মৰমৰ বাইদেউজনীৰ বাবে।

(কান্দো কান্দো হৈ মিনতিৰ প্ৰস্থান)

বিভাৱতী : এইজনীৰ মুখতো বৰ বৰ কথা।

(বাহিৰত কলিং বেল বাজি উঠে)

বিভাৱতী : কোন? ভিতৰলৈ আহক।

(কল্যানীৰ প্ৰৱেশ)

বিভাৱতী : কল্যানী দেখোন।

কল্যানী : নিভা ইয়ালৈ আহিছে নেকি?

বিভাৱতী : অ' আহিছে। তোমোলোকে হেনো তাইক বৰ বেয়া ব্যৱহাৰ কৰা? কিহৰ বাবে বাৰু? তোমালোকৰ ঘৰত তাইক বিয়া দিয়াৰ নামত তোমাৰ ভায়েৰাৰ ঘৰখনত লগা সকলো বস্তুয়ে দিছো। নগদ টকাও যথেষ্ট দিছো। হেৰা, ইমানবোৰ পোৱাৰ পিছত তোমালোকে তাইক ৰাণীৰ দৰে হে ৰাখিব লাগিছিল। মানুহ ইমান অকৃতজ্ঞ হ'ব পায় নে? নিভাক বেয়া ব্যৱহাৰ কৰি তোমালোকে আচলতে আমাকহে অপমান কৰিছা!

কল্যানী : আমি আপোনালোকক অপমান কৰিছো নে তাই গুছি আহি আমাক অপমান কৰিছে? আপোনালোকৰ বৰ টকাৰ গৰম

নহয়? আপোনালোকৰ টকা আমাক নালাগে। পিছে ছোৱালীক নো কি শিক্ষা দিছে? দুজন মাত্ৰ মানুহৰ সৰু সংসাৰ এখন। তাকে চলাব নোৱাৰে। মূৰত তুলি তাইক একেবাৰে নষ্ট কৰিছে।

বিভাৱতী ঃ অ' বুজিলো। তুমি নিভাৰ পিছে পিছে আহিছা নিভাক লৈ যাবৰ বাবে নহয়; আহিছা আমাক কথা শুনাবলৈ। শুনা কল্যানী, নিভাক আৰু তোমালোকৰ ঘৰলৈ কোনো দিনেই নপঠাও। নিভাৰ নিচিনা আৰু দহজনী ছোৱালী পোহাৰ সামৰ্থ্য মোৰ আছে।

কল্যানী ঃ পোহক তেনেহ'লে। পুহিব পাৰেই যদি নিভাক বিয়া দিছিলনো কিয়? আমাক জ্বলাবলৈ? সংসাৰৰ একো কাম বনতো নাজানেই, ভদ্ৰভাবে মানুহৰ লগত দুআষাৰ কথা ক'বও নাজানে। এনে অভদ্ৰ বোৱাৰী আমাক নালাগে। মই মোৰ ভাইৰ আকৌ বিয়া পাতি দিম।

(হীৰাৰ প্ৰৱেশ)

হীৰা ঃ আইদেউ, দেউতাই আপোনাক মাতিছে।

(মুখেৰে কিবা কিবি ভৰ্‌ভৰাই বিভাৱতীৰ প্ৰস্থান কল্যানীও যাব ওলায়)

হীৰা ঃ (কল্যানীক) আপুনি নাযাব; অলপ বহক। দেউতাই আপোনাক অলপ পৰ ৰ'বলৈ কৈছে।

কল্যানী ঃ কিয় বাৰু?

হীৰা ঃ নিভা বাইদেউক আপোনাৰ লগতে পঠাব চাগে।

কল্যানী ঃ লবলৈয়ে আহিছিলো। পিছে মাকৰ ইমান ফুটনি মৰা কথা শুনি লৈ যাবৰে মন নোহোৱা হৈছে।

হীৰা ঃ এনেদৰে শুছি অহাৰ বাবে দেউতাই নিভা বাইদেউক খুব বকিছে।

কল্যানী ঃ আচৰিত কথা! এইখন ঘৰত সুবুদ্ধি থকা মানুহ আছে তেনেহ'লে।

হীৰা ঃ টকাৰ খক্ থাকিলেও দেউতা সিমান বেয়া মানুহ নহয়। যত জটপটৰ ঘাই হৈছে এই আইদেউজনী। বৌয়ে বোৱাৰী হৈ এইখন ঘৰলৈ অহাৰ পৰা কোনোদিন তেওঁক ভাল ব্যৱহাৰ কৰা নেদেখিলো। অথচ বৌজনী ইমান শান্ত, ইমান ভাল

ছোৱালী। ইমান ভালদৰে ঘৰৰ সকলোৰে আলপৈচান ধৰে। তথাপি আইদেউ সন্তুষ্ট নহয়। কিয় জানে?

কল্যানী : অনুমান কৰিব পাৰিছো। তথাপি কোৱাচোন, কিয়?

হীৰা : বৌৰ দেউতাকে হেনো আজিলৈকে যৌতুকৰ টকাখিনি পূৰাকৈ দিব পৰা নাই। পিছে, কওকচোন বাইদেউ, এই নিভাবাইদেউৰ নিচিনা বোৱাৰী হ'লে কি কৰিলেহেঁতেন। যৌতুকৰ টকাখিনিয়ে সংসাৰত সুখ দিলেহেঁতেন নে?

কল্যানী : নিদিয়ে অ' হীৰা। নিভাৰ পৰাই আমাৰ সেই শিক্ষা হৈছে। (অলপ বৈ) অনিমা ভিতৰতে আছে হ'ব পায়। তাইকে অলপ লগ ধৰি আহো।

হীৰা : যাওক।

(কল্যানীৰ ভিতৰলৈ প্ৰস্থান)

(প্ৰতিবেশিনী শৈলবালাৰ প্ৰবেশ)

শৈলবালা : অ' হীৰা, শুনিলো নিভা হেনো গিৰিয়েকৰ ঘৰৰ পৰা পলাই আহিছে?

হীঁৰা : কাৰ পৰানো শুনিলে, মাহী?

শৈলবালা : এ আই, এনেবোৰ কথা জানো গোপন থাকে? পাপ কেতিয়াও গোপন নাথাকে। বুজিছ?

হীৰা : পাপ? পাপনো কিহৰ?

শৈলবালা : পাপ নহয়নো কি? মোৰ ছোৱালী পুতলীৰ বাবে সম্বন্ধটো আহিছিল। বিভা বাইদেৱে টকাৰ জোৰত সেই সম্বন্ধটো ভাঙি দি নিভাৰ লগত ঠিক কৰিলে। বিভা বাইদেউৰনো কিহৰ অভাৱ। চেষ্টা কৰিলে ইয়াতকৈও ভাল দৰা পালেহেঁতেন।

হীৰা : নিশ্চয় পালেহেঁতেন। টকা ঢালিব পাৰিলে দ'ৰাৰনো অভাৱ ক'ত?

শৈলবালা : ভাবিছে নে কি, ঈশ্বৰ নাই বুলি? (কপালত হাত ঠেকাই) আছে, আছে। সেয়ে নিভা সুখী নহ'ল। গিৰিয়েকৰ ঘৰৰ পৰা একৰকম পলাই আহিল। কাৰোবাৰ বাঢ়া ভাতত পানী ঢালিলে পাপ হয়। তাৰ প্ৰায়শ্চিত কৰিবই লাগিব।

হীৰা : মোৰ কাম আছে মাহী, মই যাওঁ। আপুনি বহক। আপুনি অহা খবৰটো মই আইদেউক দিওঁ গৈ।

(হীৰাৰ প্ৰস্থান)

(অলপ পিছত ক্ৰন্দনৰতা নিভা আৰু লগতে বিভাৱতীৰ প্ৰৱেশ)

বিভাৱতী ঃ চুপ্ থাক্। ফেচ্ ফেচ্‌কৈ নাকান্দিবি।

নিভা ঃ (কান্দি কান্দি) মই নাযাওঁ। সেই নৰকলৈ মই নাযাওঁ। তোমোলোকে মোক জোৰ কৰি পঠাব খুজিলে মই হয় বিহ খাম, নহলে ডিঙিত ছিপ্‌জৰী লগাম।

শৈলবালা ঃ নিভাৰ কি হৈছে বিভা বাইদেউ? কান্দিছে কিয়?

বিভাৱতী ঃ নকবা শৈল। চাৰিওফালে মোৰে যন্ত্ৰণা। এফালে ছোৱালীয়ে জেদ ধৰিছে শহুৰৰ ঘৰলৈ নাযায় বুলি আৰু আনফালে আমাৰ এই গৃহস্থই কৈ আছে জোৰ কৰি হ'লেও পঠাই দিবলৈ। উহ্ মোৰ আৰু উপায় নোহোৱা হৈছে। কাৰ কথানো শুনো!

শৈলবালা ঃ নিভাইনো যাব খোজা নাই কিয়?

বিভাৱতী ঃ কিয় যাব খুজিব হে। এই জোৱাইজন। তাৰ ৰাজহাড় বোলা বস্তুটোৱে নাই। বায়েকৰ কথামতে উঠে, বায়েকৰ কথামতে বহে। তাৰ মাক-বাপেক হালও সি সৰু থাকোতে মৰিল। এইজনী বায়েকেই পঢ়াই শুনাই তাক ডাঙৰ কৰিলে। সেই বুলিনো আৰু বিয়া দিয়া ভায়েকৰ সংসাৰখনৰ সকলো কথাতে মাত মাতিব লাগে নে?

শৈলবালা ঃ নেলাগে আকৌ।

বিভাৱতী ঃ আচল কথা কি জানা নে শৈল? কল্যানীৰ গিৰিয়েক হৈছে মিলিটাৰীৰ ডাঙৰ অফিচাৰ। গিৰিয়েকৰ মিলিটাৰী মেজাজ ঘৈণীয়েকও পাইছে। তাতে ডাঙৰ অফিচাৰৰ ঘৈণীয়েক বুলি অহংকাৰ। অহংকাৰত আনক মানুহ বুলি গণ্যই নকৰে। সকলোৰে ওপৰত হুকুম চলাব খোজে।

শৈলবালা ঃ নিভাক মাৰ ধৰ কৰিছে নেকি?

নিভা ঃ মোক মাৰিব? মোৰ গাত হাত তুলিলে মই জানো শুদাই এৰিম? পিছে মৰাতকৈও বেছি কৰিছে। প্ৰায়ে কথা শুনাই থাকে — মই ধনীঘৰৰ ছোৱালী হ'লে কি হ'ব — শিক্ষা সংস্কৃতি কাক কয় মোৰ মা-দেউতাই হেনো নাজানে।

শৈলবালা ঃ আও, এয়া দেখোন একেবাৰে মুখৰ ওপৰতে জোতা মৰাৰ নিচিনা কথা।

নিভা : আৰু যিবোৰ কথা কয় শৈলমাহী, শুনিলে কাণ-মূৰ গৰম হৈ যাব। মই হেনো থিয়েটাৰৰ নাচনীবোৰৰ নিচিনা সাজো। ওঁঠত লিপষ্টিক লগালে মোক হেনো ৰাক্ষসিনীৰ নিচিনা দেখি। মোৰ হেনো ভিতৰত সাৰ বস্তু একো নাই। সেই যে কয়— বাহিৰে ৰং চং ভিতৰে কোৱা-ভাতুৰী — মই হেনো তেনে।

শৈলবালা : ঘৰখনে এনে খোঁচমৰা কথা কয়? সেইখন ঘৰত পুত্‌লীৰ বিয়া নোহোৱাত ঈশ্বৰে মোক ভাল ৰক্ষা কৰিছে। এনে খোঁচ মৰা কথা পুত্‌লীয়েতো সহ্যই কৰিব নোৱাৰিলেহেঁতেন। কিবা অঘটন ঘটিলেহেঁতেন।

বিভাৱতী : মোৰ এই নিভাজনীও খোঁচ মৰা কথা একেবাৰে সহ্য কৰিব নোৱাৰে। সেয়েতো গুছি আহিছে। সৰুৰে পৰা তাই বৰ আলাসত ডাঙৰ হোৱা ছোৱালী নহয়? পানী গিলাচো নিজৰ হাতেৰে বাকী নাখাইছিল। ৰাতিপুৱা ৯টাৰ আগত শোৱা পাটী নেৰিছিলে। এতিয়া হাতপুৰি যোৱাঁকে ৰান্ধিব লগা হৈছে। গুছি নাহিবনো কিয়?

নিভা : (শৈলবালাক হাত দুখন দেখুৱাই) চাওকচোন শৈলমাহী, মোৰ হাত দুখনৰ অৱস্থা।

শৈলবালা : আই ঐ দেহি। বিভাবাইদেউৰ আলসুৱা ছোৱালীজনীৰ হাত দুখন ৰান্ধি ৰান্ধি কেনে দেখা হৈছে। পিছে ৰান্ধিব লাগে নো কিয়? তেওঁলোকৰ অৱস্থাও ভাল বুলিহে শুনিছো। ৰান্ধনি নাই নেকি?

বিভাৱতী : এ থৈ দিয়াহে তেওঁলোকৰ ফুটনিৰ কথা। তেওঁলোকৰ? নামত হে পুখুৰী আছে; পিছে তাত ঘটি এটাও বুৰ নাযায়। ৰখাত পাৰ্ট টাইম কাম কৰা বাই এজনী ৰাখিছে হয়। তাই মাত্র বাছনখিনিহে ধুই দিয়ে। ঘৰৰ বাকী সকলো কাম মোৰ এই ফুল কোমলীয়া ছোৱালীজনীকে কৰিব লাগে।

(দীপাৰ প্ৰৱেশ)

দীপা : তোমাৰ বোৱাৰীৰ বাবে কেইটা কাম কৰা মানুহ ৰাখিছা, মা? হীৰা বাইৰতো তোমাৰ ফৰ্মাছ খাটোতে যায়।

বিভাৱতী : দীপা।

দীপা : বাইদেৱে মাথোন দুজনৰ বাবে ৰান্ধে — ভিনদেউ আৰু

তাইৰ বাবে। তোমাৰ বোৱাৰীয়ে দেখোন নিতৌ দহ-বাৰজনৰ বাবে ৰান্ধে। পিছে তেওঁৰ প্ৰতি তোমাৰ কোনো দৰদে নেদেখিলো ইমানদিনে। কোনোদিন তুমিচোন নক'লা — 'যা ঐ দীপা, বৌৱেৰক অলপ সহায় কৰি দে'।

শৈলবালা : তুমি দেখোন আজি ওলোটা সুৰত কথা ক'ব ধৰিছা আই? নিভাৰ দৰে তুমিও দেখোন বৌৱেৰাক ভাল নাপাইছিলা?

দীপা : হয়, নাপাইছিলো। তাৰ বাবে আজিকালি মই লাজ পাও। নবৌৰ সহন-শক্তি দেখি মই তবধ মানিছো। মোৰ বিবেকত আঘাত লাগিছে। মাহতে নবৌক বেয়া ব্যৱহাৰ কৰাটো মই আজিকালি সমৰ্থন কৰিব নোৱাৰো।

বিভাৱতী : কথাবোৰ অলপ ভাবিচিন্তি কবি দীপা। বোৱাৰী আৰু জীয়াৰী কেতিয়াও একে হ'ব নোৱাৰে।

দীপা : তোমাৰ ঠেক বিচাৰত সেয়া সঁচা কথায়, মা। নবৌ হৈছে দুখীয়া ঘৰৰ জীয়ৰী। যিমান দুখ, কষ্ট, অপমানে পাওক, সহ্য কৰাৰ ক্ষমতা তেওঁৰ আছে। আনফালে তোমাৰ জীয়েৰাহঁতৰ শৰীৰ তোমাৰ মতে মাখনেৰে গঢ়া; অলপমান জুইৰ তাপতে গলি যায় বুলি ভাবা।

নিভা : তইতো মোৰ ভনী নহয়, দীপা! একে মাকৰ সন্তান হ'লেও তই মোৰ শত্ৰুহে। নহ'লে মোৰ বিৰুদ্ধে এনে কথা ক'ব নোৱাৰিলিহেঁতেন।

দীপা : উচিত কথা তিতা লাগেই। সঁচা কথা অপ্ৰিয় হয়েই।

বিভাৱতী : চুপ কৰ দীপা। বৰ বাঢ়ি গৈছ।

দীপা : মই চুপ কৰাৰ আগতে, মোৰ এটা অনুৰোধ জনাও, মা। যি ভুল আগতে কৰিলা, কৰিলা বাৰু। এতিয়া তোমাৰ পুৰণিকলীয়া চিন্তাধাৰাবোৰ সলোৱা। নিজৰ জীয়েকক মৰম, প্ৰশ্ৰয় দি বুৰাই পেলাবা আৰু আনৰ জীয়েকক ঘিণ কৰিবা, অনাদৰ কৰিবা, দুখীয়া হ'লে সৰু ভাবিবা — এয়া একো ভাল কথা নহয়। মাতৃজাতি মহান, উদাৰ। তেওঁৰ গাত চেকা নলগাবা মা। মাকৰ দৃষ্টিত জীয়াৰী আৰু বোৱাৰীৰ মাজত পাৰ্থক্য থকা উচিত নহয়।

(দীপাৰ প্ৰস্থান)

বিভাৱতী : বুজিছা শৈল, এই নিছলাঘৰৰ জীয়েকজনীয়ে মোৰ দীপাক

কিবা আহুদি কৰিলে; নহ'লে মোৰ ছোৱালী হৈ মোৰ ভুল ধৰিব আহে নে? আহক নহয় আজি বিনোদ, ঘৈণীয়েকক ভালকৈ এশিকনি দিব ক'ম।

শৈলবালা ঃ আহুদিয়ে কৰিছে বিভা বাইদেউ। নহ'লে নিভাৰ লগ লাগি যি বৌয়েকক ইমানদিন বেয়া ব্যৱহাৰ কৰি আছিল, আজি সেই বৌয়েকৰ হৈ ওকালতি কৰি তোমাৰ লগত তৰ্ক কৰে!

(কল্যানীৰ প্ৰৱেশ ভিতৰৰ পৰা)

কল্যানী ঃ শেষৰাৰৰ বাবে সুধিছো। কি ঠিক কৰিলে। নিভাক পঠাব নে নাই?

নিভা ঃ মই নাযাও মা; মোক যাবলৈ নকবা।

কল্যানী ঃ অলপ ভাবি চোৱা, নিভা। ইয়াৰ পাছত তোমাক আৰু সুধিব নাহো। নগ'লে, আমিও নামাতো। তেতিয়া এদিন আজিৰ ভুলৰ বাবে তোমাৰ চকুপানী টোকতেই জীৱন যাব।

বিভাৱতী ঃ তুমি কিহৰ ভয় দেখুৱাব ধৰিছা হে, কল্যানী? মোৰ ছোৱালীক তোমালোকৰ ঘৰলৈ আৰু বান্দি খাটিবলৈ নপঠাওঁ। তোমাৰ ভায়েৰাৰ নিচিনা আৰু দহজন কাম কৰা মানুহ মই নিভাৰ বাবে ৰাখিব পাৰিম।

কল্যানী ঃ ৰাখিব পাৰে যদি বিয়া দিলে নো কিয়? টকাৰ অহংকাৰ নেদেখুৱাব। টকা থাকিলেই মানুহৰ বংশ মৰ্য্যাদা নাবাঢ়ে। বংশ মৰ্য্যাদা বেলেগ বস্তু। মইযাওঁ। এইখন ঘৰত বেছিপৰ থকাটোয়ে অসম্মানৰ কথা।

(কল্যানীৰ প্ৰস্থান)

শৈলবালা ৹ ই, বিভা বাইদেউ। তোমাক দেখোন বৰ কথা শুনাই গ'ল!

বিভাৱতী ঃ থাকা যদি মনে মনে থাকাচোন। মই যাওঁ।

(বিভাৱতীৰ প্ৰস্থান)

শৈলৱালা ঃ এ মইও যাওঁ। তোমালোকৰ ঘৰুৱা কথাত মোৰনো মূৰ ঘমোৱাৰ দৰকাৰ কি?

(শৈলৱালাৰ প্ৰস্থান)

(দীপাৰ প্ৰৱেশ)

দীপা ঃ ও বাইদেউ, নবৌক দেখিছ? ৰুমত দেখোন নাই?

(অনিমাৰ প্ৰৱেশ)

নিভা ঃ সৌৱা তোৰ নবৌ আহিছে।

(বাহিৰত কলিং বেল বাজি উঠে। নিভাই চাবলৈ ওলাই যায়)

দীপা : তোমাকে বিচাৰি আছিলো নবৌ। আমাৰ চুবুৰীৰ ল'ৰাবোৰে এখন ফাংচন পাতিবৰ যো-জা কৰিছে। তাত তুমি হেনো গান গাব লাগিব। ল'ৰাবোৰে দাদাক ধৰিছে। দাদাইও তেওঁৰ একো আপত্তি নাই বুলি জনাই দিছে।

অনিমা : মই গাব নোৱাৰিম, দীপা। আজি কেবাদিন ধৰি মোৰ মনটো মুঠেও ভাল লগা নাই। দেউতাৰ বাবে মোৰ বৰ চিন্তা হৈছে। তেওঁ বা কেনে আছে?

দীপা : গান গালেই তোমাৰ মনটো ভাল হৈ যাব নবৌ। ল'ৰাবোৰে মাকো ধৰিছিল। মায়ে মোক অথনিয়ে তোমাক কবলৈ কৈছিল — তুমি হেনো গাব লাগিব।

অনিমা : নাই দীপা, মই গান নাগাওঁ।

দীপা : মাৰ আদেশ তুমি অমান্য কৰিবা?

অনিমা : বুজিছা, দীপা, যি সকল শিল্পী — তেওঁলোকক আদেশ দি একো কৰাব নোৱাৰি। কথাটো মাক তুমি বুজাই দিবা। সংসাৰৰ কামত মায়ে মোক আদেশ দিব পাৰে; কিন্তু মোৰ শিল্পী সত্তাই কাৰো আদেশ মানিবলৈ বাধ্য নহয়।

দীপা : (অলপ অসন্তুষ্ট হৈ) এয়া তোমাৰ জেদৰ কথা, নবৌ!

অনিমা : জেদৰ কথা নহয়, দীপা। আজি এবছৰৰ বেছি হ'ল; বোৱাৰী হৈ আহি এইখন ঘৰৰ পৰা যেনে দুৰ্ব্যৱহাৰ পাই আছো — তাৰ ফলত মোৰ শিল্পী মনটোৰ মৃত্যু হৈছে। এইখন ঘৰলৈ আহি আজিলৈকে এটা দিনো মই গানৰ ৰেৱাজ কৰিব পৰা নাই। মোৰ বুকুখনে আহত অভিমানত ভিতৰি ভিতৰি কান্দি আছে। তোমালোকে জানো মোৰ এই শিল্পী মনটোক বুজিবৰ চেষ্টা কৰিছা? আজি তোমালোকৰ প্ৰয়োজন হৈছে সেয়ে মই গাব লাগিব।

(বিভাৱতীৰ প্ৰৱেশ)

বিভাৱতী : হয়, গাবই লাগিব। মোৰ হুকুম। চুবুৰীৰ ল'ৰা-ছোৱালীবোৰে জোৰ দি ধৰিছে। সিহঁতৰ কথা ৰাখিবই লাগিব। নহ'লে সিহঁতে আমাক বাটত লগ পালেই অপমান কৰিব। তুমি বিচৰা নেকি বোৱাৰী — তোমাৰ বাবে আমি অপমানিত হওঁ?

অনিমা ঃ সেয়া মই নাজানো। গান মই নাগাওঁ।

বিভাৱতী ঃ কি? তোমাৰ ইমান আস্পৰ্দ্ধা! মোৰ মুখৰ ওপৰতে কথা কোৱা?

অনিমা ঃ চাকৰণীৰ কাম কৰিব কয়, কৰিম। ৰান্ধনীৰ কাম কৰিব কয় কৰিম। ঘৰৰ সকলো কামে আপোনাৰ হুকুম মতেই মই কৰিম। কিন্তু গান মই নাগাওঁ। মোৰ ইচ্ছাৰ বিৰুদ্ধে আপুনি মোক গোৱাব নোৱাৰিব।

(অনিমাৰ প্ৰস্থান। নিভাৰ প্ৰৱেশ)

নিভা ঃ অ' মা ল'ৰাবোৰে তোমাক মাতিছে। তেওঁলোক বাহিৰতে ৰৈ আছে।

বিভাৱতী ঃ মই গৈ কি কৰিম? নাচিম সিহঁতৰ লগত?

দীপা ঃ সেয়া বেয়া নহয়। (হাঃ হাঃ হাঃ)

বিভাৱতী ঃ হতছিৰি। হাঁহিব ধৰিছ? তহঁতে যদি লাৰে লাপ্‌পাবোৰ নিশিকি ভাল গানবোৰ গাব শিকিলিহেঁতেন, আজি তেনেহ'লে এই নিছলাঘৰৰ জীয়েকজনীয়ে এনেদৰে মোক অপদস্থ কৰিব নোৱাৰিলেহেঁতেন।

দীপা ঃ বা—, মোক কিয় বকিছা? তেতিয়া বাইদেউৰে চোন পপ্‌ চং শিকাৰ আগ্ৰহ বেছি!

বিভাৱতী ঃ তেনে আগ্ৰহ তাইৰ নহ'ব কিয়? তাই জানো কিবা কামৰ ছোৱালী? কিবা নহয় কিবা কৰি কামত জট্‌ তাই পকাবই। লাখ টকা খৰছ কৰি বিয়া দিলো; চাৰি মাহৰ ভিতৰতে কাজিয়া কৰি গিৰিয়েকৰ ঘৰ এৰি গুছি আহিল। তাই মোক বৰ জ্বলাব ধৰিছে। তাইৰ বাবে কল্যানীও মোক কথা শুনাই যায়!

নিভা ঃ মা! তুমিও এনেকৈ কৈছা?

বিভাৱতী ঃ ক'বলৈ বাধ্য হৈছো। যিমানে সিহঁতক দোষ নিদিওঁ কিয়, আচল দোষ তোৰ। তোৰ নো ইমান অহংকাৰ কিহৰ? বাপেৰৰ লাখ লাখ টকা আছে, তাতে তোৰ নো কি? ঈশ্বৰে নকৰক — আজি যদি বাপেৰৰ কিবা এটা হয়, কাইলৈ যদি ককায়েৰে লথিয়াই ঘৰৰ পৰা বাহিৰ কৰি দিয়ে তেতিয়া? তেতিয়া তোৰ কি হ'ব? ভাবি চাইছ নে? ছোৱালী হৈ জন্মিছ যেতিয়া, ছোৱালীৰ নিচিনা সহ্য কৰিব লাগে!

(বিভাৱতীৰ বাহিৰৰ পিনে প্ৰস্থান)

নিভা : (কান্দি কান্দি) কাইলৈ ৰাতিপুৱাতেই মই গুছি যাম। চবে অকল মোৰে দোষ দেখে।

দীপা : তই এনেদৰে গুছি আহি ভুল কৰিছ বাইদেউ। কল্যানী বাইদেৱে নিব আহোতে লগতে তই উভতি যাব লাগিছিল।

নিভা : চুপ থাক। তই আৰু একো নামাতিবি। এই কেইমাহে তহঁতে এদিনো মোৰ খবৰ লৈছিলি নে? তহঁতৰ সকলোকে মই চিনি পাইছো।

(চকু মছি মছি নিভাৰ প্ৰস্থান)

দীপা : (হাঁহি) এতিয়াহে বাইদেউৰ সুমতি হৈছে? বুজি পাইছে ভিনদেউৰ ঘৰখনেই তাইৰ নিজৰ ঘৰ।

(হীৰাৰ প্ৰৱেশ — বাহিৰৰ পৰা)

হীৰা : ও দীপা ভন্টী, চাবা, আহা। ল'ৰাবোৰে আইদেউক কেনেদৰে বেঢ়ি ধৰিছে। আইদেৱে বুজাই আছে— "বোৱাৰীৰ গা ভাল নহয়, গান গাব নোৱাৰে।" ল'ৰাবোৰে কোনপধ্যেই আইদেউৰ কথা মানি নলয়। তেওঁলোকে কৈ আছে— "গান গাব নোৱাৰা কথাটো আমি আপোনাৰ বোৱাৰীৰ নিজৰ মুখৰ পৰা শুনিব খোজো।" হিঃ হিঃ হিঃ......

দীপা : তই হাঁহিছ, বাই?

হীৰা : নেহাঁহিম? বৰ মজা পাইছো ভন্টী বৰ মজা পাইছো। হিঃ হিঃ হিঃ। আইদেৱে আচল শলঠেকত পৰিছে। নোৱাৰে বৌক মাতিব, নোৱাৰে ল'ৰাবোৰক ভগাব। হিঃ হিঃ হিঃ......

দীপা : হাঁহিৰ কথা নহয় বাই, চিন্তাৰ কথা। ৰাতি ৰাতি আমাৰ ঘৰলৈ ল'ৰাবোৰে ঠিক শিলগুটি দলিয়াব। খিৰিকিৰ গ্লাচবোৰ নাভাঙিলে ৰক্ষা।

হীৰা : কিয়, দলিয়াব?

দীপা : কিয় আকৌ? খঙত। ল'ৰাবোৰে ধৰি ল'ব নবৌক গান গাবলৈ নিদিব বুলিয়ে মায়ে নবৌৰ অসুখ বুলি মিছা মাতিছে। মাৰ স্বভাৱটো তেওঁলোকে জানেতো! নবৌক যে মায়ে বেয়া ব্যৱহাৰ কৰে তাকো তেওঁলোকে জানে।

হীৰা : বৌয়ে গান গায় বুলি তেওঁলোকেনো কেনেকৈ জানিলে?

দীপা : কিয় নাজানিব? নবৌয়ে বিয়াৰ আগত ৰেডিঅ'ত গাইছিল

নহয়? ইয়াৰ কলেজৰ ফাংচনতো গাইছিল। চুবুৰীৰ বহুতেই নবৌক চিনি পায়।

(অনিমাৰ প্ৰৱেশ)

দীপা : আকৌ এবাৰ অনুৰোধ কৰিছো নবৌ — তুমি গাবলৈ ৰাজি হোৱা; নহ'লে ল'ৰাবোৰে মাকতো ৰেহাই নিদিবই ৰাতি ৰাতি আমাৰ ঘৰতো শিলগুটি দলিয়াই আমাক শান্তিৰে থাকিব নিদিব।

অনিমা : হয়নে? পৰিস্থিতি এনে হৈছে নে? তেনেহ'লে, যোৱা বাই, মাক কৈ আহা — মই গাম!

হীৰা : এতিয়াই যাওঁ বৌ। ওঃ আইদেউ আজি বৰ ৰক্ষা পৰিলে!

(হীৰাৰ প্ৰস্থান বাহিৰৰ পিনে)

দীপা : তুমি আমাক চবকে বৰ বচালা, নবৌ। (অনিমাক সাৱটি) তুমি সঁচাকৈয়ে অ-তি ভাল।

অনিমা : এৰি দিয়া দীপা, এৰি দিয়া। মাৰ মান ৰাখিবৰ বাবে মই পিছে এই এবাৰে গাম। মোক আৰু কেতিয়াও গাবলৈ জোৰ নকৰিবা।

(বিভাৱতীৰ প্ৰৱেশ বাহিৰৰ পৰা)

বিভাৱতী : উঃ বৰ ৰক্ষা পৰিলো। এই ল'ৰাবোৰে যেনেদৰে বেঢ়ি ধৰিছিল আজি সিহঁতৰ হাতৰ পৰা মোৰ নিস্তাৰ নাছিল। এনেকৈ ঘেৰাও কৰি ৰখাত বৰ ভয় খালো। বাৰু, বোৱাৰী, তোমাৰ নো ইমান অহংকাৰ কিহৰ?

অনিমা : দাৰিদ্ৰ্যৰ।

বিভাৱতী : কি ক'লা? দুখীয়াৰ আকৌ কিহৰ অহংকাৰ?

অনিমা : একো নেহেৰোৱাটোয়ে দুখীয়াৰ অহংকাৰ। আপোনালোকে ধনী মানুহ; টকা পইছাৰ অহংকাৰ কৰে; লগতে লোকচানৰো ভয় কৰে। মই দুখীয়া ঘৰৰ ছোৱালী। মোৰ টকা পইছা নাই; সেয়ে লোকচানৰো ভয় নকৰো। এয়াই মোৰ অহংকাৰ।

বিভাৱতী : এইবোৰ কথা বাদ দিয়া। তোমাৰ লগত মই তৰ্ক কৰিব নিবিচাৰো। খণ্ডৰ ভমকত আৰু কিবা কৈ দিম তোমাৰ আকৌ জগৰ লাগিব। যিয়েই নহওক বোৱাৰী, তুমি আজি মোক বৰ উদ্ধাৰ কৰিলা। তাৰ বাবে আজিয়ে তোমাৰ দেউতাৰালৈ চিঠি লিখি জনাই দিম — যৌতুকৰ বাকী পৰি থকা টকাখিনি

মোক নালাগে বুলি।

অনিমা ঃ আপোনাৰ মুখত আজি এয়া কি শুনিছো; বিশ্বাসে কৰিব পৰা নাই! ফাংচনত গাবলৈ ৰাজি হোৱাৰ বাবেই আপুনি আজি ইমান উদাৰ হ'লনে? আচৰিতে লাগে দেখোন।

বিভাৱতী ঃ ল'ৰাবোৰে মোক যেনেদৰে ঘেৰাও কৰিছিল ভয়ে লাগিছিল। তুমি গান গাবলৈ ৰাজি নহ'লে মোক যে কিমান পৰ ঘেৰাও কৰি ৰাখিলেহেঁতেন কবই নোৱাৰো। এনেদৰে ঘেৰাও হোৱাৰ শাস্তি একমাত্র ভুক্তভোগীয়ে জানে। কেতিয়া এৰি দিব, কেতিয়া এৰি দিব ভাবি থকাটো এক অসহ্য মানসিক যন্ত্রণা। এই যন্ত্রণাৰ পৰা উদ্ধাৰ কৰাজনক উদাৰ হাতেৰে সকলো দিব পাৰি। তাৰোপৰি তোমাক আজি মই ভালদৰে বুজি পালো।

দীপা ঃ হয়নে মা? নবৌক বুজি পাইছা — বৰ ভাল কথা।

বিভাৱতী ঃ যৌতুক নোপোৱাত তোমাক ভাল চকুৰে নেদেখিছিলো, বোৱাৰী। কষ্টও দিছো বহু। ইচ্ছা কৰিলে এনে সুযোগ পাই তুমি মোৰ ওপৰত পোতক তুলিব পাৰিলাহেঁতেন। কিন্তু তুমি নল'লা। তোমাৰ মনটো যে উদাৰ তাৰ পৰিচয় দিলা। মোৰ চকু মেল খাইছে। মই মোৰ ভুল বুজি পাইছো।

দীপা ঃ মই বৰ ভাল পালো মা। বাইদেউক অতিপাত প্রশ্রয় দিয়া আৰু নবৌক কথাই কামে নির্য্যাতন দিয়া তোমাৰ এনে দুই বিপৰীত আচৰণৰ বাবে মই বৰ লাজ পাই আছিলো। এতিয়াহে তোমাক মোৰ মা হিচাবে বৰ মৰম লাগিছে।

(বাহিৰত বেল বাজি উঠে। দীপাই আগবাঢ়ি গৈ আৰতিক দেখা পায় আৰু ভিতৰলৈ মাতি আনে)

দীপা ঃ আহক ভিতৰলৈ। আপোনাক দেখোন চিনি পোৱা নাই? কাক বিচাৰিছে?

অনিমা ঃ আৰতি, তই? বিয়াৰ পিছৰে পৰা তোক লগে পোৱা নাছিলো। আজি হঠাৎ কি ভাবি আহিলি?

আৰতি ঃ এটা বেয়া খবৰ দিবলৈহে আহিলো, অনিমা। (কান্দি পেলায়) মহাদেউ আৰু নাই।

অনিমা ঃ কি ক'লি আৰতি? দেউতা নাই? সঁচা কৈছ নে?

আৰতি ঃ এনে শোকৰ খবৰ এটা লৈ মই তোৰ লগত ধেমালি কৰিম

নে? সঁচাকৈয়ে অনিমা, আজি শেহৰাতি মহাদেউ ঢুকাল।

অনিমা : (কান্দি কান্দি) দেউতা নাই? দেউতা অ'।

আৰতি : মিনতিও ঘৰত নাই। মই তোক খবৰটো দিবলৈহে আহিলো। মাহীদেউক চম্ভালা টান হৈছে। মই ৰ'ব নোৱাৰো। তোৰ শহুৰৰ ঘৰখনে যদি তোক যাবলৈ অনুমতি দিয়ে — মহাদেউৰ শটোকে চাই আহিবি। মই যাওঁ।

দীপা : ৰ'ব। নবৌক এনেদৰে পেলাই থৈ নাযাব। কওকচোন, হঠাতে মহাদেউৰ মৃত্যু হ'ল কিয়?

আৰতি : আপোনালোকৰ কাৰণে।

দীপা : আমাৰ কাৰণে? কি ক'ব বিচাৰিছে?

আৰতি : অনিমাৰ বাবে মহাদেউৰ বৰ চিন্তা। যৌতুকৰ বাকী থকা টকাখিনি শোধ নকৰালৈকে আপোনালোকে যে তাইক সুখত থাকিব নিদিব সেই কথা মহাদেৱে ভালকৈয়ে জানিছিল। সেয়ে মনে মনে এটা সিদ্ধান্ত লৈছিল যাৰ বাবে হঠাতে তেখেতৰ মৃত্যু হ'ল।

দীপাঁ : কি সিদ্ধান্তনো লৈছিল?

আৰতি : কোনবা এখন কলিকতীয়া কাকতত পুতেকক বঁচাবৰ বাবে 'কিড্‌নি' লাগে বুলি এজন দেউতাকে বিজ্ঞাপন এটা দিছিল। বিজ্ঞাপনটো মহাদেউৰ চকুত পৰিল। আজি কিছুদিন আগত ঘৰত কাকো আচল কথাটো নকৈ কিবা কাম আছে বুলি কলিকতালৈ গৈছিল আৰু ষাঠি হেজাৰ টকাৰ বিনিময়ত নিজৰ 'কিড্‌নি' এটা বেচি আহিল।

অনিমা : কি শুনালি আৰতি? দেউতাই এওঁলোকক যৌতুকৰ বাকী থকা টকাখিনি দিবৰ বাবে নিজৰ 'কিডনি' এটা বেচিলে? উঃ মই মৰি যোৱাই ভাল আছিল।

আৰতি : এটা কিড্‌নি লৈও মানুহে জীয়াই থাকে অনিমা। কিন্তু আমাৰে দুৰ্ভাগ্য। হঠাতে মহাদেউৰ ইটো কিড্‌নিও অসুস্থ হৈ পৰিল। তথাপি ঘৰত কাকো একো নজনালে। যোৱা ৰাতি মহাদেউৰ অৱস্থা বৰ বেয়া হ'ল। মাহীদেউক তেতিয়াহে আচল কথাটো ক'লে। মিনতি নথকাত মাহীদেৱে ৰাতিখন কোনো ডাক্তৰকে মাতিব নোৱাৰিলে। শেহ ৰাতি আমাৰ ঘৰলৈ আহি খবৰটো দিলে। দেউতাই গৈ ডাক্তৰ এজন মাতি

আনিলে। পিছে বৰ পলম হ'ল। মহাদেউক বঁচাব পৰা নগ'ল। (অলপ ৰৈ) মোৰ পলম হ'ব ধৰিছে, অনিমা, মই যাওঁ। পাৰ যদি মহাদেউক শেষ প্ৰণামটো কৰি আহিবি।

অনিমা ঃ মোক এৰি নাযাবি, ঐ আৰতি। মইও তোৰ লগতে যাম। এইখন মায়া মমতাহীন ঘৰত মই আৰু নাথাকো! দেউতাৰ মৃত্যুৰ বাবে এওঁলোকেই দায়ী। যৌতুক যৌতুক কৰি এইখন ঘৰে দেউতাক শান্তিৰে থাকিব নিদিলে। আচলতে এইখন ঘৰৰ পৰা মই আৰু আগতে ওলাই যাব লাগিছিল।

দীপা ঃ তেনে চিন্তা মনত ঠাই নিদিবা নবৌ।

অনিমা ঃ মোৰ পঢ়া-শুনা আছে, চাকৰি কৰাৰ যোগ্যতা আছে। চাকৰি এটা যোগাৰ কৰি লৈ দেউতাৰ কাষত থিয় দি দেউতাক সহায় কৰিব লাগিছিল। মই এনেদৰে সেও মানি থাকিব নালাগিছিল। মই বিদ্ৰোহী হ'ব লাগিছিল।

দীপা ঃ উত্তেজিত নহবা, নবৌ।

অনিমা ঃ উত্তেজিত নহম? দেউতাৰ অসন্মান হ'ব বুলিয়ে মই শহুৰৰ ঘৰৰ পৰা ওলাই নগলো। কি ভাল হ'ল? ওলাই গৈ দেউতাৰ ওচৰত থাকি দেউতাক সহায় কৰিলে নিশ্চয় দেউতাক বচাই ৰাখিব পাৰিলোহেঁতেন। দেউতা অ', মই ভুল কৰিলো। তোমাৰ ওচৰত মই থাকিব লাগিছিল। (কান্দোনত ভাঙি পৰে)

দীপা ঃ এনেদৰে ভাঙি নপৰিবা, নবৌ। ধৈৰ্য্য ধৰাচোন। যোৱাৰ বাবে সাজু হোৱাগৈ।

আৰতি ঃ (বিভাৱতীক উদ্দেশ্য কৰি) ভয় নাখাব। মহাদেউ ঢুকালেও আপোনালোকৰ পাব লগা যৌতুকৰ টকাখিনি শ্ৰাদ্ধ আদি গ'লেই পাই যাব।

বিভাৱতী ঃ মোক আৰু লাজ নিদিবা আই। এনেয়ে অনুতাপত মোৰ মুখেৰে মাত নোলোৱা হৈছে। এনে হ'ব বুলি মই সপোনতো ভবা নাছিলো। সমাজত বহুতকে যৌতুক দাবী কৰা দেখিছো। যৌতুক দাবী কৰি ল'ৰাৰ ঘৰে নিজৰ মৰ্য্যাদা বঢ়ায় বুলি ধাৰণা আছিল। যৌতুক বেছিকৈ দাবী কৰা মানে ল'ৰাৰ দাম বঢ়োৱা বুলি বিশ্বাস কৰিছিলো। বিনোদৰ দাম বাঢ়ক বুলিয়ে মই ইমান সোপা বস্তুৰ টকা যৌতুক বুলিয়ে দাবী কৰিছিলো।

পিছে যৌতুক দিব নোৱাৰিলে পৰিণতি এনে শোকাবহ হ'ব বুলি ভাবিব পৰা নাছিলো।

আৰতি : এতিয়া ভাবিব পাৰিছে তেনেহ'লে; পিছে আৰু আগতে যদি ভাবিব পাৰিলেহেঁতেন — মহাদেউক আমি এনেদৰে হেৰাব নালাগিলহেঁতেন।

বিভাৱতী : (অনিমাক) নাকান্দিবা আই। বিধিৰ লিখন কোনে খণ্ডাব পাৰে। মই মোৰ ভুল বুজি পাইছো। যৌতুকৰ বাকী থকা টকাখিনি মোক নালাগে বুলি অলপ আগতেই মই তোমাক জনাইছো। অকল টকা পইছাই যে সংসাৰত সুখ-শান্তি নানে নিভাৰ ক্ষেত্ৰতে সেয়া মই বুজি পাইছো। বুজি পোৱাত মোৰ অৱশ্যে অলপ পলম হ'ল। তুমি শান্ত হোৱা আই। বিনোদ আহিলেই তোমাক লৈ যাব। মোৰ ভুলৰ বাবে মই আজি সঁচাকৈয়ে অনুতপ্ত।

অনিমা : আপুনি অনুতপ্ত? কিন্তু আপুনি আজি অনুতপ্ত হলেই মই মোৰ দেউতাক ঘূৰাই পাম নে? আপুনি ক'বনে কাৰ দোষত আমাৰ মাৰ সেওঁতাৰ সেন্দুৰ মছ খালে? কিহৰ বাবে এইখন ঘৰত বোৱাৰী হৈ আহি এদিনো আপোনাৰ পৰা ভাল ব্যৱহাৰ নাপালো। আৰু এতিয়াতো মোৰ জীয়াই থকাৰ ইচ্ছাকণো মৰি গ'ল। আজি আপুনি দুষাৰ কথাৰে— 'মই অনুতপ্ত বুলি' ক'লেই জানো দায়মুক্ত হ'ব?

বিভাৱতী : মোক ক্ষমা কৰিবা আই! মোৰ ঠেক মন লৈ তোমাক আদৰ কৰিব নেজানিলো। মোৰ টকাৰ অহংকাৰে মোক অন্ধ কৰি পেলাইছিল। পলম কৰি হ'লেও মই মোৰ ভুল বুজি পাইছো। তোমাৰ দেউতাক মই বচাব নোৱাৰিলো সঁচা। কিন্তু আজি তোমাক ছুই মই কথা দিছো, আই, মোৰ জীৱনৰ বাকী থকা দিন কেইটাত মই মোৰ এনে ভুলৰ প্ৰায়শ্চিত্ত কৰিম। আমাৰ সমাজত শিপাব খোজা এই যৌতুক প্ৰথাক নিৰ্মূল কৰাৰ কামত ব্ৰতী হ'ম।

দীপা : বৰ ভাল কথা কৈছা, মা!

বিভাৱতী : মোৰ নিচিনা আন কোনো শাহুয়ে যাতে কন্যাদায়গ্ৰস্ত পিতৃৰ মৃত্যুৰ কাৰণ নহয়। পৰৰ ঘৰৰ ছোৱালীয়ে বোৱাৰী হৈ আহি শহুৰৰ ঘৰৰ পৰা পোৱা অত্যাচাৰত যেন জীয়াতু নোভোগে

বা নিৰ্মম ব্যৱহাৰত আত্মহত্যা নকৰে। দীপাই কোৱাৰ নিচিনা — মাতৃজাতিৰ আদৰ্শ মৰম বিলোৱা। সেই আদৰ্শক যেন সাৰ্থক কৰি তুলিব পাৰো। মোক ক্ষমা কৰি এই কামত সহায় কৰা, আই। উঠা আই, তোমাৰ মাৰাৰ ঘৰলৈ যাবৰ বাবে সাজু হোৱা গৈ।

(আঁৰ কাপোৰ পৰে)

# সমাধান

—ঃ চৰিত্ৰসমূহ ঃ—

| | | | | | | |
|---|---|---|---|---|---|---|
| বিজয়া বৰুৱা | ঃ | মধুপুৰ ছোৱালী কলেজৰ অধ্যক্ষা | | | | |
| কৰবী দত্ত | ঃ | ” | ” | ” | অৰ্থনীতিৰ অধ্যাপিকা | |
| নীলিমা চৌধুৰী | ঃ | ” | ” | ” | বুৰঞ্জীৰ | ” |
| মাধুৰী শৰ্মা | ঃ | ” | ” | ” | ইংৰাজী সাহিত্যৰ | ” |
| আমিনা বেগম | ঃ | ” | ” | ” | দৰ্শনৰ | ” |
| মিনতি চক্ৰৱৰ্তী | ঃ | ” | ” | ” | অসমীয়া সাহিত্যৰ | ” |
| নীলাক্ষী গঁগৈ | ঃ | ” | ” | ” | শিক্ষা বিজ্ঞানৰ | ” |

(মধুপুৰ ছোৱালী কলেজৰ অধ্যাপিকাসকলৰ জিৰণী কোঠালী। কৰবী, নীলিমা, মাধুৰী, আমিনা, নীলাক্ষীয়ে বহি কথা পাতি আছে। আমিনাৰ বাহিৰে সকলোৱে বিবাহিতা। পৰিবেশ অলপ গহীন। বিশেষকৈ নীলিমা চৌধুৰীৰ মুখত হাঁহি নাই। বিষণ্ণ ভাৱ। কৰবী আৰু নীলিমা একে লগে পঢ়া বান্ধৱী।)

কৰবী ঃ কি হ’ল অ’ নীলি! তই দেখোন আজি বৰ গহীন হৈ আছ? সৰুৰে পৰা একেলগে উমলিলো, একেলগে পঢ়া-শুনা কৰিলো। তোকতো ইমান গহীন হৈ থকা দেখা নাছিলো? কি হ’ল? বুৰঞ্জী পঢ়াওতে পঢ়াওতে অতীতৰ কিবা কথাই তোক চিন্তাত পেলাইছে নেকি?

নীলিমা ঃ বুৰঞ্জীৰ কথাও ভবা নাই; গাও বেয়া লগা নাই অ’।

আমিনা ঃ তেনেহ’লে হাঁহিমুখা নীলিমা চৌধুৰীৰ মুখৰ হাঁহি আজি ক’ত হেৰাল?

নীলিমা ঃ সদায়ে হাঁহি থাকিব লাগিব এনে কথা আছে নেকি আমিনা? হোৱাই নোহোৱাই হাঁহি থাকিলে মানুহে আকৌ পগলা বুলিয়েই ভাবে বা!

নীলাক্ষী ঃ নহয়, নীলিমা বাইদেউ। কথাৰে ঢাকিলে নহ’ব। আপোনাৰ নিশ্চয় কিবা এটা হৈছে। ভিন্‌দেউৰ পৰা চিঠি পোৱা নাই নেকি?

নীলিমা : (অলপ খং উঠে) কি যিহকে মন যায় তাকে বকি থাকা, নীলাক্ষী!

কৰবী : তোৰ শহুৰৰ ঘৰখন দেখোন বৰ ভাল অ' নীলি। শহুৰ-শাহুৱে তোক ইমান মৰম কৰে! তেওঁলোকৰ পৰা কিবা টান কথা শুনিছ বুলিতো মনে নধৰে।

নীলিমা : সেইবোৰ একো নহয়, কৰবী।

কৰবী : তেনেহ'লে কি হৈছে খুলি নকৱ কিয়? আমাৰ আগত কোৱাত কিবা আপত্তি আছে নে কি? কি হৈছে কচোন। এনেকৈ মনৰ ভিতৰতে দুখক হেচা মাৰি ৰাখিলে তই বেছিকৈ কষ্ট পাবি। তোৰ মুখত হাঁহি নেদেখিলে ভাল নালাগে, অ'।

নীলিমা : (দীঘল হুমুনিয়াহ কাঢ়ি) এটা বৰ জটিল সমস্যা দেখা দিছে, কৰবী, যাৰ বাবে মই হয়তো এই কলেজৰ চাকৰিটোকে এৰিব লাগিব।

আমিনা : (উচপ্ খাই) চাকৰি এৰিব? কি কয় নীলিমা বাইদেউ! আজিকালিৰ দিনত চাকৰি এটা পোৱা ইমান টান! তাতে চাকৰি কৰি থকা কোনোবাই চাকৰি এৰি দিব বুলি শুনিলে আচৰিতে লাগে দেখোন। এনে ভুল কেতিয়াও নকৰিব, নীলিমা বাইদেউ!

নীলিমা : তুমি একো নুবুজা, আমিনা। তুমিতো এতিয়াও বিয়া-বাৰু কৰোৱা নাই; সংসাৰৰ সমস্যাবোৰ কি বুজিবা? আমাৰ বিয়া হোৱা ডেৰ বছৰে হ'ল। তেখেত চৰকাৰী বদলীৰ চাকৰিয়াল। PWDৰ ইঞ্জিনীয়াৰ। আমাৰ বিয়াৰ অলপ দিন পিছতে সৰু চহৰ এখনত S.D.O হিচাপে Promotion পাই বদলী হৈ গ'ল। মাজে সময়ে ঘৰলৈ আহে। কলেজৰ বন্ধবোৰত মইও তাত থাকিবলৈ যাওঁ। পিছে এনেকৈ কিমান দিন চলিব। শাহুআয়ে মোক যথেষ্ট মৰম কৰে। শহুৰ দেউতাইও কৰে। সেয়ে ইয়াত থাকি মই চাকৰি কৰি যোৱাত ইমান দিন একো হকাবধা কৰা নাই।

নীলাক্ষী : তেতিয়া হ'লে এতিয়ানো কি সমস্যাই দেখা দিলে নীলিমা বাইদেউ, যাৰবাবে আপুনি চাকৰি এৰাৰ কথা ভাবিছে?

নীলিমা : তাকেইতো ক'ব খুজিছো। নতুনকৈ বিয়া হোৱা পুতেকে পত্নীৰ পৰা আঁতৰত থাকি দিনৰ পিছত দিন লগুৱা এটা লৈ

দিনবোৰ কটোৱাত মাক দেউতাকৰ মনত বৰ দুখ। এয়া স্বাভাৱিকে দিয়াচোন। তেখেতসকলে ভাবিছে কলেজৰ পৰা ছুটি লই বা চাকৰি এৰি দি হ'লেও মই পুতেকৰ তাত গৈ থাকিব লাগে।

কৰবী : অৱশ্যে চিন্তাৰ কথা; পিছে কি কৰিবি বুলি ভাবিছ?

নীলিমা : কি কৰিম ভাবিয়ে বিমোৰত পৰিছো। মাক দেউতাকৰ মনৰ অশান্তিকণো বুজো। বিবাহিত হৈও তেখেতৰ বৰলাৰ নিচিনা জীৱন কটোৱা পৰিস্থিতিকণো বুজি পাওঁ। পিছে আজিকালিৰ অৰ্থ-সংকটৰ দিনত চাকৰি এটা পাই এৰি দিয়াটো কিমান মূৰ্খামী সেয়া উপলব্ধি কৰি চিন্তাত পৰিছো। মোৰ পঢ়া-শুনাবোৰ অথলে যাব। সেয়ে আজিকালি ভাবিবলৈ লৈছো বিয়া নকৰালেই ভাল আছিল। স্বাধীনভাৱে থাকিব পাৰিলোহেঁতেন। মৰমৰ দাবীত নিজৰ সকলো বিসৰ্জন দিব নালাগিলহেঁতেন।

আমিনা : সঁচাকৈয়ে সমস্যাটো ডাঙৰ।

নীলাক্ষী : নীলিমা বাইদেউ! আপোনাৰ problemটো শুনি সঁচাকৈয়ে চিন্তা হৈছে। আমি নাৰী স্বাধীনতাৰ দাবীত যিমানে চিঞৰোহঁক পৰিবেশে আমাক স্বাধীনতা উপভোগ কৰিব নিদিয়ে। কি কয়, মাধুৰী বাইদেউ? আপুনি দেখোন অথনিৰে পৰা মনে মনে আছে?

মাধুৰী : এই লাইব্ৰেৰীৰ কিতাপখন আজিয়ে ঘূৰাই দিব লাগিব বুলি অলপ পঢ়ি আছিলো। তোমালোকৰ কথা-বতৰা পিছে মোৰ কাণত পৰিছে। নীলাক্ষীয়ে সঁচা কৈছে। স্বাধীনতা আমি বিচৰামতে নাপাওঁ। মই যে এইখন কলেজত কাম কৰি আছো — তোমালোকে ভাবা নেকি ইয়াত মোৰ শহুৰৰ পূৰ্ণ সমৰ্থন আছে? শৰ্মাৰ সঁহাৰি পাইহে মই কাম কৰি আছো।

নীলাক্ষী : শৰ্মা ভিনদেউক শলাগিব লাগে দেই।

মাধুৰী : আমাৰ বিয়াখন একৰকম love marriage। পঢ়া-শুনাত মোৰ নাম আছিল। এম, এ পাছ কৰাৰ আগতেই শৰ্মাৰ লগত মোৰ পৰিচয়। তেখেত নিজেও চোকা ছাত্ৰ আছিল। তেখেতো ইংৰাজীত এম, এ। I.A.S পাই অসম সচিবালয়ৰ এজন উচ্চ পদস্থ বিষয়া এতিয়া। তেখেতৰ উদগণিতে মই

ইংৰাজী সাহিত্য লই এম, এ পাছ কৰিলো। চাকৰি পালো। মোক-দেউতাকৰ সন্মতি আদায় কৰি মোক বিয়া কৰালে। যাতে চৰ্চাৰ অভাৱত মোৰ মগজুত মামৰে নধৰে— তাৰ বাবে মোক চাকৰি কৰি থাকিবলৈ অনুমোদনো দিলে।

কৰবী : বৰ বুজন প্ৰকৃতিৰ স্বামী পাইছা অ' মাধুৰী। তেনেহ'লে তোমাৰ সমস্যানো কি?

মাধুৰী : সমস্যা কি জানে? মোৰ শহুৰ আৰু শাহুৰ বৰ ইচ্ছা নাই যে মই চাকৰি কৰি থাকো। পিছে যোগ্য পুতেকক একো কবও নোৱাৰে। ফলত সুযোগ পালেই মোক কথা শুনায়। মইও অৱশ্যে অলপ ৰাজনীতি কৰিব লগা হৈছো।

আমিনা : ৰাজনীতি? আপুনি দেখোন ইংৰাজী সাহিত্যৰ এম, এ মাধুৰী বাইদেউ?

মাধুৰী : তাকেতো। সংসাৰ কৰিলে কেতিয়াবা কেতিয়াবা ৰাজনীতিৰ কূট চালো চালিব লাগে। কি কৰো, জানা? দৰ্মহাখিনি পালেই ভাল লগাবৰ বাবে মই বেছ কিছু টকা শাহুআইৰ হাতত দিওঁ। কেইদিনমান বেছ খুছীত থাকে।

(ব্যস্তভাৱে মিনতিৰ প্ৰবেশ)

মিনতি : (হাত ঘড়িৰ পিনে চাই) Degree final year-অৰ অসমীয়া ক্লাছটো miss এ কৰিলো। Bell পৰিবৰ দহ মিনিট আছে মাত্ৰ। এতিয়া আৰু কি ক্লাছ ল'ম। ঘৰৰ লেঠাবোৰ মাৰিবই নোৱাৰা হৈছো। চাকৰিটো বজাই ৰখাই টান হৈছে।

আমিনা : (নীলাক্ষীৰ পিনে চাই এটা অৰ্থব্যঞ্জক হাঁহি মাৰি) মিনতি বাইদেউৰো সমস্যা ওলাল। (মিনতিক উদ্দেশ্য কৰি) আপোনাৰ আকৌ কিহৰ সমস্যা হ'ল, মিনতি বাইদেউ? মাধুৰী বাইদেউৰ নিচিনা আপোনাৰ শহুৰৰ ঘৰখনো ৰক্ষণশীল নে কি? সংসাৰ আৰু চাকৰি — ইয়াৰ সমস্যাবোৰৰ আলোচনাকে আমি কৰি আছো।

মিনতি : হয় নেকি? (মাধুৰীক উদ্দেশ্য কৰি) তোমাৰ বিয়াখনতো মই খাইছো, মাধুৰী। এইখন কলেজত জইন কৰাৰ কিছুদিন পিছতে তোমাৰ বিয়া হ'ল। তোমালোকৰ সুন্দৰ জুটি দেখি বৰ ভাল লাগিছিল। ঘৰখন ইমান ৰক্ষণশীল বুলিতো জনা নাছিলো!

মাধুৰী ঃ বাহিৰৰ পৰা বহুত কথাই জনা নাযায়, মিনতি।

মিনতি ঃ মোৰ ঘৰখন অৱশ্যে ৰক্ষণশীল নহয়। কিন্তু সাধাৰণ মধ্যবিত্তৰ সংসাৰ এখনত আৰামৰ বৰ অভাৱ। ঘৰখনত কাম কৰা ল'ৰা কোনো নাই। আছে মাথোন ঠিকাৰ মাইকী এজনী। দুবেলা দুই টাইমত আহি কোঠালী কেইটা সৰা-মচা কৰে আৰু বাচনখিনি ধোৱে। তাৰ বাহিৰে সকলো কাম ময়ে কৰিব লাগে। মাইকীজনীও মাজে মাজে নহা হয়। মোৰ বাৰটা বাজি যায়।

কৰবী ঃ এই কামকৰা মাইকীবোৰ তেনেকুৱাই। মোৰজনীতো মাহেকত দহদিন মানেই নাহে। ৭/৮ ঘৰৰ কাম লয়। চম্ভালিব নোৱাৰে। আজি মোৰ ঘৰত নাহি, কাইলৈ আন এটা ঘৰত নগৈ অলপ জিৰণি লয়। অৰ্থনীতিৰ অধ্যাপিকা হৈও মই তাইৰ দৰ্মহা কটাৰ একো সূত্ৰই উলিয়াব পৰা নাই।

মিনতি ঃ দৰ্মহা কাটিব বেয়াও লাগে দিয়কচোন। পিছে মাজে সময়ে বৰ দিগদাৰীত পেলায়। আজিও তাই নাহিল। আহিব বুলি তাইৰ ভাগৰ কামখিনি পেলাই থৈছিলো। পলম হোৱা দেখিহে বুজিলো আজি আৰু তাই নাহে। ছুৱা-বাচনবোৰতো আৰু নোধোৱাকৈ পেলাই থ'ব নোৱাৰি। মচা-কছা বাদ দিলেও কোঠালীবোৰতো সাৰিবই লাগিব। কামবোৰ শেষ কৰোতে লৰা-ধপৰা লাগিল। সেয়েতো আজিও মই সময়ত আহিব নোৱাৰিলো। আমনি পালেও তাইক খেদিব নোৱাৰো। যি কেইটাদিন আহে অলপ সকাহ পাও।

কৰবী ঃ সঁচাকৈয়ে আমি চাকৰি কৰি স্বাৱলম্বী হ'লেও এই কাম কৰা মানুহবোৰ নহ'লে চলিব নোৱাৰো।

মিনতি ঃ তাতে শাহু আইৰ গাও প্ৰায়ে ভাল নাথাকে। ঘৰৰ কাম-বন কৰি, কলেজত পঢ়াই বৰ ভাগৰে লাগে। শৰীৰটো যেন চলিবই নোখোজে। মাজে সময়ে ভাবো কলেজৰ কামটো এৰিয়ে দিম। পিছে মই কাম এৰিলে আৰ্থিক দিশত আমাৰ ঘৰখনৰ অভাৱ বাঢ়িহে যাব। সেয়ে মন কৰিলেও এৰিব নোৱাৰো।

আমিনা ঃ অ' মিনতি বাইদেউ, বুজিলো। আপোনাক যে চাকৰি কৰাত আপোনাৰ শহুৰ-শাহুয়ে হাক নিদিয়ে তাৰ আচল কাৰণ

আপোনাৰ পৰা পোৱা আৰ্থিক সহায়কণ। মোৰ অৱশ্যে এনে সমস্যা এতিয়াও দেখা দিয়া নাই। বিয়া বাৰু কৰালে শহুৰৰ ঘৰখনৰ প্ৰতি দায়িত্ব আহি পৰে। তাতে আমাৰ মুছলমান সমাজখন যে বৰ ৰক্ষণশীল সেয়াতো আপোনালোকে জানেই। মোৰ আম্মিজানে বৰ লাগি আছে মোৰ বিয়াৰ বাবে। মইহে তালি বাজি কৰি এতিয়ালৈকে মত দিয়া নাই। জানো ঘৰখন কেনে বা হয়? মোক চাকৰি কৰিবলৈ দিয়ে নে নাই?

কৰবী : সেই বুলি আমিনা, তই কুমাৰী জীৱনে কটাই থাকিবি নে? সমাজত নাৰী হিচাপে, মাতৃ হিচাপেও আমাৰ দায়িত্ব আছে। বিয়া নকৰোৱাকৈ থাকি তই সেই দায়িত্ব পালন কৰিবি কেনেকৈ? লিখা-পঢ়া শিকিলি। জ্ঞান, বুদ্ধি বাঢ়িছে। শহুৰৰ ঘৰখনক, তোৰ স্বামীক তই বুজাই পৰাই তোৰ চাকৰি বজাই ৰখাৰ চেষ্টা নকৰি, ভয়তে আগৰে পৰা হাল এৰি দিলে কেনেকৈ হ'ব? দৰ্শন পঢ়াৰ বুলি ইমান দাৰ্শনিক নহ'বি আকৌ।

নীলিমা : (ৰিষ্টওৱাচৰ পিনে চাই) তোমালোকে কথা পাতি থকা দেই। মোৰ ক্লাছ আছে। মই যাওঁ। মাধুৰী, তোমাৰো ক্লাছ আছে হ'ব পায়। নোযোৱা?

মাধুৰী : ইয়াৰ পিছৰ পিৰিয়ডতহে আছে। (নীলিমাৰ প্ৰস্থান) কৰবী বাইদেউ, আপুনি পিছে বৰ লাকী দেই। সংসাৰ কৰিছে; মাকো হৈছে। তথাপি ক'তো আউল নলগাকৈ কি সুন্দৰ ভাবে কলেজ, সংসাৰ, সন্তান সকলো চম্ভালি আছে। আপোনাক দেখিলে হিংসাই হয়।

কৰবী : সঁচাকৈয়ে এক হিচাপে মই বৰ লাকী। মই চাকৰি কৰা লৈ শহুৰৰ ঘৰৰ কাৰোপৰা হকা-বধা পোৱা নাই। পিছে আজিকালি মোৰ অলপ বেয়া লাগে, যেতিয়া অনুভৱ কৰো মই মাতৃ হিচাপে মোৰ দায়িত্বখিনি যথাযথ পালন কৰিব পৰা নাই। আমাৰ ৰাজুমণিৰ দহমাহ হ'ল। তাক চোৱা চিতা কৰিবৰ বাবে খাছীয়া আয়া এজনীও আছে। সৰু ল'ৰা-ছোৱালীৰ যত্ন লোৱাত মোতকৈ তাই বেছিহে পাৰ্গত।

মিনতি : খাছীয়া আয়াবোৰ সঁচাকৈয়ে বৰ পাৰ্গত। ল'ৰা-ছোৱালী

ডাঙৰ কৰোতে কষ্ট আৰু পৰিশ্ৰম বহুত কমি যায় তেনে এজনী আয়া থাকিলে।

কৰবী : পিছে ৰাজুমণিয়ে আজিকালি মুখ চিনি পোৱা হৈছে নহয়? মই ঘৰত নথকাটো সি বৰকৈ অনুভৱ কৰে। কলেজলৈ আহোতে তাক নেদেখুৱাকৈ পলাই আহিব লাগে; নহ'লে সি বৰ কান্দে। কলেজৰ পৰা উভতি যোৱাৰ লগে লগে মোক পাই তাৰ কিমান যে ফূৰ্তি! মোক মুখ হাত ধুবৰ সময়কে নিদিয়ে।

আমিনা : আই ঐ দেহি।

কৰবী : তাক কোলাত লৈ মৰম নকৰালৈকে সি মোক জিৰণি ল'বলৈকে নিদিয়ে। সি যেতিয়া ডাঙৰ হৈ নিজেও স্কুললৈ যাব পৰা হ'ব, সমনীয়া ল'ৰা-ছোৱালীক লগ পাব, তেতিয়া সি আজিৰ নিচিনা ইমান অকলশৰীয়াবোধ নকৰিব। স্কুললৈ নোযোৱালৈকে তাৰ এই অকলশৰীয়া ভাৱ, মাকক সম্পূৰ্ণৰূপে গোটেই দিনটো নোপোৱাৰ বেদনা মই অনুভৱ কৰিব পাৰো বাবে মাজে সময়ে চাকৰিটো মোৰ বাবেও এটা সমস্যাৰূপে দেখা দিছে।

নীলাক্ষী : দুই তিনিবছৰৰ কথাহে কৰবী বাইদেউ। দেখোতে দেখোতে এই বছৰকেইটা পাৰ হৈ যাব। বেছি ভাবিলে সমস্যাবোৰক গুৰুত্ব দিয়া হয়। তেনেকৈ ভাবিলে আমি দেখোন চাকৰিত থকাবোৰে সন্তান জন্ম দিবলৈ উৎসাহে বোধ নকৰিম। আৰু তেনেহ'লে মোৰ সংসাৰখনতো চাকৰিটো ৰখা এটা সমস্যা হৈ পৰিব। নাতি-নাতিনীৰ মুখ চাব নোৱাৰিলে কোন সতে শাহুআই আৰু শহুৰ দেউতাই মোক মৰম কৰিব?

আমিনা : হয়তো। এটা সমস্যাৰ হাত এৰাব গৈ আন এটা সমস্যাৰ সৃষ্টি হ'ব।

নীলাক্ষী : হয়, আমিনা। বিশেষকৈ তেওঁলোকে যেতিয়া ধৰি ল'ব মই সন্তান সম্পৰ্কীয় সমস্যাবোৰ এৰাবৰ বাবে মাক হ'ব খোজা নাই — তেওঁলোকে মোক মৰম কৰিব কিয়? বুজিছে কৰবী বাইদেউ, চাকৰি কৰা বিবাহিতা নাৰীৰ এইবোৰ সমস্যা থাকিবই; তাৰ মাজতো আমি তাল মিলাই চলিব লাগিব।

মিনতি : অ' নীলাক্ষীয়ে বৰ বয়সীয়াল অভিজ্ঞ মানুহৰ লেখিয়া কথা

ক'বলৈ শিকিছে। হাজাৰ হওক শিক্ষা-বিজ্ঞানৰ অধ্যাপিকাতো। পৰিস্থিতি আৰু পৰিবেশ চাই পৰামৰ্শ দিবৰ নিচিনা শিক্ষা আয়ত্ত কৰিছে।

মাধুৰী : মই অলপ লাইব্ৰেৰীলৈ যাওঁ। এইখন কিতাপ ঘূৰাই দি আন এখন আনিব লাগে। নীলাক্ষীহঁতে সমস্যাৰ সমাধান উলিওৱাৰ চেষ্টাত থাকা। মই আহো।

(মাধুৰীৰ প্ৰস্থান)

মিনতি : মইও যাওঁ; প্ৰিন্সিপাল বাইদেউৰ লগত মোৰ অলপ কথা আছে।

(মিনতিৰ প্ৰস্থান)

(নীলিমাৰ প্ৰৱেশ)

নীলিমা : কি এতিয়াও তোমালোকৰ আলোচনা চলিয়ে আছে নেকি?

কৰবী : অ'। এনেকুৱা আলোচনাৰ জানো শেষ আছে। পিছে তই দেখোন আজি ক্লাছৰ পৰা সোনকালেই ওলাই আহিলি।

নীলিমা : আজি মনটো বৰ ডিষ্টাৰ্ব হৈ আছে। ক্লাছত পঢ়াবতে মনটো ভালদৰে বহুৱাবই পৰা নাই। সেয়ে সোনকালেই ক্লাছৰ পৰা ওলাই আহিলো।

কৰবী : তই দেখোন তেতিয়াহ'লে বৰ চিন্তাৰ মাজতে আছ? পিছে কি কৰিবি বুলি ভাবিছ?

নীলিমা : মোৰ কথাকে ভাবি আছ? মই কি ভাবিছো জান? সদ্যহঁতে মই ইয়াৰ পৰা দীঘলীয়া ছুটি লৈ যাম। তাতো নতুনকৈ কলেজ এখন খুলিছে। তাতে চাকৰি পাওঁ যদি ইয়াৰ চাকৰিটো এৰি দিম। পিছে এনে সমস্যাৰ ওৰ নপৰে। তেখেতৰ বদলিৰ চাকৰি। যিমানদিন তাত থাকিব পাৰো, চাকৰিটো পালে তাতেই কৰি থাকিব পাৰিম দেছোন।

কৰবী : পিছে চৌধুৰীয়ে তাৰ পৰা বদলি হোৱাৰ লগে লগে আকৌ আজিৰ নিচিনা সমস্যাকে দেখা নিদিব জানো?

নীলিমা : দিব। আমাৰ নিচিনা চাকৰি কৰা বিবাহিতা মহিলাৰ সমস্যাবোৰৰ ওৰ কেতিয়াও নপৰে। এটাৰ সমাধান হয় যদি আন এটাৰ উদ্ভৱ হয়। এনেদৰে এটাৰ পিছত এটা সমস্যা লৈয়ে চলিব লাগিব যেন পাইছো।

আমিনা : আপোনালোকৰ কথাবোৰ শুনি মই ভাবিছো কি জানে

নীলিমা বাইদেউ? মই যদি বিয়া কৰাও, ইয়াতে স্থায়ীভাবে চাকৰি বা ব্যৱসায় কৰি থকা ল'ৰাকে কৰাম। তেতিয়াহ'লে শহুৰৰ ঘৰখন অনুকূল হ'লে মই ইয়াতে চাকৰি কৰি থাকিব পাৰিম। শহুৰৰ ঘৰতো থকা হ'ব; স্বামীকো ওচৰতে পাই থাকিম। আপোনাৰ নিচিনা সমস্যা দেখা নিদিব।

নীলাক্ষী : চাকৰি কৰিব নিদিলে একা?

আমিনা : তেনেহ'লেতো কথা চাফ্ - বিয়া নহওঁ।

কৰবী : আমিনাজনী বৰ চালাক ছোৱালী দেখিছো। সকলো দিশ চালিজাৰি চাইহে বিয়াত বহিবলৈ মত দিব। নহয় নে আমিনা?

আমিনা : অ' তো বাইদেউ। মোৰ যাতে চাকৰিটোও থাকে, ঘৰখনো থাকে — দুয়োটাৰ ব্যৱস্থা কৰিহে মই মত দিম। নহ'লে মই আজীৱন আবিয়ৈ হৈয়ে থাকিম। আম্মিজানক তাকে স্পষ্ট কৰি জনাই দিম। ইমান কষ্ট কৰি পঢ়া-শুনা কৰি, বেকাৰ সমস্যাৰ যুগত চাকৰি এটা যোগাৰ কৰি সেই লক্ষ্মীক মই অনাদৰ কৰিব নোৱাৰিম।

(অধ্যক্ষা বিজয়া বৰুৱাৰ প্ৰৱেশ। লগতে মিনতি আৰু মাধুৰীৰো প্ৰৱেশ। অধ্যক্ষাক দেখি কোঠালীত থকা সকলোৱে থিয় দিয়ে।)

বিজয়া : কোন লক্ষ্মীক অনাদৰ কৰিব নোৱাৰাৰ কথা কৈছা, আমিনা?

আমিনা : (অলপ লাজ কৰি) এই চাকৰিটোৰ কথাকে কৈছো, বাইদেউ।

বিজয়া : বহা, বহাচোন তোমালোকে। এই মিনতিৰ পৰা জানিব পাৰিলো, তোমালোকৰ ইয়াত বৰ চিৰিয়াছ ধৰণৰ আলোচনা এটা চলি আছে। বাৰু, কোৱাচোন আমিনা, চাকৰিৰ প্ৰসংগত কি ক'ব খুজিছা?

আমিনা : আমি তিৰোতাসকলৰ সমুখত চাকৰি কৰি সংসাৰ চম্ভালোতে বহু ধৰণৰ সমস্যাই দেখা দিয়ে, বাইদেউ। নীলিমা বাইদেৱে ছুটী লৈ যাব খুজিছে বিবাহিত জীৱন আৰু চাকৰি দুয়োটোকে মিলাব নোৱাৰা বাবে। মাধুৰী বাইদেউ শহুৰ-শাহুৰ অসন্তুষ্টিৰ মাজত চাকৰি কৰি বৰ দিগদাৰী পাইছে। মিনতি বাইদেউৰ সংসাৰত টকাৰ প্ৰয়োজন সেয়ে চাকৰি কৰি আছে। পিছে দেহা মাৰি কাম কৰিব লগা হৈছে। সংসাৰত দুদণ্ড জিৰণি লৈ ধেমালি কৰাৰ সময় নোপোৱা হৈছে। কৰবী

বাইদেৱে মাতৃৰ কৰ্তব্য ঠিকমতে পালন কৰিব নোৱাৰাৰ আত্মগ্লানিত ভুগিছে।

বিজয়া : বাচ, বাচ্। তোমালোকৰ অভিযোগ, অনুযোগবোৰৰ দেখোন অন্তই নহ'ব। প্ৰত্যেকৰে ভিন্ ভিন্ সমস্যা। পিছে জানাই নহয় জীৱনৰ বাট চিধা নহয় — বৰ এঁকা বেকা। বাটত বহুত হেঙাৰো আছে। সেয়া নেওচি যাব লাগে। তাৰ বাবে লাগে খেলুৱৈ সুলভ মনোবৃত্তি। অলপ ভাবি চোৱাচোন। তোমালোকে কলেজত কাম কৰা। তোমালোকৰ গৰমৰ বন্ধ আছে, পূজাৰ বন্ধ আছে; ইটো সিটো কিমান ছুটী আছে। ছুটী আৰু বন্ধৰ কোবত কেতিয়াবা পাঠ্যক্ৰম শেষেই নহয় দেখোন। তাৰোপৰি তোমালোকৰ দিনে তিনি চাৰিটাৰ বেছি ক্লাছে নাথাকে। কেতিয়াবা পলমকৈ কলেজলৈ আহিব পাৰা, কেতিয়াবা সোনকালে ঘৰলৈ যাব পাৰা। স্কুল-কলেজত কাম কৰা সকলৰ ইমান সুবিধা, তথাপি তোমোলোকে চাকৰি এৰাৰ কথা ভাবা? এয়া জানো ঠিক?

নীলিমা : ভাবিবলৈ বাধ্য হৈছো বাইদেউ! সংসাৰ আৰু কলেজ দুয়োটাৰ মাজত সামঞ্জস্য আনিবই পৰা নাই দেখোন।

বিজয়া : অলপ ধৈৰ্য্য ধৰিলেই পাৰিবা। আজিকালি ছোৱালীবোৰ স্কুল-কলেজৰ বাহিৰতো দহটা-পাঁচোটাৰ অফিচ কৰি আছে। চৰকাৰী নিৰ্দিষ্ট বন্ধ কেইটাৰ বাহিৰে, কেজুৱেল লিভ, আৰ্ন লিভঅৰ বাহিৰে আন একো সুবিধাই নাই। তোমালোকে অলপ অসুবিধাৰ সন্মুখীন হৈয়ে চাকৰি এৰাৰ কথা ভাবা যদি তেওঁলোকে কি কৰিব?

মাধুৰী : নিজৰ সমস্যাৰে জট্ ভাঙিব পৰা নাই, বাইদেউ, আনৰ কথা ভাবিম কেনেকৈ?

বিজয়া : ভাবিব লাগে। মা-দেউতাৰ টকা-পইছা খৰছ কৰি, কিমান কষ্ট কৰি পঢ়া-শুনা কৰি, সমাজত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰি, বিবাহিতা জীৱনত সমস্যা কিছুমান এৰাই চলিবৰ বাবে ঘৰতে বহি থাকা যদি, সমাজত কাৰ লাভ হ'ব? তোমালোকৰ মগজুবোৰো চৰ্চাৰ অভাৱত মামৰে ধৰিব দেখোন। এপিনে নাৰীজাগৰণৰ ধ্বনি তুলি, নাৰী স্বাধীনতাৰ দাবী তুলি চিঞৰ বাখৰ কৰিবা, আনপিনে ঘৰৰ শান্তি নষ্ট

হ'বৰ ভয়ত নিজৰ ব্যক্তি স্বাধীনতাকনো ত্যাগ কৰিবা এয়া বলিষ্ঠ মনৰ পৰিচয় নহয়।

মাধুৰী : সমস্যাবোৰে বলিষ্ঠ মনবোৰক দুৰ্বল কৰি দিয়ে, বাইদেউ।

বিজয়া : পুৰুষ সকলে সমস্যাৰ মাজতো নিজৰ কাম চলাই থাকে। তোমালোকেও সমস্যাৰ সন্মুখীন হ'লে পিছ হুহকি নাহি তাক সমাধান কৰাৰ উপায় উলিয়াই নিজৰ কৰ্তব্য যথাযথ পালন কৰাটোয়ে বাঞ্ছনীয়। পুৰুষৰ সমকক্ষতা তোমালোকে বিচৰা অথচ পুৰুষৰ নিচিনা আচৰণ নকৰা। ইচ্ছা থাকিলেই উপায় হয় কথাটো নাপাহৰিবা। মৌলৈ নোচোৱা কিয়?

নীলাক্ষী : হয় বাইদেউ, আপোনাৰ কথাকে কওক। আপোনাৰ কৰ্ম জীৱনৰ পৰা আমি নিশ্চয় অনুপ্ৰেৰণা পাম।

বিজয়া : তোমালোকে ভাবা নেকি মোৰ কৰ্মজীৱনত সমস্যা দেখা দিয়া নাছিল? ভাবিছা যদি ভুল ভাবিছা। এই বিজয়া বৰুৱাৰ কৰ্ম-জীৱনতো বহুত লটি ঘটি আহিছে, গৈছে। সংসাৰ কৰিলে কম বেছি পৰিমাণে হ'লেও প্ৰত্যেকৰে এদিন নহয় এদিন সেই লটি ঘটি দেখা দিবই। ম্যাথ্‌মেটিক্‌চত এম, এচ, চি পৰীক্ষা দি উঠাৰ লগে লগে মোৰ বিয়া হ'ল। মা, দেউতাৰ ঘৰ এৰি, জন্ম ঠাই এৰি ইয়ালৈ আহিলো।

আমিনা : তাৰ পিছত বাইদেউ?

বিজয়া : তাৰ পিছত? এম, এচ, চি ভালদৰেই পাছ কৰিলো। ইয়াৰ এইখন কলেজ তেতিয়া নতুনকৈ খুলিছে। ইয়াত চাকৰি পালো। নীলিমাৰ গিৰিয়েকৰ নিচিনা মোৰ গিৰিয়েকও বদলিৰ চাকৰিয়াল আছিল। বন্ধবোৰত তেওঁৰ তাত গৈ থাকিয়ে নতুন বিবাহিত জীৱন কটালো।

নীলিমা : একেবাৰে মোৰ নিচিনাই সমস্যা আছিল দেখোন। কেনেকৈ মিলাব পাৰিলে, বাইদেউ?

বিজয়া : শুনাচোন। ল'ৰা-ছোৱালীৰ জন্ম দিলো, প্ৰতিপালন কৰিলো। শাহুআয়ে সহায় কৰিলেও মাজে সময়ে নাতি-নাতিনীৰ পেচালত আমনি পাই মোক কথাও শুনাইছিল; চাকৰি এৰাৰ পৰামৰ্শও দিছিল। কৰবীৰ নিচিনা মোৰো কেতিয়াবা ঠিকমতে ল'ৰা-ছোৱালীৰ যত্ন ল'ব পৰা নাই বুলি বিবেকত লাগিছিল।

কৰবী : হয় বাইদেউ, ল'ৰা-ছোৱালীৰ পিনে মন দিব নোৱাৰিলে বৰ বিবেকত লাগে।

বিজয়া : চাকৰি যে এৰি নিদিলো সেয়া শহুৰ দেউতাৰ পৰামৰ্শত। অৰ্থক যে তুচ্ছ কৰা অনুচিত সেয়া শহুৰ দেউতাই ভালদৰে জানিছিল বাবে শাহুআইৰ কথাত হয়ভৰ নিদি মোক চাকৰি কৰি থাকিবলৈ অনুমতি দিছিল। মোৰ মিষ্টাৰে একো সিদ্ধান্তত আহিব নোৱাৰি প্ৰায়ে ওলট পালট কথাকে কৈছিল। চাকৰি এৰাৰ কথা অৱশ্যে নকৈছিল। পিছে ল'ৰা-ছোৱালীৰ প্ৰতিপালনত অলপ অযত্ন হ'লে অসন্তোষ প্ৰকাশ কৰিছিল।

মাধুৰী : বিবাহিতা চাকৰিয়াল মহিলাৰ এইটোৱে ডাঙৰ সমস্যা, বাইদেউ। শহুৰৰ ঘৰখনৰ প্ৰত্যেককে সন্তোষ দিব নোৱাৰি।

বিজয়া : সঁচা কথা, মাধুৰী। কিন্তু মইতো দমি যোৱা নাই। মই নিজেই মোৰ সিদ্ধান্তবোৰ লৈছো। এয়া মোৰ দেউতাৰ শিক্ষা। সৰুৰে পৰা তেওঁ আমাক নিজৰ মতামত গঢ়ি তুলিবৰ স্বাধীনতা দিছিল।

মিনতি : আপোনাৰ দেউতা বৰ উদাৰ মতৰ মানুহ আছিল যেন লাগে, বাইদেউ।

বিজয়া : হয়, মিনতি। ল'ৰা-ছোৱালী ডাঙৰ হোৱাত অলপ সকাহ পালো। এইখন কলেজতে এদিনাখন অধ্যক্ষা হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰিলো। দায়িত্ব বহুগুণে বাঢ়িল। সংসাৰৰ দায়িত্ব, বয়স হৈ অহা শহুৰ-শাহুৰ প্ৰতি থকা কৰ্তব্য, উঠি অহা ল'ৰা-ছোৱালী দুটাক মানুহ কৰাৰ দায়িত্ব। তাৰোপৰি কলেজৰ ইমানবোৰ ছাত্ৰীৰ দায়িত্ব প্ৰধানকৈ পৰিল মোৰে ওপৰত। জিৰণি লোৱাৰ সময়ে মোৰ নাছিল। কিবা এক মনৰ জোৰত ভাঙি নপৰি ঘৰ আৰু বাহিৰ দুয়োটাৰে দায়িত্ব চম্ভালিলো।

আমিনা : আপোনাৰ কথা শুনি বাইদেউ, মোৰ সাহ হৈছে। মিছাকে মই বিয়া কৰাবলৈ ভয় খাই আছো।

বিজয়া : একো ভয় নাখাবা। এতিয়া মোৰ সংসাৰখন এটা গঢ় লৈছে। ল'ৰা-ছোৱালীৰ পঢ়া-শুনা শেষ হ'ল, কামত সোমালে। সিহঁতৰ সংসাৰো পাতি দিলো। সেইপিনৰ দায়িত্ব অলপ

পাতলিছে। ইতিমধ্যে শহুৰদেউতা ঢুকোৱাত সমস্যা এটা হ'ল অৱশ্যে। তেখেতৰ ঋণ মই নাপাহৰো। এসময়ত যে মই ভাঙি নপৰিলো সেয়া তেখেতৰ আশীৰ্বাদত।

মাধুৰী : আপোনাৰ শহুৰ, শহুৰ নাছিল, আপোনাৰ নিজৰ দেউতা হেন আছিল। নহয় নে বাইদেউ?

বিজয়া : হয়, মাধুৰী। শহুৰ দেউতাৰ অবিহনে শাহু আইৰ প্ৰতি থকা মোৰ কৰ্তব্য বাঢ়ি গ'ল। শাহু আইৰো বয়স হৈছে। ইটো, সিটো অসুখ লাগিয়ে থাকে। যোৱা বছৰ মোৰ মিষ্টাৰেও অৱসৰ ল'লে। মোৰো অৱসৰ লোৱাৰ সময় ওচৰ চাপি আহিল।

নীলাক্ষী : এইখন কলেজত আপুনি নথকা কথাটো ভাবিবই নোৱাৰো, বাইদেউ!

বিজয়া : কিমান দিন কাম কৰিম? অৱসৰ লোৱাৰ পিছতহে মই জিৰণি ল'ব পাৰিম। সংসাৰৰ বহু ধুমুহা মোৰ ওপৰেদি বৈ গৈছে। এতিয়া কোৱা, মোক জানো ভাঙি পৰা দেখিছা? মোক জানো ভাগৰি পৰা দেখিছা? তোমালোকৰ ডেকা তেজ গোট মাৰিবৰ হ'লনে? ডেকা মনবোৰ নিৰাশাত ভাঙি পৰিবৰ হ'ল্ নে? মই যদি পাৰিছো, তোমালোকও পাৰিবা। লাগে মাথোন মনৰ জোৰ। এঃ ক্লাছত lecture দিয়াৰ অভ্যাস এটা হৈছে নহয়। তোমালোকৰ আগতো lecture এটাকে দিলো। ইমান দীঘলীয়া বক্তৃতা শুনি আমনি পালা যেন পাইছো।

কৰবী : নাই, বাইদেউ! আপোনাক জানিবৰ সুযোগ পালো আজি। আপোনাৰ কথাবোৰ শুনি মনত বল পাইছো। (নীলিমাক উদ্দেশ্য কৰি) অই নীলি, শুনিলি নে বাইদেউৰ কথা? চাকৰি এৰি নাযাবি। আজিৰ সমস্যা অলপ ধৈৰ্য্য ধৰিলেই সমাধান কৰিব পাৰিবি।

বিজয়া : (হাঁহি, পৰিবেশ অলপ পাতল কৰি) ভাৱনা চিন্তাবোৰ এৰা। তোমালোকে ইটো সিটো কাৰণত চাকৰি এৰাৰ কথা ভাবিলে কলেজখনৰ কি গতি হ'ব? নতুন নতুন অধ্যাপিকা আহে মানে ছোৱালীবোৰৰ পঢ়া-শুনাৰ বহুত ক্ষতি হ'ব। তেওঁলোকৰ কথাও ভাবা। শিক্ষাৰ্থীসকল আমাৰ সন্তান।

সিহঁতক বিপদত পেলাবৰ মন যায় জানো? গতিকে নিৰাশ ভাৱকণ এৰা। সমস্যা জৰ্জৰিত জীৱন পথত চাকৰি-জীৱনত যিমান ডাঙৰ সমস্যাই আহক কিয় তাক সমাধান কৰাৰ মনোবল লৈ আগুৱাই যোৱা।

সকলোৱে ঃ (একেলগে) হয়, বাইদেউ।

কৰবী ঃ আমি মিছাকে নিজৰ সমস্যাবোৰ বৰ বেছিকৈ ভাবিছো।

নীলিমা ঃ কিবা নহয় কিবা এটা উপায় উলিয়াই সমস্যাৰ সমাধান কৰিমেই।

মিনতি ঃ আমি পিছ হুহুকি নাযাওঁ।

নীলাক্ষী ঃ আমি সমস্যাৰ সমাধান কৰি জয়ী হ'মেই।

আমিনা ঃ নহ'লে আমিনো কি শিক্ষা পালো?

মাধুৰী ঃ শিক্ষিতা হোৱাৰ গৌৰৱনো আমাৰ কি থাকিব?

বিজয়া ঃ গুড্। এতিয়াহে তোমালোকে মোৰ ভনীৰ নিচিনা কথা কৈছা! মনত ৰাখিবা সমস্যা থাকিবই। সমস্যাৰ লগতে সমাধানো আছে। সমস্যাৰ লগত মুখা-মুখি নহ'লে জীৱনৰ অৰ্থই অপূৰ্ণ হৈ ৰৈ যাব।

# নতুন পোহৰ

## —ঃ চৰিত্ৰ পৰিচিতি ঃ—

| | | |
|---|---|---|
| কৰুণাময়ী | ঃ | গৃহিণী |
| বিনীতা | ঃ | বিধবা বোৱাৰী |
| কৃষ্ণা | ঃ | বিবাহিতা ডাঙৰ জীয়ৰী |
| কৰবী | ঃ | সৰু জীয়ৰী |
| লিলি দাস | ঃ | কৃষ্ণাৰ পৰিচিতা মহিলা |
| সুৰবালা | ঃ | কৰুণাৰ প্ৰতিবেশিনী |

(মঞ্চ সজ্জা — ভিতৰৰ কোঠালী এটা। পালেঙৰ ওপৰত কেবাযোৰা পাটৰ কাপোৰ, গহনাৰ বাকচ। বিয়াৰ যোগাৰ চলি আছে। কৰুণাময়ী আৰু কঁৰবী কথা পাতি আছে। সময় - আবেলি।)

কৰুণাময়ী ঃ ৰুবী, এয়া তোৰ বিয়াৰ 'মেইন' সাজযোৰ। কেনে দেখিছ? পছন্দ হৈছে নে?

কৰবী ঃ হ'ব, মা। তোমাৰ পছন্দ হ'লে মোৰো পছন্দ হ'ব। তুমি নাজানা নেকি তোমাৰ পছন্দৰ ওপৰত মোৰ আস্থা আছে বুলি।

কৰুণাময়ী ঃ জানো দে। তথাপি এবাৰ সুধি চাইছো। অ' এইটো তোৰ সদায় পিন্ধা গহণাৰ চেট্। (চেট্ এটা দেখুৱায়) নীতাক দেখুৱাবিচোন। তাইয়ে চেট্‌টো পছন্দ কৰি দিছিল।

কৰবী ঃ মোৰ বিয়াৰ গহণা-কাপোৰবোৰ লৈ নবৌৰ লগত তুমি কিয় আলোচনা কৰা, মা? তোমাৰ বেয়া নালাগে নে?

কৰুণাময়ী ঃ লাগে। তথাপি পৰিস্থিতি স্বাভাৱিক কৰিবৰ বাবেই তাইৰ লগত কিছুমান আলোচনা কৰো। তাইৰ লগত আলোচনা কৰাৰ মূলত মোৰ বেলেগ উদ্দেশ্যও আছে।

কৰবী ঃ তোমাৰ কি উদ্দেশ্য সেয়া মই নাজানো মা। পিছে মই জানো — আজি দাদা জীয়াই থকাৰ্হেতেন এই বিয়াখনক উপলক্ষ্য কৰি নবৌয়ে অন্ততঃ গহণা এপদ আৰু ধুনীয়া পাটৰ সাজ

এযোৰ নিশ্চয় ল'লেহেঁতেন। দাদা নাই। নবৌৰ চখবোৰো মৰি গ'ল। মই হ'লে নবৌৰ আগত মোৰ বিয়াৰ হুলস্থুলবোৰৰ বাবে বৰ অস্বস্তিবোধ কৰো, মা!

কৰুণাময়ী ঃ বুজি পাওঁ অ', ৰুবী!

কৰবী ঃ নবৌৰ নিচিনা ভাল ছোৱালী মই লগেই পোৱা নাই। তেওঁৰ সহন শক্তিও অসীম। নিজৰ মনৰ দুখ আনক মুঠেও জানিবলৈ নিদিয়ে। মোৰ বিয়াখনৰ যা-যোগাৰত উৎসাহ দেখুওৱাত ক'তো থমকি ৰোৱা নাই। কিন্তু আমিতো তেওঁৰ মনটো বুজিব লাগে মা!

কৰুণাময়ী ঃ তেনেদৰে মোক দোষ নিদিবি অ' ৰুবী। মই জানো এগৰাকী মাতৃ নহওঁ! দিলীপৰ অকাল বিয়োগত মোৰ সন্তান-হাৰা মাতৃমনটোৱে যেনেদৰে কান্দি থাকে, নীতাৰ অকাল-বৈধব্যইও মোক তেনেদৰে ভিতৰি ভিতৰি কন্দুৱাই আছে। বোৱাৰী হ'লেও তাইক জানো মই নিজৰ জীয়েকৰ দৰে মৰম নকৰো?

কৰবী ঃ কৰা মা। আমাক মৰম কৰাৰ দৰেই মৰম কৰা।

কৰুণাময়ী ঃ এইখন ঘৰত থাকি তাই জীয়ৰীৰ নিচিনা মৰম পায় বাবেইতো নিজৰ মাক-দেউতাকৰ ঘৰলৈ গৈ থাকিবলৈ মনে নকৰে। মইতো মোৰ দুজনী ছোৱালী থকা বুলি নাভাবো। মোৰ তিনিজনী ছোৱালী আছে বুলিয়ে মই আনক বুজিব দিওঁ।

কৰবী ঃ ক্ষমা কৰিবা মা! মোৰ বিয়াখন লৈ হুলস্থুল কৰা বাবে মই তোমাক ভুল ভাবিছো। আচলতে নবৌয়ে দাম্পত্য জীৱনৰ সুখ ভোগৰ পৰা বঞ্চিতা হোৱাত মই বৰ দুখ পাই আছো। নবৌক এইখন ঘৰত লগ নথকাকৈ এৰি গৈ স্বাৰ্থপৰৰ নিচিনা নিজৰ সুখৰ সংসাৰ এখন পাতিবলৈ যোৱাৰ কথাটোত মই কিবা উৎসাহবোধ কৰা নাই।

কৰুণাময়ী ঃ নাভাবিবি, ৰুবী। তোৰ বিয়াখন হৈ যোৱাৰ লগে লগেই মই নীতাৰ বিয়াৰ বাবে উঠি পৰি লাগিম। মই তোৰ বায়েৰ কৃষ্ণাৰ লগত এই বিষয়ে আলোচনা কৰিছো।

কৰবী ঃ হয় নে কি?

কৰুণাময়ী ঃ কৃষ্ণাইও পাত্ৰৰ সন্ধানত আছে। পিছে বিধবা ছোৱালী

এজনীক নিজৰ ঘৰৰ বোৱাৰী কৰিবৰ ইচ্ছা থকা সদাশয় উদাৰ পৰিয়ালৰ সংখ্যা তেনেই তাকৰ। তথাপি আশা ৰাখিছো। কৃষ্ণাৰ আজিয়ে খবৰ এটা লৈ অহাৰ কথা। নীতাক কইনা সাজেৰে সজাই এইখন ঘৰৰ পৰা কন্যাদান নকৰালৈকে মনটোয়ে শান্তি নাপাব অ'।

কৰবী ঃ তোমাৰ নিচিনা মৰমীয়াল আৰু উদাৰ মনৰ শাহু এই সংসাৰত বিৰল, মা। আমাৰ সমাজত সুৰবালা আইতাৰ নিচিনা মানুহৰ অভাৱ নাই। তেওঁলোকৰ নিচিনা ঠেক মনৰ মানুহবোৰে বোৱাৰীৰ মৃত্যু হ'লে ল'ৰাৰ আকৌ বিয়া পাতি আন এজনী নতুন বোৱাৰী অনাৰ বাবে ব্যস্ত হৈ পৰে।

কৰুণাময়ী ঃ সঁচা কথা দে।

কৰবী ঃ ল'ৰা মৰিলে বোৱাৰীজনীক কুলক্ষণী বুলি দোষাৰোপ কৰি থকাবোৰে পিছে বোৱাৰী মৰিলে ল'ৰাক কুলক্ষণা বুলি নাভাবে। সুৰবালা আইতাৰ লগত তোমাক কথা পতা দেখিলে নহয়, মা, মোৰ মূৰত তেজ উঠি যায়, মনটো টেঙাই যায়। নবৌৰ দোষ খোচৰাৰ বাহিৰে তেওঁৰ আন একো কথাই নাই।

কৰুণাময়ী ঃ সকলো মানুহৰ বিচাৰধাৰা একে নহয়। এইবোৰ কথা বাদ দে, ৰুবী। নীতাক মাতি আন গৈ। কাপোৰ-কানিবোৰ, গহণা-পাতিবোৰ ভালদৰে চাবক। কি মন্তব্য দিয়ে শুনো। তেতিয়াহ'লে তাইৰ পছন্দ অপছন্দবোৰো জানিব পাৰিম; তাইৰ বিয়াৰ কাপোৰ-কানি, গহণা-পাতি 'অৰ্ডাৰ' দিয়াত সুবিধা হ'ব।

কৰবী ঃ ঠিক আছে মা, মই নবৌক মাতি আনোগৈ। নিজৰ বাবে নবৌয়ে কোনো বস্তুয়ে পছন্দ নকৰিব। তোমাৰ ওপৰতে চব এৰি দিব।

(কৰবীৰ প্ৰস্থান আৰু অলপ পিছতে বিনীতাক লৈ পুনৰ প্ৰবেশ)

কৰুণাময়ী ঃ নীতা, আহা মা। মোৰ ওচৰতে অলপ বহা। ৰুবীৰ বিয়াৰ বস্তুবোৰ চোৱাচোন। তাইৰ সদায় পিন্ধাৰ বাবে সোণৰ এই চেট্‌টোৰ 'ডিজাইন' তুমিয়ে বাছি দিছিলা। তুমি বিচৰামতে বনাব পাৰিছে নে? 'মেইন' চেট্‌টোও চোৱা। ভাল হৈছে নে অলপ সলনি কৰিব লাগিব।

বিনীতা : সলাব নালাগে মা। সঁচাকৈয়ে ভাল হৈছে। সোণাৰীজনৰ হাতৰ কাম দেখোন বৰ মিহি। সৰু দোকান, মোৰ অলপ সন্দেহে আছিল — কামটো বা কেনে হয়! আপোনাৰ চিনাকী সোণাৰী বুলি মই একো মতা নাছিলো। পিছে, সঁচাকৈয়ে, কামটো বৰ ভাল হৈছে। মই ভাবিবই পৰা নাছিলো, চেট্‌টো ইমান ধুনীয়া হ'ব বুলি। কি কোৱা ৰুবী, ধুনীয়া হোৱা নাই জানো? তোমাৰ পছন্দ হৈছে নে নাই, নাজানো। মোৰ হ'লে খু-উ-ব পছন্দ হৈছে।

কৰবী : মোৰো হৈছে নবৌ। ক'তো অকণো খুত নাই। কামবোৰ ইমান মিহি হৈছে।

কৰুণাময়ী : তোমালোকৰ ভাল লাগিছে যেতিয়া, ৰক্ষা পৰিলো। সৰু দোকানখনেই তাৰ কাৰখানা। যোগালীও বেছি নাই। দুটা ল'ৰাক লৈ কাম কৰে। নিজ হাতেৰে প্ৰায় চব কামকে কৰে। তাৰ হাতখনো বৰ ভাল। সেয়ে চকুত লগাকৈ ধুনীয়াকৈ গঢ়িব পাৰে। বাৰু নীতা, পাটৰ 'মেইন' চেটটোও চোৱাচোন। কেনে হৈছে?

বিনীতা : কাপোৰখিনি বেচ ডাঠকৈ বুইছে। ডিজাইনটোও নতুন ধৰণৰ। পিছে কইনাৰ সাজ হিচাপে ৰঙটো অলপ পাতল হ'ল নেকি, মা? সিদিনা শোৱালকুচি চিল্ক হাউছত সোণালী ৰঙৰ চেট্ এটা দেখিছিলো। সেইটো ৰঙৰ ওপৰত এইটো ডিজাইন আৰু বেছি ভাল লাগিলহেঁতেন যেন লাগে। এইযোৰো অৱশ্যে বেয়া নহয়। ৰুবীৰ ভাল লাগিছে যদি ঠিকে আছে।

কৰুণাময়ী : ৰুবীয়ে নিজৰ ভাল লগা নলগাৰ কথা একো নকয় নহয়? মোৰ পছন্দৰ ওপৰতে চব এৰি দিয়ে। পিছে মই হ'লো তোমালোকতকৈ পুৰণি যুগৰ মানুহ। মোৰ পছন্দৰ লগত তোমালোকৰ পছন্দ নিমিলিব পাৰে। সেয়েতো তোমালোকক সোধো।

বিনীতা : কথাষাৰ ঠিক নহয়, মা। আমাতকৈ আগৰ যুগৰ মানুহ হ'লেও আপোনাৰ পছন্দবোৰ আজিৰ যুগৰ লগত মিলে। তাৰোপৰি আপোনাৰ পছন্দবোৰো বৰ ভাল; সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰি। ৰুবীয়েও সেয়ে আপোনাৰ ওপৰতে পছন্দ

কৰাৰ দায়িত্ব এৰি দি নিশ্চিন্ত আছে।

কৰবী : বুজিছা নবৌ, এইবোৰ সদায় পিন্ধি থকা সাজতো নহয়। সেয়ে মাৰ ওপৰতে পছন্দ কৰাৰ জামেলাবোৰ এৰি দিছো। ৰঙটো পাতল হোৱাত মই ভালেই পাইছো। অ'ত ত'ত বিয়া খাবলৈ যাওতে পিন্ধিগ'লে মোক আৰু কোনেও ন কইনা বুলি নোজোকায়।

(সুৰবালাৰ প্ৰৱেশ)

সুৰবালা : তহঁতৰ মাত কথাবোৰ মই বাহিৰৰ পৰা শুনা পাই ইয়াতে সোমালো দেই। মই আকৌ কি কয়, তহঁতৰ সেই কলিং বেল ঠেল টিপা টিপি কৰিবলৈ ভাল নাপাওঁ। মই কিবা বাহিৰৰ আলহী নে যে সোমাবৰ বাবে অনুমতি ল'ব লাগিব? (বস্তুবোৰ দেখি) আও, এইবোৰ দেখোন বিয়াৰ বস্তু! বিয়াৰ সকলো যা-যোগাৰ হ'ল তেনেহ'লে, কৰুণা? দেখোতে দেখোতে বিয়াখন আহি পালেই।

বিনীতা : মা, মই আপোনালোকৰ বাবে অলপ চাহ-জলপানকে আনো গৈ।

কৰুণাময়ী : যোৱা, নীতা। শুদা চাহ বনালেই হ'ব। মিট্‌চেফৰ ভিতৰত কাঁচৰ বৈয়ামত নিম্‌কি আছে। চাহৰ লগত তাকে আনিলেই হ'ব। সুৰমাহী, দাঁতবোৰ ঠিক আছে নহয়? মৰমৰিয়া নিম্‌কি চোবাওতে নিশ্চয় অসুবিধা নাপায়।

সুৰবালা : দাঁতবোৰ ঠিক নেথাকিব কিয়? আমিতো একো দোষ কৰা নাই যে আমাৰ কিবা বেয়া হ'ব। যা ঐ নিম্‌কি আনিলেই হ'ব। (বিনীতাৰ প্ৰস্থান) হেৰ' কৰুণা, তহঁতচোন একো নামান। মই পিছে নোকোৱাকৈ থাকিব নোৱাৰো।

কৰুণাময়ী : কি কথা, মাহী?

সুৰবালা : কথাটো নক'লে মোৰে পাপ লাগিব - তহঁতক ৰীতি-নিয়মবোৰ মনত পেলাই নিদিয়াৰ বাবে। শুন, এই বিয়াৰ পানী তোলতে, কইনা সজাওতে, কইনাই বিয়াৰ ৰভালৈ ওলাই অহাৰ সময়ত তোৰ এই বিধৱা বোৱাৰীজনীক দূৰত ৰাখিবি দেই। সধবাৰ মংগলীয়া কামবোৰত বিধবাৰ হাত লাগিলে অমংগল হয় — নাজান নে কি?

কৰবী : এইবোৰ কি আজে বাজে বকিছে, আইতা? নবৌৰ লগত

আমি তেনে নিষ্ঠুৰ ব্যৱহাৰ কৰিব নোৱাৰো। নবৌৰ দুখ আমি নুবুজিলে আৰু কোনে বুজিব? নবৌয়ে মোক ইমান মৰম কৰে। মোৰ বাবে কৰা তেওঁৰ কোনো কামে মোৰ অমংগল নানে। এইবোৰ আপোনালোকৰ হৃদয়হীন কু-সংস্কাৰ; মই নামানো।

সুৰবালা : তইতো পঢ়ি-শুনি দিগ্‌গজ হৈছ। ম্লেচ্ছ ব্যৱহাৰ পাতিবোৰ তোৰ চকুতে নপৰে। পিছে তোৰ মা? তোৰ মাৰেও নামানে নে কি?

কৰুণাময়ী : বুজিছে, সুৰমাহী, নীতা সম্পৰ্কত মোৰ বোৱাৰী হ'লেও তাই এতিয়া মোৰ ছোৱালী। কৃষ্ণা, ৰুবী যেনে, তাইও মোৰ তেনে। তাইৰ কোনো কামতে মই অমংগলৰ চিন নেদেখো।

সুৰবালা : জানো পাই, তইঁতক বুজিব নোৱাৰো। বিয়াৰ বছৰ নুঘুৰোতেই তোৰ পুতেৰ, মৰিল; বোৱাৰীজনী অমঙ্গলীয়া, কুলক্ষণী নহয় নো কি? মানুহে দেখিলে বেয়া ক'ব বুলি শ্ৰাদ্ধ আদি নোযোৱালৈকে বগা সাজ পিন্ধিলে। তাৰ পিছতে তইঁতে তাইক বিয়া নোহোৱা ছোৱালীৰ নিচিনা অলংকাৰ পাতি, ৰঙীণ কাপোৰ কানি পিন্ধালি।

কৰুণাময়ী : বগা সাজযোৰে দিলীপৰ কথা মনত পেলাই থাকে মাহী! সেয়ে আমি তাইক ৰঙীণ কাপোৰ পিন্ধিব ক'লো।

সুৰবালা : নতুন মানুহবোৰে নাজানিলেও আমি ওচৰ-চুবুৰীয়াবোৰে পিছে জানো যে তাই বাঁৰী। তাইক তইঁতেনো ইমান মূল্য দিয় কিয়? যি কৰ কৰ্। ছোৱালীজনীক বিয়া দিব ওলাইছ; তাইৰ ভাগ্যটোও কুলক্ষণী এজনীৰ হাত লাগি ভাঙি নাযাওক ভাবিয়ে মই ক'বলৈ বাধ্য হ'লো।

কৰবী : আইতা, বৰ ধৈৰ্য্য ধৰি আপোনাৰ নিৰ্মম কথাবোৰ শুনিলো। আপুনি আমাতকৈ বয়সত বহুত ডাঙৰ। আপোনাৰ মনৰ সংকীৰ্ণ ধাৰণাবোৰ শুধৰোৱাৰ ক্ষমতা আমাৰ নাই। আপুনি আপোনাৰ পুৰণিকলীয়া ধাৰণাবোৰ লৈয়ে থাকক। আমাৰ সংসাৰখনত অযথা পৰামৰ্শবোৰ নিদিলেই ভাল পাম। আপোনাৰ নিচিনা শুভাকাংক্ষীক আমি শ্ৰদ্ধা কৰিব নোৱাৰিলো, ক্ষমা কৰিব। মানবীয়তা বুলি এটা শব্দ আছে, আপুনি চাগে শুনা নাই।

সুৰবালা : নাই শুনা আই। তইঁতে এইবোৰ কি কৱ, বুজিয়ে নাপাওঁ।

কৰবী : জানো - আপুনি এইবোৰ কথা বুজি নাপায়। এটা কথা, আইতা, নবৌয়েতো দাদাক হাতত ধৰি মৰা নাই। অকালতে বিধবা হোৱাটো নবৌৰ দুৰ্ভাগ্য হ'ব পাৰে; কিন্তু তাৰবাবে নবৌৰতো একো দোষ নাই। কিমান হেপাহেৰে নবৌয়ে সংসাৰ কৰিব আহিছিল, কৰিব নোৱাৰিলে। নবৌৰ মনৰ দুখ আমি নুবুজিলে কোনে বুজিব?

করুণাময়ী : কৰবী, অলপ চুপ কৰ। নীতা অহাৰ শব্দ পাইছো। (চাহ-জলপান লৈ বিনীতাৰ প্ৰৱেশ)

বিনীতা : আইতা, চাহ আনিছো। খাওক। (সুৰবালাই মুখ ঘুৰাই দিয়ে) কি হ'ল? কিবা কথাত মোৰ ওপৰত খং উঠিছে নেকি, আইতা?

কৰবী : তোমাৰ চাহ-জলপান আনোতে পলম হ'ল বাবে চাগে আইতাৰ অলপ খং উঠিছে, নবৌ। খাওক, আইতা, খাওক। খং নকৰিব।

করুণাময়ী : খাওক, সুৰমাহী। আপোনাৰ ধোৱা পখলা স্বভাবকণ তাই জানেতো; সেয়ে বাচনবোৰ ভালদৰে ধুই পখালি লওতে অলপ পলম হ'ল চাগে।

বিনীতা : খাওক, আইতা। চাহটোপা ঠাণ্ডা হৈ যাব। মই আপোনাৰ বাবে তামোল-পানকে খুন্দি আনো।

(বিনীতাৰ প্ৰস্থান)

করুণাময়ী : দেখিলে, মাহী। চাৰিওপিনে কিমান চকু? বোৱাৰীৰ দায়িত্ব পালন কৰাত তাইৰ এধানিমানো ত্ৰুটি নাই। এনেহেন লক্ষ্মী বোৱাৰীক মৰম নকৰাকৈ আপুনি থাকিব নোৱাৰিব। একেখন ঘৰতে থকা নাইতো; সেয়ে তাইৰ মোল বুজি পোৱা নাই। নিজৰ জন্মদিয়া ছোৱালীৰ দৰে তাই মোৰ মনটো কাঢ়ি লৈছে। তাইৰ দুখ মই মাকৰ মন লৈ ভালদৰেই অনুভৱ কৰিব পাৰিছো। সেয়ে মই স্থিৰ কৰিছো — কৰবীৰ বিয়াৰ পিছতে তাইকো মই বিয়া দিম।

সুৰবালা : আওঁ, কিবোৰ পাপ লগা কথা কৈছ, আই। এনে মহাভাৰত অশুদ্ধ কথা নকবি। মৰম কৰ, কৰ। সেইবুলি বাঁৰী এজনীক আন কাৰোবাৰ ঘৰত বিয়া দি সেইখন ঘৰৰ অমংগল

নানিবি; তোক পাপে চুব। বুঢ়ামানুহৰ কথা, শুনিবি।

কৰবী : মা, তুমি আইতাৰ আগত এইবোৰ কথা কিয় পাতিব লৈছা? আইতাক তুমি চিনি পোৱা নাই নেকি? আইতাই বয়সত ডাঙৰ হ'ব পাৰে; সেইবুলি মনটোও যে ডাঙৰ হ'ব — সেয়া ধৰি ল'লা কেনেকৈ? তোমাৰ মৰমী মনটোৰে সকলোকে মৰমীয়াল বুলি ভাবিলে ভুল কৰিবা।

সুৰবালা : পঢ়া-শুনা শিকি তহঁতে নিজক বৰ ডাঙৰ বুলি ভবা হৈছ, নহয়? পিছে পঢ়া-শুনা শিকিলেও তহঁতে বাচ-বিচাৰ একো শিকা নাই। তহঁতক বুজাই লাভ নাই। যিহকে মন যায়, তাকে কৰ। মই হ'লে, ৰুবী তোৰ বিয়াখন খাব আহিম দেছোন। সেই বাঁৰীজনীৰ বিয়া খাব নাহো দেই। তহঁতে বেয়া পালেও পাবি। এনে ব্যভিচাৰী কামত মই যোগ নিদিওঁ।

কৰুণাময়ী : ৰুবী, অলপ মনে মনে থাক্। সুৰমাহীৰ বয়স হৈছে। ইমানদিন যি দেখি আহিছে, তাকে কৈছে। যুগৰ পৰিবৰ্তনে সুৰমাহীহঁতৰ অন্তৰ চুব পৰা নাই। আৰুনো কেইটাদিন মাহীয়ে জীয়াই থাকিব? তেওঁক তেওঁৰ মতামত, তেওঁৰ ধাৰণা লৈয়ে থাকিব দে।

কৰবী : আইতাৰ বাবে তামোল-পান লৈ ওলোৱাৰ আগতে মই নবৌৰ ওচৰলৈ যাওঁ, মা। আইতাৰ কথাবোৰ নবৌৰ কাণত পৰিছে যদি মনত দুখ কৰি থাকিব। তোমালোকৰ কথাপতা শেষ হ'লে, মোক মাতিবা।

(কৰবীৰ প্ৰস্থান)

কৰুণাময়ী : সুৰমাহী, চাহত দেখোন হাতে দিয়া নাই? কথাবোৰ নধৰিব। তাই বৰ কোমল মনৰ ছোৱালী। নীতা আৰু তাই প্ৰায় সমনীয়া বন্ধুৰ নিচিনা। নীতাৰ দুখত তাই বৰ দুখ পায়। নীতাক অকলে এইখন ঘৰত এৰি থই যাবলৈ তাই মুঠেও ভাল পোৱা নাই। কোনোবাই নীতাক বেয়াকৈ ক'লে তাই বৰ দুখ পায়।

সুৰবালা : কি জানো আই, মই মূৰ্খ মানুহ। তহঁতৰ আজিকালিৰ যুগৰ কথা-বতৰা, কাম-কাজবোৰ মই নুবুজো। জীয়ৰী জীয়ৰী, বোৱাৰী বোৱাৰী। দুয়োকে আমি সমান চকুৰে নাচাওঁ। এজনীক কিমান কষ্ট সহ্য কৰি জন্ম দিও, ডাঙৰ দীঘল কৰো,

আনজনী পৰৰ ঘৰৰ পৰা শহুৰী খাটিবলৈহে আহে। কেনেকে একে হয়? ঘৰতে ৰোৱা গছৰ ফলটো আৰু বজাৰৰ পৰা কিনি অনা ফলটোৰ আদৰ একে হয় জানো?

করুণাময়ী : হ'ব মাহী। আপুনি আপোনাৰ মতে থাকক; আমি আমাৰ মতে থাকো। বেছি আলোচনা কৰিলে আপুনিও বেয়া পাব, আমাৰো ভাল নালাগিব। আৰু অলপ চাহ দিওঁ নেকি, মাহী?

সুৰবালা : নালাগে দে। মই ঘৰলৈকে যাওঁ। তোকো মই আজি চিনি পোৱা নাই যেন লাগিছে, করুণা। যুগৰ নতুন হাৱাই তোকো চুইছে। তথাপি আৰু এবাৰ কৈছো — ম্লেচ্ছ কাম নকৰিবি।

(সুৰবালাৰ প্ৰস্থান। কৃষ্ণাৰ প্ৰৱেশ। লগত লিলি দাস)

কৃষ্ণা : আমি কেতিয়াবাই আহিলো, মা। সুৰবালা আইতা থকাৰ বাবে, ৰুবীয়ে আমাক সোমাবলৈ হাক দিলে। আইতাৰ ওপৰত তাইৰ দেখোন কিবা খং। যাব দিয়া, আচল কথাকে কওঁ। তোমাক যে কৈছিলো, এখেতে সেই লিলি মাহীদেউ। খবৰ দিয়াতকৈ মই খবৰৰ ভঁৰালকে লগত লৈ আহিলো। তোমালোকে কথা পাতা, মা; মই নবৌৰ ওচৰলৈ যাওঁ।

(কৃষ্ণাৰ প্ৰস্থান)

করুণাময়ী : নমস্কাৰ। বহক। কৃষ্ণাই আপোনাৰ কথা মোক আগতে জনাইছে। ছোৱালীপক্ষ হিচাপে মইয়ে আগত আপোনাক লগ পাবলৈ যাব লাগিছিল। পিছে ৰুবীৰ বিয়াখনৰ বাবে সময়ে উলিয়াব পৰা নাই। বেয়া নাপাব দেই।

লিলি : ল'ৰাৰ মাক হোৱা বাবে মই আগতে আহিব নালাগে এনে অহংকাৰ মোৰ নাই। আপোনাৰ কথা মই অকল কৃষ্ণাৰ পৰাই জানিছো — এনে নহয়; আপোনাৰ ওচৰ-চুবুৰীয়াৰ পৰাও শুনিছো। আপুনি নামতো করুণা, কামতো করুণাৰ অৱতাৰ।

করুণাময়ী : লাজ নিদিব। আপুনিও যে সমাজৰ অভিশপ্তা বিধবা ছোৱালী এজনীক আপোনাৰ বোৱাৰী কৰি লৈ যোৱাৰ কথা ভাবিছে — ইয়াৰ পৰা আপোনাৰ অন্তৰখন কিমান মহান, কিমান উদাৰ — সেয়া আমি উপলব্ধি কৰিব পৰা নাই জানো? পিছে নীতাক লগ পাইছে নে নাই? কিবা এটা ছল কৰি তাইক মাতি আনো, ৰ'ব।

লিলি : নালাগে, বাইদেউ। বহি থাকোতে মই বিনীতাক লগ পালো; কথা পাতিলো। কৃষ্ণাই আগতে তাইৰ ফটো এখন আমাক দেখুৱাইছিল। কথাপাতি তাইৰ মনটোও বুজি পালো। তাইৰ নিচিনা ইমান ভাল ছোৱালী এজনীয়ে জীৱনত এনেদৰে আঘাত পাব নালাগিছিল। কিন্তু কি কৰিব? এয়া অদৃষ্টৰ লিখন। আপুনি, মই খণ্ডাব নোৱাৰো।

কৰুণাময়ী : নীতাক আমি এই সম্পৰ্কে এতিয়াও একো কোৱা নাই। ভয় হয় — জানোছা তাই আমি তাইক পুতৌ কৰিছো বুলি ভাবি লয়। আপোনাৰ পছন্দ হ'লে, আপোনাৰ ল'ৰাৰ অমত নহ'লে আমি কথাষাৰ তাইক জনাম।

লিলি : আগতে নজনাই ভালেই কৰিছে। আমাৰ ফালৰ পৰা একো আপত্তি নাই। তথাপি ল'ৰা-ছোৱালীহালে কথাপাতি চিনাকি হৈ লওক, দুয়ো দুয়োকে বুজি লওক, পছন্দ কৰক — তাৰ পিছত জনালে ভাল হ'ব। এটা কথা কওঁ পিছে।

কৰুণাময়ী : কি কথা? কওচচোন।

লিলি : আমাৰ ল'ৰা দুটা। ডাঙৰ ল'ৰা বিনয়ৰো ঘৈণীয়েক ঢুকাইছে বুলি কৃষ্ণাই নিশ্চয় আপোনালোকক জনাইছে।

কৰুণাময়ী : হয়, জনাইছে।

লিলি : মই খোলা মনেৰে কৈছো। বিনীতাৰ লগত মোৰ সৰু ল'ৰা বিজয়ৰ বিয়া পাতি দিবলৈও মোৰ দ্বিধা নহ'লহেঁতেন। পিছে সি এতিয়াও পঢ়ি আছে। বয়সত প্ৰায় নীতাৰ সমানে হ'ব। ল'ৰা হিচাপে তাৰ বিয়াৰ বয়স হোৱাই নাই। তাৰোপৰি মই ভাবো — আমাৰ ডাঙৰ ল'ৰা আৰু আপোনাৰ বোৱাৰী দুয়ো সংসাৰ পাতিব ধৰোতেই বৰকৈ মানসিক আঘাত পালে। সেয়ে দুয়ো সমব্যথী।

কৰুণাময়ী : ঠিকে কৈছে।

লিলি : এনে সমব্যথী দুজনৰ মাজত বুজাপৰাৰ মিল থাকিব বুলিয়ে আশা ৰাখো। বিনয়েতো প্ৰথমতে দ্বিতীয়বাৰ বিয়াৰ কথাত মূৰে জোকাৰি দিছিল। পিছত যেতিয়া বিনীতাৰ কথা শুনিলে তেতিয়া জনালে সি বিয়া কৰালে এনে এজনীকে কৰাব। সেয়ে মই আহিছো — আপোনালোকৰ পৰা বিনীতাক ভিক্ষা খুজিবলৈ।

করুণাময়ী ঃ তেনেকৈ কৈ আমাৰ অপৰাধ নবঢ়াব দেই। সমাজৰ চকুত নীতা মোৰ বোৱাৰী হ'লেও তাইক মই মোৰ জন্ম দিয়া ছোৱালী কৃষ্ণা আৰু ৰুবীতকৈ কম মৰম নকৰো। মই মোৰ জন্ম দিয়া ছোৱালী দুজনীক বিয়া দি সংসাৰ কৰাৰ সুযোগ দিম আৰু মোৰ বোৱাৰী হৈ আহি সংসাৰ পতাৰ আৰম্ভণিতে নিৰাশ হোৱা নীতাক সংসাৰ সুখৰ পৰা বঞ্চিত কৰিম — তেনে কৰিবলৈ মোৰ বিবেকত লাগে।

লিলি ঃ সেয়েতো কওঁ — আপুনি সঁচাকৈয়ে করুণাময়ী।

করুণাময়ী ঃ তাইক কোনোবা সহৃদয় ঘৰ এখনত বিয়া দি পঠাব পাৰিলেহে মাক হিচাপে মই বৰ সুখ পাম আৰু মই মোৰ কৰ্তব্য পালন কৰিব পাৰিছো বুলি সন্তোষ পাম। আপুনি সেই সুখ আৰু সন্তোষখিনি মোক দিব ওলাইছে। মোৰ ওচৰত ভিক্ষা খোজা বুলি কৈ মোক লাজ নিদিব। দাবী জনাইছে বুলিয়ে কওঁক।

(কৰবীৰ প্ৰৱেশ)

লিলি ঃ এইজনীয়ে কৰবী নহয় জানো?

কৰবী ঃ হয়, মইয়ে কৰবী।

লিলি ঃ তোমাৰ কথা কৃষ্ণাৰ পৰা শুনি তোমাৰ মৰমী মনটোকো চিনি পাইছো, মা। যেনে মৰমীয়াল মাক, তেনে মৰমীয়াল জীয়ৰী।

কৰবী ঃ (সেৱা কৰি) মাহীদেউ, মোৰ কথা বাদ দিয়ক। ঘৰে ঘৰে যদি আপোনাৰ নিচিনা মহান আৰু উদাৰ মাতৃৰ আবিৰ্ভাব হয়, আমাৰ সমাজত ছোৱালীৰ - বিশেষকৈ অকালতে বিধবা হোৱা ছোৱালীৰ দুখে নাথাকিব। আমাৰ নবৌক আপোনালোকৰ ঘৰলৈ বোৱাৰী কৰি লৈ যাব খুজিছে যেতিয়া, আপোনালোকৰ লগত আমাৰ এক নতুন সম্বন্ধ গঢ়ি উঠিবৰ উপক্ৰম হৈছে। বিনয়দা আজিৰ পৰা আমাৰ নিজৰ দাদা হ'ল। নবৌৰ জৰিয়তে আমাৰ হেৰাই যোৱা দাদাক ঘূৰাই পাম।

(কৃষ্ণাৰ প্ৰৱেশ)

কৃষ্ণা ঃ ৰুবীয়ে ঠিকে কৈছে, মাহীদেউ। বিনয়দা এতিয়াৰ পৰা আমাৰ দাদা। নবৌয়ে ৰাজি হ'লে আমাৰ দাদা-নবৌ দুয়ো

ঠিকে থাকিব। আশা ৰাখো, নবৌয়ে অমত নকৰিব। আমি পিছে এতিয়া যাওঁ ব'লক মাহীদেউ। গধূলি হ'ল। মই ঘৰৰ কামবোৰ পেলাই থৈয়ে আহিছো নহয়?

লিলি : ব'লা কৃষ্ণা। বুজিছে বাইদেউ, মোৰ ইচ্ছাত বিনয়ে বাধা নিদিয়ে। সেয়ে আমাৰ পিনৰ পৰা এই সম্বন্ধটো ঠিক হোৱা বুলিয়ে ধৰি ল'ব। আপোনালোকৰ অমত নাই বুলি বুজি পাইছো। তথাপি বিনীতাক কথাষাৰ কাণ ছোৱাই থ'ব।

করুণাময়ী : আপোনাৰ পৰা কথা পাইছো যেতিয়া আজিয়ে নীতাক কথাষাৰ জনাম; আৰু কি কয় শুনি আপোনাক জনাম।

(কৃষ্ণা আৰু লিলি দাসৰ প্ৰস্থান। বিনীতাৰ প্ৰৱেশ)

বিনীতা : কৃষ্ণাহঁত গ'ল নেকি মা? তেওঁলোকে এনেহে অলপ শুদা চাহ খাইছিল। মই ভালদৰে জলপান বনাই আনিছো, তেওঁলোকচোন গ'লেই।

করুণাময়ী : কৃষ্ণাৰে খৰ্‌ধৰ্ লাগিছিল। সেয়ে গ'ল। সম্বন্ধ এটা গঢ়ি উঠিবৰ উপক্ৰম হৈছে যেতিয়া লিলি দাসে আহিয়ে থাকিব।

কৰবী : বুজিছা নবৌ, তোমাৰ জৰিয়তে আমি এজন দাদাক পাম বুলি আশা কৰিছো। লিলি মাহীদেউৰ ল'ৰা বিনয়দাৰ লগত তোমাৰ বিয়াৰ কথা-বতৰা মাহঁতে চলাইছে।

বিনীতা : এয়া কি শুনিছো, মা? ৰুবীয়ে এইবোৰ কি বলকিছে? মোক কিয় আঁতৰ কৰিব খুজিছে? আপোনালোকৰ মৰমৰ মাজত মই বেছ সুখতে আছো। আকৌ কিয় মোৰ অদৃষ্টক লৈ টনা আজোৰা কৰিব খুজিছে?

করুণাময়ী : নহয়, মা নীতা। মাক হৈ ছোৱালী এজনীৰ জীৱনটো অপূৰ্ণ হৈ থকাটো নিবিচাৰো। এবাৰ অদৃষ্ট বেয়া হ'ল বুলিয়ে প্ৰতিবাৰে বেয়া হ'ব এনে দুৰ্বল চিন্তাক মনত ঠাই নিদিবা।

বিনীতা : চিন্তা দেখোন আহে, মা! মনত কিবা এবিধ ভয় সোমাই যায়।

করুণাময়ী : দিলীপৰ আয়ু নাছিল। আমাৰ সংসাৰৰ পৰা সোনকালেই আঁতৰি গ'ল। সেইবুলি চিৰদিনৰ বাবে তুমি এনেদৰে থাকিবা নে? সমাজৰ চকুত তুমি মোৰ বোৱাৰী হ'লেও, কৃষ্ণা আৰু ৰুবীৰ নিচিনা তুমিও মোৰ ছোৱালী।

বিনীতা : সেয়া মইও জানো, মা। সেয়ে আপোনাৰ মৰমৰ পৰা

আঁতৰত যাব নিবিচাৰো।

কৰুণাময়ী ঃ কৃষ্ণা আৰু ৰুবীৰ সংসাৰ পাতি দিলেই মোৰ কৰ্তব্য শেষ হ'ল বুলি মই নাভাবো। মাক হিচাপে তোমাৰ প্ৰতিও মোৰ কৰ্তব্য আছে। নতুনকৈ তোমাৰ এখন সংসাৰ পাতি দিয়াও মোৰ এটা কৰ্তব্য। তোমাৰ অপূৰ্ণ কামনাবোৰ পূৰ্ণ কৰিবৰ সুযোগ কৰি দিয়া মোৰ একান্ত ইচ্ছা।

বিনীতা ঃ মোৰ পিছে ভয় লাগে মা। আপোনাৰ চেনেহৰ ছাঁত থাকিব পাৰিলেই মই নিশ্চিন্ত।

কৰুণাময়ী ঃ লিলি দাসো মৰমীয়াল মাক। তোমাৰ ভয়ৰ কাৰণ নাই, মা নীতা। আজি তেওঁ তেওঁৰ ল'ৰা বিনয়ৰ বাবে তোমাক বোৱাৰী কৰি লৈ যোৱাৰ প্ৰস্তাব দিছে। কৃষ্ণাৰ মুখত শুনি বুজি পাইছো ল'ৰাটো বৰ ভাল।

কৰবী ঃ হয়, মা! বিনয়দা সঁচাকৈয়ে বৰ ভাল ল'ৰা।

কৰুণাময়ী ঃ তাৰো অৱশ্যে পত্নী বিয়োগ হৈছে। দ্বিতীয়বাৰ বিয়া কৰাবৰ তাৰো ইচ্ছা নাছিল। কিন্তু তোমাৰ সকলো কথা শুনি মত দিছে। এতিয়া তোমাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে।

বিনীতা ঃ মই কি কম, মা। মোৰ ভাবিবৰ শক্তিয়ে নোহোৱা হৈছে।

কৰুণাময়ী ঃ আজিয়ে তুমি মোক কথা দিব নালাগে। ভালদৰে ভাবি চোৱা, বিনয়ৰ লগত চিনাকী হোৱা, তাৰ পিছত মন স্থিৰ কৰি মোক জনাবা। তোমাক আমি এই বিষয়ত পূৰ্ণ স্বাধীনতা দিছো। তোমাৰ অমতত তোমাক আমি বিয়া নিদিওঁ। তোমাৰ সন্মতি পালেহে তোমাৰ মা-দেউতাৰাক এই বিষয়ে জনাম। মোৰ বিশ্বাস তেওঁলোকেও আমাৰ ইচ্ছাত বাধা নিদিব।

বিনীতা ঃ সেয়া ঠিক। মা-দেউতাই আপোনালোকৰ ইচ্ছাত কেতিয়াও বাধা নিদিয়ে। তেওঁলোকেও জানে আপুনি মোক নিজৰ ছোৱালীৰ নিচিনাই মৰম কৰে। কিন্তু কেইদিনমান পিছত ৰুবীও এইখন ঘৰৰ পৰা একেবাৰে ওলাই যাব। মই নাথাকিলে দেউতা আৰু আপুনি বৰ অকলশৰীয়া হ'ব, মা। আপোনালোকৰ ল'ৰাৰ প্ৰতিনিধি ৰূপে আপোনালোকক চোৱা-মেলা কৰাৰ অধিকাৰ মোৰ নাই জানো?

কৰুণাময়ী ঃ সেয়া অৱশ্যে আছে, মা।

বিনীতা : সেই অধিকাৰৰ দাবীত কৈছো, মা, মোৰ কৰ্তব্য পালন কৰাৰ পৰা মোক বঞ্চিত নকৰিব। সঁচা কব গ'লে, মা, অকল কৰ্তব্য বুলিয়ে নহয়; আপোনালোকৰ মৰমে মোক এইখন ঘৰত বান্ধি ৰাখিছে। এইখন ঘৰৰ পৰা, আপোনালোকৰ মৰমৰ পৰা আঁতৰত থাকিবৰ মোৰ মন নাযায়।

করুণাময়ী : আমাক স্বাৰ্থপৰ বুলি নাভাবিবা, মা নীতা। কৃষ্ণাক বিয়া দিলো। তাইৰ নিজৰ সংসাৰ হ'ল। তথাপি তাই জানো আমাৰ খবৰ নাৰাখে? আমাক জানো প্ৰয়োজনত সহায় নকৰে? ৰুবীক বিয়া দিব ওলাইছো। ৰুবীও জানো আমাক একেবাৰে এৰি যাব?

কৰবী : কেতিয়াও নাযাওঁ। ঘনাই আহি থাকিম, মা।

কৰুণাময়ী : তোমাক নতুন ঘৰ এখনত বিয়া দি পঠালেই জানো তুমি আমাৰ পৰ হৈ যাবা? লিলি দাস বৰ উদাৰ মনৰ মহিলা। সেইখন ঘৰৰ লগত সম্বন্ধ হ'লে আমি নিশ্চিন্ত থাকিব পাৰিম। তোমাৰ নিজা সুখৰ সংসাৰ এখন হ'ব; অথচ তোমাক আমি নেহেৰুৱাও। কৃষ্ণা আৰু ৰুবীৰ নিচিনা তোমাৰ অহা-যোৱাৰ বাট সদায় খোলা থাকিব। এনেকুৱা ভাল সম্বন্ধ এটা সহজে পোৱা নাযায়। তুমি ভালদৰে ভাবি চাবা, মা।

বিনীতা : যি ভাল দেখে তাকে কৰিব, মা। আপোনালোকৰ ইচ্ছাৰ বিৰোধিতা কৰি, আপোনালোকৰ মৰমৰ অপমান মই নকৰো। পিছে আগতে ৰুবীৰ বিয়াখন সুকলমে হৈ যাব দিয়ক। ৰুবীৰ বিয়াৰ বাবে মোৰ যে কিমান কাম কৰিবলৈ আছে! এতিয়া নিজৰ কথা ভাবিবৰ মোৰ আহৰিয়ে নাই, মা।

কৰবী : সঁচা মা। নবৌক মোৰ বিয়াৰ বাবে খাটি খাটি ভাগৰি যাব দিয়া। ইতিমধ্যে বিনয়দাৰ লগত চিনাকী হওঁক। তাৰ পিছত নবৌয়ে নিশ্চয় আমাক নিৰাশ নকৰিব। বিনয়দাৰ বিনয় আৰু বিনীতা নবৌৰ বিনীত স্বভাৱ — ভাল ৰাজযোটক মিল হ'ব। নবৌক কইনা পিছে মই সজাম, মা।

কৰুণাময়ী ঃ হ'ব দে, ৰুবী। ভগবানে মুৰ তুলি চোৱাৰ আশা দেখিছো। আমাৰ ঘৰখনত যে শোকৰ ছাঁ এটি আছে, সেয়া আঁতৰি যোৱাটো ভগবানৰ আশীৰ্বাদ বুলিয়ে মানিম। সকলো তেওঁৰে ইচ্ছা।

(পট পৰে)

# প্ৰহসন

## —ঃ চৰিত্ৰ পৰিচিতি ঃ—

| | | | | |
|---|---|---|---|---|
| মাধবী বৰুৱা | ঃ | কলাপী সংঘৰ সভানেত্ৰী | | |
| অনুৰাধা | ঃ | ” | ” | সম্পাদিকা |
| নীতা কোঁৱৰ | ঃ | ” | ” | সদস্যা |
| লিলি শৰ্মা | ঃ | ” | ” | ” |
| মণিমালা দত্ত | ঃ | ” | ” | ” |
| নমিতা চোধুৰী | ঃ | ” | ” | ” |
| বাসন্তী বৰা | ঃ | ” | ” | ” |
| কল্যানী শইকীয়া | ঃ | ” | ” | ” |

আৰু কেইবা গৰাকী

(স্থান ঃ কলাপী সংঘৰ বিয়লি চ'ৰা। সভানেত্ৰী আহি পোৱাহি নাই। সম্পাদিকা অনুৰাধা আৰু বাকি সদস্যাসকলে উত্তেজিত সুৰত কিবা আলোচনা কৰি আছে।)

অনুৰাধা ঃ উদিতি সংঘই এইবেলিও নাটক প্ৰতিযোগিতা পাতিছে। (কাগজ এখন দেখুৱায়) এইখন তাৰে জাননী; আমাৰ সংঘৰ নামত পঠিয়াইছে।

লিলি ঃ নাটক-চাটক প্ৰতিযোগিতাত যোগ দি কিবা লাভ আছে নে অনুৰাধা? যোৱাবেলিৰ কথা পাহৰিলা নেকি? ৰিহাৰ্চাল কৰোতে টকা-পইছা ইমান খৰছ হ'ল। বিমল দাসৰ নিচিনা নাম থকা পৰিচালকে আমাক কিছু শিকালেও। আমিও উৎসাহত ঘৰ-চৰ, ল'ৰা-ছোৱালীৰ পিনে পিঠি দি ৰিহাৰ্চালত দেহে-কেহে লাগিলো। কিবা লাভ হ'ল নে?

নীতা ঃ হয় পাই। মোৰ ডাঙৰ ছোৱালীজনীয়েতো আজিলৈকে মোক কথা শুনাইয়ে আছে। কৈয়ে থাকে — 'মা, আমাৰ পৰীক্ষাৰ বেছিদিন নাই জানিও তুমি নাটক কৰা লৈয়ে মজি থাকিলা। আলহি আহিলে লিখা-পঢ়া বাদ দি আমিয়ে চাহ জলপানৰ যোগাৰ ধৰিব লাগে। পিছে আমাৰ পঢ়া-শুনাৰ ক্ষতি কৰা

বাদে তোমাৰতো একো লাভ নহ'ল। তোমালোকে দেখোন নিচুকনি বঁটাও নাপালা'। মই একো উত্তৰে দিব নোৱৰা হওঁ। মোৰো নাটক কৰাৰ উৎসাহ নোহোৱা হৈছে। আমাৰ সংঘৰ পৰা নাটক প্ৰতিযোগিতাত যোগ দিলেও মই একো পাৰ্ট নলও দেই।

লিলি : বুজিছা, নীতা। আমাৰ সকলোৰে প্ৰায় তোমাৰ নিচিনা অৱস্থা। হয় ল'ৰা-ছোৱালীৰ অভিযোগ, অনুযোগ শুনিব লাগে, নহ'লে গৃহস্থৰ ঠাট্টা মস্কৰা শুনিব লাগে। নাটক কৰাৰ উৎসাহ থাকে ক'ত? কষ্ট কৰিলো, কিন্তু 'কেষ্টক মানে কৃষ্ণক' পোৱাৰ পৰা বঞ্চিত হ'লো। বঞ্চিত হোৱাৰ কথা পিছে নাছিল। আমাৰ নাটকখন সঁচাকৈয়ে একেবাৰে বেয়া হোৱা নাছিল। প্ৰথম বা দ্বিতীয় পুৰস্কাৰ নাপালেও তৃতীয় নাইবা নিচুকনি বঁটা অৱশ্যে পাব লাগিছিল। পিছে নাপালো। কিয় জানা?

নীতা : কিয় নাপালো লিলি বাইদেউ?

লিলি : ময়ুৰী সংঘক জানা নহয়? প্ৰথম পুৰস্কাৰ পোৱা সংঘটো? সেই ময়ুৰী সংঘই চিনেমাত acting কৰি থকা জয়া মেধীক দুদিনৰ বাবে সংঘৰ সদস্যা কৰি ল'লে। নাটকৰ প্ৰধান চৰিত্ৰটো জয়া মেধীয়ে অভিনয় কৰি সংঘৰ নামত প্ৰথম পুৰস্কাৰটো আনি দিলে। আমাৰতো জয়া মেধীৰ নিচিনা চিনেমা, টিভিত নাটক কৰা নাম কৰা শিল্পী নাই! আমি যাক কয় একেবাৰে ন' শিল্পী। সেয়ে এইবেলি নাটক কৰাৰ মনে উঠা নাই। আকৌ টকা-পইছা খৰছ হ'ব; ৰিহাৰ্চালত দেহে কেহে লাগিব লাগিব। ঘৰৰ পিনে ঠিকমত চকু দিব নোৱাৰিম; ঘৰৰ মানুহবোৰৰ অভিযোগ, অনুযোগ, ঠাট্টা-মস্কৰা শুনি নাটক কৰি সেই একে ফলে হ'ব।

এগৰাকী সদস্যা : একে ফল হ'ব বুলি আগতেই ধৰি ল'লে নে?

লিলি : হয়, ধৰিয়ে লৈছো। অলপ দ'কৈ ভাবি চোৱাচোন। আমি হ'লো Amateur artist, profesional artistৰ লগত আমি প্ৰতিযোগিতাত ফেৰ মাৰিম কেনেকৈ? বিচাৰক মণ্ডলীৰ ওপৰতো আস্থা ৰাখিব পাৰি জানো? তেওঁলোকে নাটক এখনৰ মাজত কি বিচাৰে তাকে স্পষ্ট নহয়। মোৰতো

সন্দেহ হয় কোনোবা সংঘৰ লগত বা সংঘৰ কোনোবা সদস্যাৰ লগত কোনোবা বিচাৰকৰ যদি ভাল জনা শুনা থাকে তেতিয়াহ'লে বিচাৰকজনৰ পক্ষপাতিত্ব সিপিনেই ঢাল খায়।

মণিমালা ঃ বিচাৰক মণ্ডলীৰ বিৰুদ্ধে তুমি বৰ ডাঙৰ অভিযোগ এটা আনিলা, লিলি। তেওঁলোকে জানিলে মানহানিৰ মোকৰ্দমাই কৰিব।

কল্যানী ঃ লিলিয়ে অভিযোগ নকৰিব কিয়? তাইতো সিদিনাও বিচাৰকৰ পৰা ন্যায় বিচাৰ নাপালে। সিদিনা আবৃত্তি প্ৰতিযোগিতা আছিল। প্ৰতিযোগিতা পাতিছিলে বৰ্ণালী মহিলা সংঘই। তাইৰ কবিতা আবৃত্তি ইমান ভাল হৈছিল। মইও তাতে উপস্থিত আছিলো নহয়?

নমিতা ঃ মইও আছিলো। লিলি বাইদেৱে সঁচাকৈয়ে বৰ ধুনীয়া আবৃত্তি কৰে। পুৰস্কাৰ নোপোৱাত হে আচৰিত হৈছিলো। ক'ব পাৰে নে কল্যানী বাইদেউ, কিয় নাপালে?

কল্যানী ঃ কিবা এটা শব্দৰ উচ্চাৰণত হেনো অলপ ভুল হ'ল। উচ্চাৰণ ভুল হোৱাৰ বাবে পুৰস্কাৰ নাপালে; ঠিক আছিল বাৰু। কিন্তু এগৰাকী প্ৰতিযোগীয়ে আবৃত্তি কৰোতে পাহৰি গৈ মাজতে কিমান বাৰ যে খোকোজা লাগিল! শেহত হাতত থকা কবিতাৰ প্ৰতিলিপিটো মেলি লৈয়ে আবৃত্তি শেষ কৰিলে। তেওঁয়ে দেখোন তৃতীয় পুৰস্কাৰটো পালে।

এগৰাকী সদস্যা ঃ হয় নে? এয়া কেনে বিচাৰ?

কল্যানী ঃ তাকেইতো। অলপ উচ্চাৰণ ভুল হোৱাৰ বাবে লিলিক পুৰস্কাৰ পোৱাৰ অযোগ্য বুলি বিচাৰকে ৰায় দিলে; অথচ ভালদৰে আবৃত্তিয়ে কৰিব নোৱাৰা গৰাকীক বিচাৰকে যোগ্য বুলি বিবেচনা কৰিলে। এয়া জানো সঠিক বিচাৰ?

নীতা ঃ ইয়াত নিশ্চয় কোনোবা এগৰাকী বিচাৰকৰ পক্ষপাতিত্ব আছিল। নহ'লে এনে হ'ব নোৱাৰে।

নমিতা ঃ এয়া ৰীতিমত অন্যায়। বিচাৰক হ'ল বুলিয়ে তেওঁৰ সকলো সিদ্ধান্ত শুদ্ধ বুলি মানিব নোৱাৰি দেই।

(সভানেত্ৰী মাধবী বৰুৱাৰ প্ৰবেশ)

মাধবী ঃ তোমালোকে ইমান উত্তেজিত সুৰত কথা পাতিছা কিয়?

ৰাস্তাৰ পৰাই তোমালোকৰ মাত শুনিছো।

অনুৰাধা ঃ আজি উদিতি সংঘৰ পৰা নাটক প্ৰতিযোগিতাৰ জাননী সৈতে আমাৰ সংঘৰ নামত চিঠি এখন আহিছে। তাৰে কথা কওতে লিলিয়ে, লগতে কল্যানীও উত্তেজিত হৈছে। নাটক প্ৰতিযোগিতাত join কৰাৰ লিলিৰ মুঠেও ইচ্ছা নাই হেনো।

মাধবী ঃ কিয় লিলি? কিয় তোমাৰ নাটক কৰাৰ ইচ্ছা নাই? নাটক কৰাত তোমাৰ দেখোন বৰ উৎসাহ।

লিলি ঃ প্ৰতিযোগিতাত যোগ দি একো লাভ নাই, বাইদেউ। একো একোটা দলে profesional artist ভাড়া কৰি আনি নাটক প্ৰতিযোগিতাত join কৰিব আৰু আমাৰ নিচিনা amateur artistবোৰক বুঢ়া আঙুলি দেখুৱাব; এয়া সহ্য নহয়।

বাসন্তী ঃ সঁচাকৈয়ে সহ্য নহয়। একো একোটা মহিলা সংঘই একো একোটা প্ৰতিযোগিতা পাতে। কিছু নিয়ম ঠিকে বান্ধি দিয়ে। পিছে সেয়া দেখুৱাবলৈকেহে। নিয়ম ৰক্ষা কৰা হ'ল নে নাই, সেইপিনে চকু নাৰাখে। আচলতে তেওঁলোকে প্ৰতিযোগিতা পাতে উদ্যোক্তা হিচাবে সংঘৰ নাম প্ৰচাৰ কৰিবৰ বাবে।

মণিমালা ঃ অতি ঠিক কথা কৈছা, বাসন্তী। এয়া প্ৰতিযোগিতাৰ নামত প্ৰহসন হে।

বাসন্তী ঃ এনে উদ্যোগী সংঘবোৰে মিছাকে কৈ ফুৰে — একো একোটা এনে ধৰণৰ প্ৰতিযোগিতা পাতি আমাৰ ন' ন' শিল্পীসকলক উৎসাহিত কৰি তেওঁলোকৰ সুপ্ত প্ৰতিভাক জাগৰুক কৰাই হেনো সংঘবোৰৰ উদ্দেশ্য। পিছে বাস্তৱত তেওঁলোকে কি প্ৰমাণ কৰিছে?

মাধবী ঃ ৰ'বাচোন বাসন্তী। উত্তেজিত নহ'বা। অলপ ঠাণ্ডা মূৰত ভাবি চোৱা।

নমিতা ঃ বুজিছে, বাইদেউ। লিলি আৰু বাসন্তীৰ অভিযোগ সঁচা। সিদিনা সংগীত প্ৰতিযোগিতাতো সাধু উদ্দেশ্য তল পৰি প্ৰহসন এটাই হ'ল।

মাধবী ঃ প্ৰহসন? খুলি কোৱাচোন; সিদিনা কি হৈছিল? মোৰ আঁঠুৰ বিষৰ বাবে ডাক্তৰে মোক বেছি খোজ কাঢ়িবলৈ মনা কৰিছে। সেয়ে ইচ্ছা থাকিলেও সিদিনা সংগীত প্ৰতিযোগিতাত উপস্থিত থাকিব নোৱাৰিলো। আমাৰ সংঘৰ

পৰা কোনেও যে পুৰস্কাৰ নাপালে সেয়া জানো। কিবা খেলি মেলি হৈছিল নে কি?

নমিতা ঃ হৈছিলতো বাইদেউ। বাসন্তীয়ে ইমান ধুনীয়াকৈ গালে। বান্ধি দিয়া সময়ৰ ভিতৰতে গান গোৱাও শেষ কৰিলে। আমিতো গান শুনি ধৰিয়ে লৈছিলো বাসন্তীয়ে প্ৰথম নহলেও দ্বিতীয় পুৰস্কাৰটো পাবই। কিন্তু নাপালে। আমিতো অবাক হ'লো।

এগৰাকী সদস্যা ঃ বৰ দুখ লগা কথা দেই।

নমিতা ঃ নক'বা আৰু। বিচাৰকৰ ৰায় বুজিয়ে নাপালো। এটা নিয়ম থাকিব লাগে, বাইদেউ। বিচাৰক সকলে প্ৰতিযোগিতাত যি নম্বৰ দিয়ে সেয়া প্ৰতিগৰাকী প্ৰতিযোগীয়ে জানিব পাৰিব লাগে। পৰীক্ষাত নম্বৰবোৰ চাইয়ে পৰীক্ষাৰ্থীসকলে আগলৈ বেছি নম্বৰ পোৱাৰ বাবে চেষ্টা চলায়। প্ৰতিযোগীসকলে যদি জানিবই নোৱাৰে কোনখিনিত ভুল হোৱাৰ বাবে তেওঁলোকে কম নম্বৰ পালে নিজক শুধৰাব কেনেকৈ?

মাধবী ঃ তুমি ঠিকে কৈছা, নমিতা। এই প্ৰশ্নটো প্ৰতিযোগিতা পতা সংঘবোৰৰ আগত উঠাব লাগে। বাৰু বাসন্তী তুমিনো সিদিনা কি গাইছিলা? আমাৰ আগত আজি এবাৰ গাবা নে? শুনিবলৈ বৰ মন গৈছে।

বাসন্তী ঃ গাব পাৰো, বাইদেউ। পিছে লগত যন্ত্ৰসংগীত নথকাত সিমান নজমিব। সিদিনা সঁচাকৈয়ে মই বৰ মন প্ৰাণ ঢালি গাইছিলো। ক'তো তাল, মান ভুল নকৰাকৈ বান্ধি দিয়া সময়ৰ ভিতৰতে গান গোৱা শেষ কৰিছিলো। মই নিজেই সন্তোষ পাইছিলো। পিছে বিচাৰকৰ পৰা সুবিচাৰ নাপালো।

কল্যানী ঃ সেই লৈ আফচোচ কৰি লাভ নাই, বাসন্তী। সিদিনাৰ অনুষ্ঠানত উপস্থিত থকা বহুতৰ মুখতে তোমাৰ গানৰ প্ৰশংসা কৰা মোৰ কাণত পৰিছিল। আৰু বিচাৰক মণ্ডলীৰ ৰায় ঠিক নহ'ল বুলি বহুতে মন্তব্যও দিছিল। বাইদেৱে শুনিব খুজিছে। গোৱাচোন সেই গানটোকে।

বাসন্তী ঃ সিদিনা গানৰ প্ৰতিযোগিতাত মই কবি পাৰ্বতী প্ৰসাদ বৰুৱাৰ এই গীতটোকে গাইছিলো—

গীতৰ কথা

তোমাৰ প্ৰেমৰ ভোগ জৰাটি
দিয়া বাকী মৰমীয়াল
জীৱন হওক ভাল॥

তোমাৰ প্ৰেমৰ ঢলত পৰি
উটি যাওক মোৰ জীৱন তৰি
চিৰ আনন্দৰ পাৰটি চাই
উৰক শুকুলা পাল॥

অসুন্দৰৰ মলিন ছয়া
দূৰলৈ নিয়া অধুনীয়া
তোমাৰ ৰূপ-অমৃত ঢালি
দিয়াচোন মোৰ নয়ন মেলি
চিৰ সুন্দৰ ৰূপটি চাই
ভাগক ঘুমটি জাল॥

মাধৱী : বাঃ তুমি সঁচাকৈয়ে বৰ ভাল গোৱা, বাসন্তী। আনুষ্ঠানিক প্ৰতিযোগিতাবোৰৰ ঠেক পৰিসৰৰ মাজত আৰু বিচাৰক মণ্ডলীৰ ভুল ভ্ৰান্তিৰ বাবে কি পালা নাপালা সেই ভাবি গানৰ চৰ্চা বন্ধ নকৰিবা। তোমাৰ সুৰ আছে, সাধনা আছে। এদিন তুমি নিশ্চয় পুৰস্কৃত হ'বা। গান ভাল পোৱা মানুহে, গান বুজি পোৱা মানুহে নিশ্চয় তোমাক শলাগিব।

অনুৰাধা : বাইদেউ; নাটক প্ৰতিযোগিতা সম্বন্ধে আপুনি দেখোন একো অভিমতে নিদিলে। আমাৰ সংঘই যোগ দিব নে নিদিব?

মাধৱী : মোৰ মতে সংঘৰ হৈ তোমালোকে যোগ দিয়াই উচিত। ন্যায় বিচাৰ নাপাবা বুলি আগতেই ধৰি লোৱা কিয়? আৰু নাপালাও যেনিবা। নিৰাশ হ'বা কিয়?

লিলি : ইমান দেহে কেহে লাগি আমি ৰিহাৰ্চল কৰো! কিছুমান সংঘই চিনেমাত acting কৰা শিল্পী ভাড়া কৰি আনি পুৰস্কাৰটো কাঢ়ি লৈ যায়। বিচাৰক মণ্ডলীয়ে সেই পিনে চকুয়ে নিদিয়ে। আমাৰ কষ্ট অথলে যায়। কোন উৎসাহত

নাটক কৰিম, বাইদেউ।

মাধৱী : বুজিছা লিলি। পুৰস্কাৰ পোৱাটো গৌন কথা। নাটক-প্ৰতিযোগিতাবোৰত যোগ দিলে তোমালোকে নাট্যপ্ৰতিভা বিকশিত কৰিবৰ সুযোগ পাবা। যিমানে মঞ্চত নাটক কৰিবা, সিমানে stage free হ'ব পাৰিবা। সুবিচাৰৰ অভাব বুলি ভয় কৰিছা?

বহুতে (একেলগে) : হয় বাইদেউ

মাধৱী : সেয়াতো সকলো ক্ষেত্ৰতে আছে। সকলোৱে জানো সুবিচাৰ পায়? পৰীক্ষাবোৰতো জানো কম খেলি মেলি হয়! কিমান যে ভুল ৰিজাল্ট ওলায়।

মণিমালা : বাইদেৱে ঠিকে কৈছে। যোৱা বছৰ আমাৰ ঘৰৰ ওচৰৰে বীৰেন মজুমদাৰৰ ল'ৰাটোৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ৰিজাল্ট ওলাওঁতেও গোলমাল হ'ল। মজুমদাৰৰ ল'ৰা ভাস্কৰ সঁচাকৈয়ে চোকা ল'ৰা। পাঁচোটা বিষয়ত লেটাৰ পালে। এটা নে দুটা বিষয়ত সৰ্বোচ্চ নম্বৰো পালে। দহজনৰ ভিতৰতে তাৰ নামটো থাকিব লাগিছিল। পিছে দহজনতো দূৰৈৰ কথা বিশজনৰ ভিতৰতো তাৰ নামটো নাথাকিল। কি আচৰিত কথা — সি ইংৰাজীত হেনো বৰ কম নম্বৰ পালে। স্কুলৰ শিক্ষকসকল, ঘৰৰ মানুহবোৰ আচৰিত হ'ল। ভাস্কৰেতো হতাশাত ভাঙিয়ে পৰিল।

এগৰাকী সদস্যা : হতাশ হোৱা ঘটনাই।

মণিমালা : আৰু আশ্চৰ্য্য কথা কি জানা? ভাস্কৰ আকৌ ইংৰাজী মাধ্যম স্কুলৰ মেধাবী ছাত্ৰ। স্কুলত ইংৰাজী বিষয়টোত সদায় সৰ্বোচ্চ নম্বৰ পাই থকা ল'ৰা। ভাস্কৰৰ ইংৰাজী সাহিত্যৰ শিক্ষক, অভিভাৱক আৰু ভাস্কৰৰ নিজৰো সন্দেহ হোৱাত ইংৰাজী পৰীক্ষাৰ বহী call কৰিলে। আচল ভুলটো ধৰা পৰিল।

আন এগৰাকী সদস্যা : কি ভুল?

মণিমালা : টেবুলেচনৰ ভুল। সি পাইছিল ৮৪। টেবুলেচন কৰোঁতে বহীত ওলোটাকৈ উঠিল। মানে ৮৪ৰ ঠাইত ৪৮ উঠিল। পিছত অৱশ্যে পৰীক্ষা লোৱা কৰ্তৃপক্ষই তাৰ position এটা declare কৰিবলৈ বাধ্য হ'ল। ভাস্কৰে সপ্তম স্থান পালে।

নীতা ঃ **এ পৰীক্ষাৰ ফলাফলৰ বেমেজালিবোৰৰ কথা আৰু নকবা। কাৰ নম্বৰ যে কাৰ নামত ওলায়। ঠিকে নাই। পাছ কৰিব বুলি নিশ্চিত থকা ছাত্ৰ-ছাত্ৰীও ফেইল কৰে আৰু পাছ কৰাৰ যাৰ মুঠেও আশা নাই তেনে পৰীক্ষাৰ্থীও কিবা খেলি মেলিৰ বাবে পাছ কৰি যায়। ইয়াকে কয় ভাগ্য।**

অনুৰাধা ঃ তেনেহ'লে এই ভাগ্যকে ধিয়াই আমিও নাটক প্ৰতিযোগিতাত যোগ দিয়াৰ কথাকে ভাবো। বাইদেউৰতো অনুমতি আছেই।

মাধবী ঃ অ' তোমালোকে প্ৰতিযোগিতাত যোগ দিবা। লিলি, তোমাৰতো নাটকত ৰাপ আছে। গতিকে নাটকখনৰ বাবে তুমিয়েই আগভাগ লোৱা। Prize পোৱাৰ লক্ষ্য ৰাখি ৰিহাৰ্চলত মন দিবা। 'কৰ্মন্যে ব্যধিকাৰস্তে, মা ফলেষু কদাচন।' কৰ্ম কৰি যোৱা ফলৰ চিন্তা নকৰিবা। বিশ্বাস ৰাখিবা — ভাল কৰ্ম অথলে নাযায়। তেনেহ'লে মিটিং আজি ইয়াতে শেষ কৰো।

# উছৰ্গা

সমব্যথী
ডাঙৰ বাইদেউ শ্ৰদ্ধেয়া দেবলা বৰুৱা
সৰু দাদা শ্ৰদ্ধেয় ডাঃ অমল চন্দ্ৰ বৰুৱা
সৰু বাইদেউ শ্ৰদ্ধেয়া ৰমলা ৰায়চৌধুৰীলৈ

অনিলা

# দুআষাৰ

দোষে গুণে মানুহ। জীৱনী লিখোতে গুণৰ কথাৰ উল্লেখ কৰিছো; দোষৰ কথাৰো উল্লেখ কৰিছো। ত্ৰুটি বিচ্যুতিবোৰ মোৰ দৃষ্টিভংগীৰে যেনেদৰে চকুত পৰিছে, তেনেদৰে লিখিলো। ইয়াৰ বাবে নিজৰ ভিতৰতে কাৰোবাৰ মনত দুখ দিছো যদি, কাৰোবাক সন্তোষ দিব পৰা নাই যদি, কাৰোবাক ভুল বুজিছো যদি — তাৰ বাবে তেওঁলোকৰ ওচৰত মই ক্ষমা ভিখাৰী।

অনিলা চৌধুৰী

## —ঃ সূচীপত্র ঃ—

# দেউতা

'পিতাঃ স্বৰ্গঃ, পিতাঃ ধৰ্মঃ পিতাহি পৰমং তপঃ
পিতৰি প্ৰীতিমাপন্নে প্ৰীয়ন্তে সৰ্ব্ব দেৱতাঃ'

মোৰ দেউতা অৰুণ চন্দ্ৰ বৰুৱা। ইং ১৮৯৪ চনত বৰ্তমানৰ বৰপেটা জিলাৰ অধুনালুপ্ত কাল্‌দিয়া গাওঁত দেউতাৰ জন্ম হয়। অসমৰ বাৰভূঁঞাৰ এক ভূঁঞা শ্ৰীধৰ ভূঁঞা। তেওঁৰ পৰিনাতি নাৰায়ণ গোমথা (গোমথাৰ অৰ্থ গোমস্তা) প্ৰতাপশালী পুৰুষ আছিল। স্বাধীনচেতিয়া নাৰায়ণ গোমথাৰ বংশধৰ কাৰণেই নেকি দেউতাৰ মাজতো এই স্বাধীনচেতিয়া মনোভাৱ জ্ঞান হোৱাৰে পৰা উপলব্ধি কৰিব পাৰিছিলো।

আমাৰ ককা অৰ্থাৎ দেউতাৰ দেউতা উদয় চন্দ্ৰ বৰুৱাই কালদি নৈৰ কৰালগ্ৰাসত গাওঁখন উটি যোৱাত চেঙাত আহি বসবাস কৰিব লৈছিল। অকল জন্ম দিয়াৰ অধিকাৰী হ'লেই পিতা নহয়, যদি পিতাৰ যি কাম পালন কৰা — সেয়া কৰাৰ পৰা বিৰত থাকে। শুনামতে আমাৰ ককাৰ কানিৰ প্ৰতি আসক্তি আছিল; সেয়ে ল'ৰা-ছোৱালীৰ প্ৰতি থকা কৰ্তব্যত অৱহেলা কৰিছিল। আইতা কান্তেশ্বৰী দেৱীয়ে কিমানজন ল'ৰা-ছোৱালীৰ জন্ম দিছিল, নাজানো। জীয়াই থকাৰ ভিতৰত আমাৰ বৰদেউতা কৰুণাকান্ত বৰুৱাকে জানিছিলো; আৰু দেউতা। দেউতাৰ তিনিবছৰ বয়সতে মাক স্বৰ্গী হয়। দেউতাই কেনেকৈ ডাঙৰ হ'ল, কোনে যত্ন ল'লে, তাকো নাজানো। কানিৰ নিচাতে হওঁক বা আন কোনোবা কাৰণতে হওক ককা উদয় চন্দ্ৰ বৰুৱাই মাতৃহীন ল'ৰা দুটাৰ পঢ়া-শুনাৰ বাবে একো যত্ন নোলোৱাত এদিনাখন বাৰবছৰীয়া বৰদেউতাই সাতবছৰীয়া দেউতাৰ হাতত ধৰি চেঙা এৰি বৰ্তমানৰ ধুবুৰী জিলাৰ অন্তৰ্গত গৌৰীপুৰ আহি পালে। গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ খ্যাতি আছিল শিক্ষানুৰাগী বুলি। তেওঁ জমিদাৰী এলেকাত বহুত প্ৰাথমিক, মাধ্যমিক, উচ্চ-বিদ্যালয় স্থাপন কৰি সেই অনুৰাগৰ জলন্ত উদাহৰণ দাঙি ধৰিছিল। দুখীয়া ল'ৰাবোৰক পঢ়া-শুনাত সহায় কৰিবলৈ থকা ঠাই আৰু খোৱা-লোৱাৰ ব্যৱস্থাও কৰি দিছিল। বৰদেউতা কৰুণাকান্ত বৰুৱাই পঢ়িবৰ উদ্দেশ্যেৰেই গৌৰীপুৰলৈ আহিছিল। কোনে পৰামৰ্শ দিছিল, নাজানো। নিজে ৰজাঘৰীয়া বোৰ্ডিঙত থাকি পঢ়া-শুনা কৰিছিল। আৰু দেউতাক তেনেই

সৰু থকাৰ কাৰণে সহৃদয় অমৃত অধিকাৰীৰ ঘৰত থকাৰ ব্যৱস্থা কৰি দিছিল। ভাবিছিল মাক-দেউতাকৰ মৰম নোপোৱা ল'ৰাটো চাগে সেইখন ঘৰত এক ঘৰুৱা পৰিবেশ আৰু মৰম চেনেহ পাব। কিন্তু ভবামতে নহ'ল। শিক্ষকতা কৰি আৰু সাহিত্য আলোচনা কৰি ব্যস্ত থকা, এটা সময়ত অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰা শ্ৰীযুত অমৃতভূষণ অধিকাৰী দেৱৰ চাগে ঘৰুৱা সৰু-সুৰা কথাত মনকাণ দিয়াৰ সময় নাছিল। অমৃত অধিকাৰী দেৱৰ পত্নী মহামায়া দেৱী নাম সাৰ্থক মহিলা নাছিল। পৰৰ ল'ৰাক নিজৰ ল'ৰা-ছোৱালীৰ নিচিনা নহলেও অলপ মৰম চেনেহ দি ৰখাৰ নিচিনা স্নেহশীলা মুঠেও নাছিল। আমাৰ নাবালক দেউতাক বিনা পইছাত চাকৰ খটুওৱা দি খটুৱাবলৈকে খুজিছিল। ননীবালা নামৰ বাওনা ছোৱালী এজনী তেওঁলোকৰ আছিল। তেওঁক ৰখা, চোৱা-মেলা কৰিবৰ বাবে আৰু বজাৰ সমাৰ কৰিবৰ বাবেই যেন দেউতাক সেইখন ঘৰত থাকিব দিছিল। দেউতাৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰৰ কথা শুনাৰ বাবেই নেকি সেই গৰাকী মহিলাক কোনদিনে ভাল চকুৰে চাব নোৱাৰিলো। এনে ঘৰত থাকি দেউতাই আশাকৰা মতে পঢ়া-শুনা কৰিব নোৱাৰিলে।

দেউতা দেখাত সু-পুৰুষ আছিল। গাৰ ৰং চাহাব যেন বগা আছিল। সেঁয়ে দেউতাৰ সম্পৰ্কীয় খুলশালীহঁতে দেউতাক চাহেব ভিনদেউ বুলিয়ে মাতিছিল।

মাৰ পেহী এগৰাকী আছিল। গৌৰীপুৰৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত তেখেতৰ বিয়া হৈছিল। আমাৰ দেউতা মাৰ এই গৰাকী ৰাণী পেহী সৰোজবালা দেৱীৰ চকুত পৰিল। দেউতা তেতিয়া নবম/দশম শ্ৰেণীৰ ছাত্ৰ। মামাৰ গৃহশিক্ষক কৰি দেউতাক মামাহঁতৰ ঘৰত থকাৰ ব্যৱস্থা কৰি দিলে। মামাক পঢ়োৱাৰ লগে লগে আমাৰ মাকো অলপ-চলপ পঢ়া-শুনা দেখুৱাই দিছিল। ৰাণী আইতাৰ মনত বেলেগ মতলব খেলালে। দেখাত ধুনীয়া ল'ৰাজনক ভায়েকৰ জোঁৱাই কৰাৰ ইচ্ছা কৰিলে। ভায়েক তেতিয়া ইহলোকত নাছিল। ভায়েকৰ সংসাৰখনৰ দায়িত্ব মাৰ ৰাণী পেহীয়েই লৈছিল। ৰাণী আইতাই আমাৰ বৰদেউতাৰ ওচৰত প্ৰস্তাব দিলে। বৰদেউতাই তেতিয়া বি এ পাছ কৰি স্কুলবিভাগৰ চাকৰিত সোমাই, বিয়া-বাৰু কৰাই সংসাৰ পাতিছিল। ককাদেউতা তেতিয়াও জীয়াই আছিল চেঙাৰ গাঁৱত; কিন্তু সেই একেধৰণে দিন কটাই আছিল। ল'ৰা দুটা সম্বন্ধে একো চিন্তা ভাৱনাই নকৰিছিল। সেয়ে বৰদেউতাইহে দেউতাৰ প্ৰকৃত অভিভাবক আছিল। দেহ-সৌষ্ঠবৰ পিনে চালে আমাৰ মা আৰু দেউতাৰ

জোৰা মিলা নাছিল। ৰঙা-বগা চেহেৰাৰ দেউতাৰ কাষত আমাৰ ক'লী মাকজনীক মুঠেও শুওৱা নাছিল। দেউতাৰ সিমান মনও নাছিল মাক বিয়া কৰাবলৈ। কিন্তু বৰদেউতাৰ আদেশ অমান্য নকৰিলে। তাৰোপৰি ৰাণী সৰোজবালা দেৱীক দেউতাই মাকৰ নিচিনা শ্ৰদ্ধা কৰিছিল বাবে এই বিয়াৰ প্ৰস্তাবক উপেক্ষা কৰিবৰ ধৃষ্টতা নেদেখুৱালে। মাৰ লগত দেউতাৰ বিয়াখন হ'ল।

ইতিমধ্যে দেউতাই এন্‌ট্ৰেনচ পৰীক্ষা দিছিলে; কিন্তু পাছ কৰিব নোৱাৰিলে। প্ৰথমতে ভুল খবৰ এটা ওলাইছিল দেউতাই প্ৰথম বিভাগত পাছ কৰা বুলি। বৰদেউতাই মৰমৰ ভায়েকৰ কৃতিত্বত আনন্দিত হৈ ধুম্‌ধাম্ কৰি মানুহক মিঠাই খুৱালে; পিছত গম পোৱা গ'ল সেইজন অৰুণ বৰুৱা আমাৰ দেউতা নহয়। বেলেগ এজন ল'ৰাহে। মানুহৰ ঘৰত থাকি ঠিকমতে পঢ়া-শুনা নহয় বাবে দেউতাই দ্বিতীয়বাৰ পৰীক্ষা দিয়াৰ মনে নকৰিলে। পঢ়া-শুনা এৰিলে।

মাক বিয়া কৰালে। দেউতাৰ প্ৰতি ৰাণী আইতাৰ স্নেহদৃষ্টি থকা বাবে ৰাজহাউলিতে কৰ্মসংস্থাপনৰ সুবিধা কৰি দিলে। ইয়াৰ আগত দেউতা অৱশ্যে কুল্‌চীৰ (গুৱাহাটীৰ উত্তৰ পাৰত আৱস্থিত) ফৰেষ্টত ফৰেষ্টাৰ কামত সোমাইছিল। বৰদেউতাই ঠিক কৰি দিছিল হেনো। কুল্‌চীৰ হাবিত তেতিয়া বাঘৰ ইমান উপদ্ৰব যে দেউতাৰ জীৱন সংশয় উপস্থিত হৈছিল। ৰাণী আইতাৰ কথামতে কুল্‌চীৰ কাম এৰি দি ৰাজহাউলীৰ কামত সোমালে।

ৰাজহাউলীৰ ভিতৰতে ৰাজপৰিয়ালৰ বহুত আত্মীয়-স্বজনৰ থকাৰ ব্যৱস্থা আছিল। মা-দেউতাইও তেনেকৈ থাকিলে। পিছত ৰাজহাউলীৰ চাৰিসীমাৰৰ বাহিৰত বেলেগ ঠাইত কেইটামান ঘৰ সজা হৈছিল — ৰজা ঘৰৰ পৰাই। তাৰে এটা ঘৰত মা-দেউতাৰো থকাৰ ব্যৱস্থা হ'ল। সেই ঘৰতে মোৰ দুই ককাইদেউ আৰু দুই বাইদেউৰ জন্ম হ'ল। ইতিমধ্যে মাৰ ৰাণী পেহীৰ পৰলোক প্ৰাপ্তি হয়। মাৰ পেহা ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই আন আত্মীয় স্বজনবোৰক দিয়াৰ দৰে মাকো এডোখৰ মাটি দিলে। সেই মাটি ডৰাত ঘৰ বনাই ল'বৰ বাবে অৰ্থসাহায্যও অলপ দিলে। দেউতাই ঘৰ বনালে, ৰজাই দিয়া টকাৰ উপৰি নিজৰ উপাৰ্জনৰ টকাও খৰছ কৰিলে। যিহেতু মাটি ডোখৰ আৰু ঘৰ সাজিবৰ বাবে মোটা অংশ এটি ৰজা ঘৰৰ পৰা মাৈলে দিছিল; সেয়ে দেউতাই ঘৰটো নিজৰ নামত নকৰি মাৰ নামত কৰিলে। এনে আত্মসন্মানবোধ থকাৰ বাবেই দেউতাই ৰাজহাউলীত

বহুদিন প্ৰাইভেট্ চেক্ৰেট্টাৰী হিচাপে কাম কৰিলেও কোনদিনে ৰজাৰ ওচৰত কোনো সুবিধা সুযোগ নিবিচাৰিলে।

ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই ৰজাৰ ঘৰত জন্মা নাছিল। প্ৰতাপ চন্দ্ৰ বৰুৱা ৰঙামাটি তথা গৌৰীপুৰৰ প্ৰতাপী জমিদাৰ আছিল। তিনি গৰাকীকৈ পত্নী থাকিলেও নিঃসন্তান আছিল। গৌৰীপুৰৰ পৰা ২০/৩০ মাইল দূৰত আগমনী পুলিচ থানাৰ অন্তৰ্গত ঘৰিয়াল ডাঙাৰ বৰুৱা বংশৰ প্ৰভাত চন্দ্ৰক সন্তান হিচাপে পোহ লৈ কালক্ৰমত বিশাল সম্পত্তিৰ উত্তৰাধিকাৰী কৰি থৈ গ'ল। বৰ্তমান ধুবুৰী চহৰ গৌৰীপুৰৰ এই জমিদাৰ বংশৰে সম্পত্তি আছিল। ইংৰাজ চৰকাৰক শাসনৰ সুবিধাৰ অৰ্থে গোটেই ধুবুৰীখন দান কৰিলে। চৰকাৰে ৰজা খিতাপেৰে প্ৰভাত চন্দ্ৰক সন্মানিত কৰিলে। মধ্যবিত্ত সংসাৰৰ পৰা অহা প্ৰভাত চন্দ্ৰ বৰুৱাৰ আত্মীয়-স্বজনবোৰ অভাৱগ্ৰস্তই আছিল। প্ৰভাত চন্দ্ৰ বৰুৱাৰ পৰা বহুতে আত্মীয়তাৰ সুযোগ লৈ বহুত সুবিধা আদায় কৰিলে। দেউতাৰ আত্ম-সন্মানবোধে দেউতাক এনে সুযোগ সুবিধা লোৱাৰ পৰা বিৰত ৰাখিলে। সেয়ে দেউতাক উল্লেখ কৰি প্ৰভাত চন্দ্ৰ বৰুৱাই নিজৰ দিনলিপিৰ এঠাইত হেনো লিখি থৈছিল— "এই এজন মানুহক দেখিলো— যিজনে মোৰ পৰা কোনদিনে একো নিবিচাৰিলে।"

দেউতাৰ আত্ম-সন্মানবোধৰ আৰু দুটা উদাহৰণ দিয়াৰ লোভ সামৰিব নোৱাৰিলো। ৰাজপৰিয়ালৰ ছত্ৰছায়াত বহুত আত্মীয়স্বজন আশ্ৰয় লোৱাৰ ভিতৰত ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ নিজৰ ভাগিন এজনো আছিল। ৰবীন্দ্ৰ চন্দ্ৰ অধিকাৰী। সম্পৰ্কত তেওঁ আমাৰ মহা হয়। মাৰ আৰু এগৰাকী পেহী আছিল — কুসুম বালা বৰুৱা। তেওঁৰ জীয়েক আমাৰ অমলামাহীৰ লগত এই ৰবীন্দ্ৰ অধিকাৰীৰ বিয়া হয়। ৰবীন্দ্ৰ মহাৰ এখন চাইকেল আছিল। এদিনাখন কিবা কাৰণত দেউতাই এই চাইকেলখনত উঠাত ৰবীন্দ্ৰ মহাই কিবা কিবি মিছা কথা মামাক প্ৰভাত চন্দ্ৰ বৰুৱাক লগালে; যাৰ ফলত প্ৰভাত চন্দ্ৰ বৰুৱাই দেউতাক তিৰস্কাৰ কৰিলে। দেউতাই সিদিনাই প্ৰতিজ্ঞা কৰিলে জীৱনত আৰু কেতিয়াও চাইকেল নচলায় বুলি। এই প্ৰতিজ্ঞা দেউতাই আমৰণ ৰাখিলে। দাদাহঁতক চাইকেল কিনি দিলেও নিজে কোনদিনে নচলালে। এয়া এটা উদাহৰণ।

আন এটা উদাহৰণ। ডাঙৰ দাদাৰ বিয়াৰ সময়। আমাৰ নবৌ অৱস্থাপন্ন ঘৰৰ ছোৱালী। নবৌৰ দেউতাক যতীন্দ্ৰ নাৰায়ণ নিয়োগী বিজনী ৰজাৰ দেৱান আছিল। বিলাচীপাৰাৰ অন্তৰ্গত শালকোচাত মাটিবাৰীও

আছিল। টকা-পইছাৰ অভাৱ নাছিল। ল'ৰা নাছিল, তিনিজনী জীয়েক। নবৌ আটাইতকৈ ডাঙৰ। আমাৰ মধ্য ইংৰাজী স্কুলৰ প্ৰধান শিক্ষক আছিল প্ৰফুল্ল কুমাৰ দাসগুপ্ত। পিছত হাইস্কুলত শিক্ষকতা কৰিছিল। আমাৰ ঘৰত তেখেতৰ অহা যোৱা ঘন আছিল। বঙালী হোৱা বাবে স্বাভাৱিক ভাবে তেখেতে দেউতাক পৰামৰ্শ দিছিল দৰাৰ কাৰণে মোটা ধৰণৰ যৌতুক দাবী কৰিবলৈ। দেউতাই উত্তৰ দিছিলে— 'মই ভিখাৰী নেকি? ল'ৰাক শিক্ষিত কৰি তুলিছো। এতিয়া নিজৰ ভৰিত থিয় দিবলৈ শিকক। ভিখাৰীৰ নিচিনা হাত পাতি আনৰ পইছা লৈ ধনী হোৱাত কোনো বাহাদুৰী নাই।'

দুখীয়া ঘৰত জন্মগ্ৰহণ কৰি, অভাৱৰ মাজত ডাঙৰ হৈও জীৱনৰ শেষদিনলৈকে দেউতাৰ এই আত্ম-সন্মানবোধ, এই নিৰ্লোভিতা কেনেকৈ অটুট থাকিলে ভাবিলে আচৰিত হওঁ।

মা আৰু দেউতাৰ সংসাৰ আৰম্ভ হ'ল। ৰাজবাড়ীৰ ওচৰতে সৰু পঁজাত থাকিব ল'লে। মাজত একেখন চোতাল থকা কেইবাটাও ঘৰ। তাৰে এটা ঘৰ মা-দেউতাৰ। তেতিয়াৰ দিনতো মা-দেউতাৰ বয়সৰ ব্যৱধান বৰ কম আছিল। দেউতাৰ সোতৰ বছৰত আৰু মাৰ বাৰ বছৰত বিয়া হৈছিল। মুঠে পাঁচ বছৰৰ ব্যৱধান। আজিকালিৰ সোতৰ বছৰীয়া ল'ৰাৰ দায়িত্ব জ্ঞান কিমান থাকে? দেউতাই সোতৰ বছৰ বয়সতে সংসাৰৰ দায়িত্ব ল'ব লগা হ'ল। মূৰৰ ওপৰত অভিভাবক বুলিবলৈ দূৰৈত বদলীৰ চৰকাৰী কামত থকা বৰদেউতা আৰু বৰমা। ককাদেউতা জীয়াই আছিল গাঁৱৰ ঘৰত; কিন্তু নামতহে। সংসাৰৰ কোনো দায়িত্বই লোৱা নাছিল। এনে দেউতাৰ প্ৰতি আমাৰ দেউতাৰ একো শ্ৰদ্ধাভাৱ নাছিল। অভিমানো বৰ আছিল। সেয়ে ককাদেউতাৰ ওপৰত খঙত, অভিমানত, ককাদেউতাই ঢুকোৱাতো গাঁৱত গৈ দেখা নকৰিলে, অশৌচও নামানিলে। ককাদেউতাৰ পিতৃ-কৰ্তব্যত থকা অৱহেলাই দেউতাৰ মনত বৰ দকৈ সাঁচ বহুৱাইছিল। দেউতাই সেয়ে মনে মনে প্ৰতিজ্ঞা কৰিছিল— লঘোনে থাকি হ'লেও ল'ৰা-ছোৱালীক মানুহ কৰিব; ল'ৰা-ছোৱালীবোৰে যাতে ভৱিষ্যতে পিতৃ-কৰ্তব্য পালন নকৰাৰ বাবে তেওঁক দোষ দিব নোৱাৰে। দেউতাই বিচৰামতে আমি মানুহ হৈছোনে নাই নাজানো, কিন্তু নিজৰ ভৰিত থিয় দিবৰ যোগ্যতা অৰ্জন কৰিছো।

মা-দেউতাৰ প্ৰথম ল'ৰা সন্তান তিনি মাহ হওতে ঢুকালে। আৰু দুটা মাৰ গৰ্ভতে নষ্ট হ'ল। আমাৰ ডাঙৰ দাদা অনিমেশ চন্দ্ৰ বৰুৱা আচলতে মাৰ চতুৰ্থ গৰ্ভৰ সন্তান। দাদাক 'বৰ খোকা' বুলি ঘৰত মাতিছিল। দাদাৰ

পিছত বাইদেউ দেৱলা বৰুৱা ঘৰত মতা নাম 'বড়ি'। বাইদেউৰ পিছত সৰু দাদা অমল চন্দ্ৰ বৰুৱা — ঘৰত মতা নাম ভুলু— মই আৰু মোৰ ওপৰৰ বাইদেৱে 'ভুল্‌দা' বুলি মাতো। ভুল্‌দাৰ তলত সৰুবাইদেউ ৰমলা আৰু তাৰ পিছত মা-দেউতাৰ শেষৰ সন্তান মই— অনিলা। মই বাদে আমাৰ বাকী ভাই-ভনীবোৰে পুৰণা ঘৰতে জন্মিছিল। ৰাজবাড়ীৰ ওচৰতে থাকিব দিয়া ঘৰটোক আমি পুৰণা ঘৰ বুলিছিলো সিদিনালৈকে। ৰজা বাহাদুৰে মাক যে মাটি ডোখৰ দিছিল ঘৰ সাজিবৰ বাবে সেই মাটিডোখৰৰ ওপৰতে ঘৰ সজা হ'ল। পুৰণাঘৰ এৰি দাদা বাইদেউহঁতক লৈ মা-দেউতাই নতুন ঘৰলৈ আহিল। ৰেলষ্টেচন ওচৰতে বাবে আমি থকা অঞ্চলটোৰ নাম হ'ল ষ্টেচনপাড়া। এই নতুন ঘৰতে এবছৰ পাছত মোৰ জন্ম হ'ল। সেয়ে ডাঙৰ হৈ মই ধেমালীতে কৈছিলো— এইখন ঘৰত মোৰ জন্ম। গতিকে মা-দেউতাৰ অবৰ্তমানত জন্মস্বত্বত এইখন ঘৰৰ মালিক হ'ম, মই।

আমি পাঁচ ভাই-ভনী। মোৰ সৰুকালত দেউতাই বেছিভাগ দিন কলিকতাতে আছিল। কলিকতাৰ বালিগঞ্জ চাৰ্কুলাৰ ৰ'ডত থকা গৌৰীপুৰৰ ৰজাৰ পকিঘৰ এটা আছিল; এতিয়াও আছে। তাতে সময়ে সময়ে ৰজা বাহাদুৰে থাকিছিল গৈ। চিনেমাজগতৰ অন্যতম বাটকটিয়া প্ৰমথেশ চন্দ্ৰ বৰুৱা ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ প্ৰথম সন্তান। তেওঁৰ কৰ্মক্ষেত্ৰ কলিকতা হোৱা বাবে বেছিভাগ দিন স্ত্ৰী-পুত্ৰৰ সৈতে কলিকতাতে থাকিছিল। দেউতাই কলিকতাৰ ঘৰৰ প্ৰাইভেট চেক্ৰেট্ৰাৰী হৈ গ'ল। এজন কাম কৰা বয়সীয়াল দেছোৱালী মানুহ এজনৰ সহায়ত আমি পাঁচ ভাই-ভনীক লৈ মায়ে গৌৰীপুৰতে সংসাৰ চলাইছিল।

আমি ডাঙৰ হ'ব ধৰিলো। আমাৰ পঢ়া-শুনাত যাতে কোন প্ৰকাৰ বিঘিনি নহয় সেই ভাবি দেউতাই কলিকতাৰ ৰজাঘৰীয়া প্ৰাইভেট চেক্ৰেট্ৰাৰীৰ কাম এৰি গৌৰীপুৰৰ ল'ৰাৰ হাইস্কুল প্ৰতাপ চন্দ্ৰ ইন্‌চ্‌টিটিউতত কেৰাণীৰ কামকে ল'লে। দেউতাই সৰুকালত নিজৰ দেউতাকৰ মনোযোগ নোপোৱাত ঠিকমতে পঢ়া-শুনা কৰিব নোৱাৰিলে কাৰণে মনে মনে প্ৰতিজ্ঞা কৰিছিল — অশেষ কষ্ট স্বীকাৰ কৰি হ'লেও নিজৰ ল'ৰা-ছোৱালীক পঢ়ুৱাব। দেউতাৰ মনৰ এই দৃঢ়তাৰ বাবেই অভাৱ অনাটনৰ মাজতো ডাঙৰ বাইদেউ বাদে আমি চাৰিগৰাকী ভাই-ভনী স্নাতক হ'ব পাৰিছো। ডাঙৰ বাইদেউও স্নাতক হ'ব পাৰিলেহেঁতেন যদি আৰু কেইবছৰমান পিছত জন্মিলেহেঁতেন। গৌৰীপুৰত তেতিয়া ছোৱালীৰ

বাবে হাইস্কুল নাছিল। মজলীয়া স্কুল এটাই ছোৱালীবিলাকৰ পঢ়া-শুনাৰ সীমা আছিল। মজলীয়া স্কুল পাছ কৰাৰ পিছতে ছোৱালীবিলাকক বিয়া দিছিল বা ঘৰতে বহাই থৈছিল। আঙুলিৰ মূৰত গণিব পৰা কেইগৰাকীহে মাথোন ধুবুৰীত থাকি ছোৱালী হাইস্কুলত পঢ়ি মেট্ৰিক পাছ কৰাৰ সুযোগ আৰু সৌভাগ্য অৰ্জন কৰিছিল। আমাৰ ডাঙৰ বাইদেউ দেবলা দেউতাৰ অনুপ্ৰেৰণাত এনে সৌভাগ্যবতী সকলৰ এগৰাকী। ছোৱালীৰ বাবে ধুবুৰীত ছাত্ৰীনিবাস এটা আছিল। কিন্তু তাত ৰাখিব গলে আৰ্থিক বোজা এটা বাঢ়ে যি বোজা কোনমতে সংসাৰ চলোৱা আমাৰ দেউতাৰ কাৰণে গধূৰ আছিল। হোষ্টেলত ৰাখিলে অভিভাবকহীন কৰি ৰখাৰ চিন্তাও এটা বাঢ়ে। সেয়ে বাইদেউক মাৰ সৰুপেহীৰ ছোৱালী আমাৰ পিযুষমাহীৰ ঘৰত থকাৰ ব্যৱস্থা কৰা হৈছিল। বাইদেৱে দুবছৰ তাতে থাকি পঢ়িছিল। ইতিমধ্যে আমাৰ বৰদেউতাই স্কুলবিভাগৰ সহ পৰিদৰ্শক (D.I) হৈ ধুবুৰীলৈ বদলী হৈ অহাত তাতে থাকি বাইদেৱে লিখা পঢ়া কৰি মেট্ৰিক পাছ কৰিলে। পঢ়াৰ প্ৰতি দেউতাৰ আগ্ৰহ আছিল বাবেই বাইদেৱে মেট্ৰিকলৈকে পঢ়িব পালে। বাইদেউৰ কাৰণে তাৰ বেছি পঢ়াৰ সুযোগ নোলাল। ওচৰত কোনো কলেজ নাছিল। মেট্ৰিক দিয়াৰ লগে লগে ডাঙৰ বাইদেউৰ বিয়াও হৈ গ'ল। ল'ৰা-ছোৱালীৰ ভবিষ্যত, ল'ৰা-ছোৱালীৰ সুখ-স্বাচ্ছন্দ্য, শান্তিয়ে আছিল দেউতাৰ জীৱনৰ একমাত্ৰ লক্ষ্য। দাদাৰ শহুৰ আমাৰ আঁতে যতীন্দ্ৰ নাৰায়ণ নিয়োগীদেৱে দেউতাক কৰ্মবীৰ বুলি সদায় কৈছিল। দেউতাৰ জীৱনত বহুত ঘাত প্ৰতিঘাত আহিছিল। আমি অবুজ ল'ৰা-ছোৱালীবোৰে বয়সৰ দোষত বা নিজৰ সুখ সুবিধাৰ বাবে বহুত সময়ত দেউতাৰ ইচ্ছাক সন্মানিত নকৰি দুখ দিছিলো। দেউতাই মনত দুখ পাই ভিতৰি ভিতৰি বিচলিত হলেও নিজৰ কৰ্তব্য কৰি যোৱাত থমকি নৰৈছিল। কেতিয়াবা মৰ্মান্তিক দুখ পাইছিল, খঙো কৰিছিল; কিন্তু পিছত আকৌ নিজক সংযমিত কৰি নিজৰ পিতৃ-কৰ্তব্য পালন কৰি গৈছিল। শাসন আৰু চেনেহ দেউতাৰ মাজত এনেভাবে সন্মিলিত হৈছিল যে মাতকৈ আমি দেউতাকে বেছি ভাল পাইছিলো — যাৰ বাবে মায়ে খং কৰি আমাক বকিছিল — 'আঠুৰ ঘিলাখোৱা কালডিয়াৰ বংশধৰতো তহঁত। তহঁতে ক্ষমতাক হে ভাল পাব। সেয়ে বাপেককহে চিনি পাব — মাকক কেনেকৈ পাবি?' দেউতাৰ এজন পূৰ্বপুৰুষে হেনো প্ৰবল প্ৰতাপী হৈ ইচ্ছাৰ বিৰুদ্ধে যোৱা মানুহৰ আঠুৰ ঘিলা ভাঙি দিছিল।

দেউতাই মৰম আৰু শাসনৰ সমন্বয়ৰ মাজত আমাক ডাঙৰ কৰি

তোলাৰ দায়িত্ব লৈ ৰজাঘৰীয়া প্ৰাইভেট্ চেক্ৰেট্টাৰীৰ বাব এৰি স্কুলৰ সৰু কেৰাণী কামতে যোগ দিলে। কলিকতাত থকা বাবে দেউতাৰ মৰম পোৱাৰ পৰা প্ৰায় বঞ্চিত আছিলো। কেতিয়াবা মাৰ অসুখৰ চিকিৎসাৰ বাবে মায়ে কলিকতালৈ যাব লগা হ'লে নিচেই সৰু বুলি মোকো লগত লৈছিল। তেতিয়া দেউতাৰ কোলাত উঠি ফুৰাৰ সুখখিনি পাইছিলো। অকণ অকণ মনত পৰে— মায়ে মাৰিলে মই স্বাভাৱিকতে কান্দিছিলো। দেউতাই তেতিয়া মোক কোলাত লৈ বাহিৰত গৈ ইটো সিটো দেখুৱাই মোক শান্ত কৰিছিল। গতিকে এনে মৰমিয়াল দেউতাক সদায় ওচৰতে পাই বৰ ভাল লাগিছিল।

ল'ৰা-ছোৱালী ডাঙৰ হোৱা মানে খৰছো বাঢ়ে। দেউতাই যে কেনেকৈ চলাইছিল ভাবিয়ে নাপাওঁ। স্কুলৰ পঢ়া শেষ হোৱাত দাদাৰ কলেজত পঢ়াৰ খৰছো এটা বাঢ়িল। ডাঙৰ বাইদেউক বিয়া দিবৰ হ'ল। বিয়াবাৰুৰ যোগাৰতো খৰছ যথেষ্ট আছে। তাতে দ্বিতীয় মহাযুদ্ধৰ ক'লাবজাৰী পৰিবেশ। মুকলি বজাৰত বস্তু পোৱা নাযায়। বস্তুৰ নাটনিত দাম হৈ পৰে চৰা। দেউতাৰ নিচিনা দৃঢ়মনৰ মানুহে নাটনিৰ মাজতো, দুৰ্মূল্যৰ দিনতো আমাক কোনদিনে খোৱা লোৱাত কষ্ট নিদিলে। পিন্ধন-উড়ণৰ বিলাসীতাক দেউতাই প্ৰশ্ৰয় দিয়া নাছিল; কিন্তু খোৱা লোৱাত কোনদিনে কষ্ট নিদিলে। দেউতাতকৈ আমাৰ মামাৰ আৰ্জন বেছি আছিল। মামা আছিল হোমিওপ্যাথীৰ ডাক্তৰ। সেই সময়ত হোমিওপ্যাথী চিকিৎসাৰ খুব প্ৰচলন আছিল। মামাই বেছি টকা আৰ্জিলেও মামাহঁতৰ ঘৰতকৈ আমাৰ ঘৰলৈ খোৱাৰ লাগতিয়াল বস্তু বজাৰৰ পৰা বেছি আহিছিল; পাচি ওপচাই দেউতাই কিনি আনিছিল। আমাৰ মামীয়ে সেই দেখি অলপ ঈৰ্ষাও কৰিছিল আৰু খেদ্ প্ৰকাশ কৰিছিল যে মামাই নিজে বজাৰ নকৰাৰ বাবে চাকৰ-বাকৰে পইছা খোৱাৰ সুবিধা পায়; সেয়ে খৰছৰ তুলনাত বস্তু কম আহে।

ডাঙৰ দাদাই বি, এচ, চি পাছ কৰি স্কুলৰ চাকৰি কৰাৰ সময়ত খোৱা লোৱাৰ কষ্টত টান ধৰণৰ ৰক্ত-আমাশয় হ'ল। আমাশয় ভাল হলেও পেটৰ ভিতৰৰ নাৰীবোৰ উখহি পৰিল। বেচ টান নৰীয়াত পৰিল দাদাই। কলিকতাৰ বাহিৰে ভাল চিকিৎসাৰ আশা তেতিয়া অসমত কৰিব নোৱাৰি। দ্বিতীয় মহাযুদ্ধ তেতিয়া চৰম পৰ্য্যায় পাইছে। কলিকতাত নিতৌ বোমা পৰে। কলিকতাৰ পৰা বহু মানুহে ঘৰ দুৱাৰ এৰি আন নিৰাপদ ঠাইলৈ যাব ধৰিলে। নিৰ্ভীক দেউতাই সেই সময়ত অসুস্থ দাদাক সুস্থ কৰি

তুলিবৰ মানসেৰে কলিকতালৈ লৈ গ'ল; বোমাৰ আতংকক মনত ঠাই নিদিলে। পুত্ৰৰ কল্যাণ চিন্তাই আছিল দেউতাৰ একমাত্ৰ চিন্তা। দাদাক সুস্থ কৰিহে ওভতাই আনিলে।

সুস্থ হৈ উঠি দাদাই স্কুলৰ চাকৰি এৰি দি পুলিচ বিভাগত সোমাল দাৰোগা হৈ। ল'ৰা-ছোৱালীৰ ইচ্ছাত দেউতাই কোনদিনে বাধা আৰোপ কৰা নাছিল। এতিয়াও নকৰিলে। অভয়াপুৰীত শিক্ষকতা কৰি থাকোতে দেৱান যতীন্দ্ৰ নাৰায়ণ নিয়োগীৰ ডাঙৰ ছোৱালী সুজাতাক (বেবি) ভাল পালে আৰু বিয়া কৰাব বুলি দেউতাক জনালে। নবৌ বৰ শকত আছিল বাবে বংশ ৰয় নে নৰয় ভাবি আৰু ধনীঘৰৰ ছোৱালী দুখীয়া ঘৰত ক'ত চলিব পাৰিব আশংকা কৰি দেউতাই প্ৰথমতে মত দিয়া নাছিল। কিন্তু স্নেহপ্ৰৱণ দেউতাই ল'ৰা-ছোৱালীৰ ইচ্ছাক পৰাপক্ষত কেতিয়াও আওকাণ কৰা নাছিল। সেয়ে শেহত মত দিলে। দেউতাই পিতৃ-কৰ্তব্য যথাযথ পালন কৰিলে। দাদাৰ পৰা দেউতাই পিছে আশা কৰা মতে সুখ নাপালে। দাদাৰো যে দেউতাৰ প্ৰতি কৰণীয় কিছু আছে সেয়া দাদাই পাহৰিলে। অতি বেছি সৎপথত থকাৰ বাবে দাদাৰ আৰ্থিক দিশটো সদায় টনা-টনিৰ মাজতে গ'ল। সংসাৰ পাতি নিজৰ সৰু সংসাৰখনতে দাদা ব্যস্ত থাকিব লগা হ'ল। মা-দেউতা ভাই-ভনী কাৰো পিনে চাবৰ সময়ো নাথাকিল, সংগতিও নাথাকিল। এক কথাত দাদাৰ আচৰণবোৰ অলপ স্বাৰ্থপৰৰ নিচিনা হ'ল। ঘৰৰ ডাঙৰ ল'ৰা হিচাপে দায়িত্ব আৰু কৰ্তব্য পালনৰ পৰা বিমুখ থকা বাবে দেউতাৰ ক্ষোভ আমৃত্যু থাকি গ'ল। প্ৰথম সন্তানৰ পৰা পিতৃ-মাতৃয়ে বহুত আশা কৰে তাৰ ব্যতিক্ৰমত একৰকম অভিমান হয়। দাদাৰ ওপৰত দেউতাৰো এনে এক গোপন অভিমান আছিল। সেয়ে কোনদিনে দাদাৰ ওচৰত হাত নাপাতিলে। দুৰ্মূল্যৰ বজাৰতো নিজে যেনেকৈ পাৰিছিল চলাইছিল। দেউতাৰ দুৰ্দিনৰ একমাত্ৰ সহায় আছিল ডাঙৰ বাইদেউ — দেউতাৰ 'বৰ খুকী'। দেউতাই কাৰোবাৰ কথা শুনিছিল যদি সেয়া আমাৰ ডাঙৰ বাইদেউৰ। অৰ্থাৎ দাদা নামতহে দেউতাৰ প্ৰথম সন্মান — প্ৰকৃত ডাঙৰ সন্তান ডাঙৰ বাইদেউ।

ডাঙৰ বাইদেউক মেট্ৰিক দিয়াৰ লগে লগে দেউতাই বিয়া দিলে। এইখন বিয়া দেউতাৰ ইচ্ছাত হৈছিল। ডাঙৰ বাইদেউ ধুবুৰীত পঢ়োতে পিযুষ মাহীহঁতৰ ঘৰত থাকি পঢ়িছিল। পিযুষ মাহীহঁত শালকোচাৰ জমিদাৰ। মাহীৰ ভাই-শহুৰৰ ল'ৰা সুশীল মাধৱ বৰুৱাই বাইদেউক খুৰীয়েকৰ ঘৰত লগ পাইছিল আৰু পছন্দ কৰিলে। ল'ৰাৰ ইচ্ছাত

দেউতাক উকিল নীলমাধব বৰুৱাই বিয়াত মত দিবলৈ বাধ্য হ'ল। জমিদাৰ ঘৰৰ পৰা যেতিয়া প্ৰস্তাব আহিল — সকুৰে পৰা দাৰিদ্ৰ্যৰ মাজত থাকি কষ্ট পোৱা দেউতাই ভাবিলে ছোৱালীয়ে ধনী ঘৰলৈ বোৱাৰী হৈ গ'লে সুখত থাকিব পাৰিব। যি স্বাচ্ছন্দ্য দেউতাই অৰ্থাভাবত ল'ৰা-ছোৱালীক দিব পৰা নাই বুলি দুখ পাই আছিল — সেই স্বাচ্ছন্দ্য জমিদাৰৰ ঘৰত থাকি বাইদেৱে পাব বুলি আশা কৰি — ডাঙৰ বাইদেউৰ মতামতৰ বাবে অপেক্ষা নকৰি বিয়াৰ অহা প্ৰস্তাৱত সৰ্বান্তকৰণে সন্মতি দিলে। পিছে এই প্ৰস্তাৱত সন্মতি দি দেউতাই দুটা ভুল কৰিলে। প্ৰথমতে ল'ৰাৰ যোগ্যতা বিচাৰ কৰি নাচালে — যিটো সাধাৰণতে পিতৃসকলে কৰে। ডাঙৰ ভিনদেউৰ অন্তৰখন ভাল। পিছে জমিদাৰৰ ঘৰৰ ল'ৰা হোৱা বাবে, আৰামতে দিন কটোৱাত অভ্যস্ত। দায়িত্ব লোৱাত আছিল পিছপৰা। ভিনদেউৰ এই আৰামপ্ৰিয়, দায়িত্বহীন স্বভাৱৰ বাবেই বাইদেৱে আগলৈ বহুত কষ্ট স্বীকাৰ কৰি ল'ৰা পাঁচোটাক মানুহ কৰাৰ দায়িত্ব অকলে বহন কৰিব লগা হৈছিল। দেউতাৰ দ্বিতীয় ভুলটো হ'ল — সমানে সমানে সম্বন্ধ নকৰিলে যে ফল শুভ নহয় সেয়া নুবুজিলে। অৰ্থাভাৱত থকাজনে বিত্তশালীজনৰ পৰা প্ৰায় কথাতে অপমান পায়। দেউতাৰ ব্যক্তিত্বৰ বাবে দেউতাক অপমান কৰাৰ ধৃষ্টতা অৱশ্যে ডাঙৰ বাইদেউৰ শহুৰৰ নাছিল; কিন্তু বাইদেউক দুখীয়া ঘৰৰ পৰা অনাৰ বাবে এনে মনোভাৱৰ প্ৰকাশ কৰিছিল যেন বোৱাৰীৰ দেউতাকে ধন্য হ'ব লাগে, ঋণী হব লাগে। ডাঙৰ বাইদেউ যে সেইখন ঘৰত সুখী হ'ব পৰা নাই সেয়া দেউতাই উপলব্ধি কৰি মনত এক অনুশোচনা পুহি ৰাখিছিল। মানুহৰ যোগ্যতাৰ মাপকাঠি যে টকা নহয় — সেয়া ডাঙৰ বাইদেউৰ অসুখী বিবাহিত জীৱন চাই উপলব্ধি কৰিব পাৰিছিল। আৰু সেয়ে বাইদেউৰ প্ৰতি কৰ্তব্যবোধত দেউতাই বেছি সচেতন আছিল। নিজৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিবলৈ ডাঙৰ বাইদেউৰ প্ৰথম তিনিটা সন্তানৰ দায়িত্ব বুঢ়াবয়সলৈকে দেউতাই লৈছিল। যিখন ঘৰৰ জমিদাৰী আৱহাৱাত বিদ্যা শিক্ষাতকৈ মদ আৰু মাইকী মানুহক লৈ আমোদ কৰাৰ প্ৰাধান্য বেছি আছিল সেইখন ঘৰৰ বিষাক্ত, দূষিত আৱহাৱাৰ পৰা ৰক্ষা কৰিবলৈ ডাঙৰ বাইদেৱে নিজৰ ল'ৰাবোৰক দেউতাৰ অভিভাবকত্বত গৌৰীপুৰতে ৰাখি পঢ়া-শুনা কৰোৱাৰে পক্ষাপাতী আছিল। বাইদেউৰ প্ৰথম তিনিটা ল'ৰা — ৰবি, শংকৰ, শ্যামলক দেউতাই গৌৰীপুৰতে নিজৰ লগত ৰাখি স্কুলত পঢ়াইছিল। বাকী দুটাক ৰুদ্ৰ আৰু সমুদ্ৰক নিজৰ স্বাস্থ্য ভাঙি পৰাৰ বাবে কাষত ৰাখি পঢ়ুৱাব

নোৱাৰিলে। ইতিমধ্যে বাইদেউও জমিদাৰৰ ঘৰৰ ভূৱা মৰ্য্যাদাক আওকাণ কৰি স্কুলৰ চাকৰিত সোমাই নিজে সম্পূৰ্ণভাবে ল'ৰা দুটাৰ দায়িত্ব লৈ দেউতাক বুঢ়া বয়সত অলপ দায়মুক্ত কৰিব পাৰিলে। এই ডাঙৰ বাইদেউ দেউতাৰ আটাইতকৈ মৰমৰ সন্তান আৰু সংসাৰ সম্বন্ধে অভিজ্ঞা হৈ দেউতাৰ শেষ বয়সৰ পৰামৰ্শ দাতৃ।

ৰবি আছিল দেউতাৰ প্ৰথম নাতি আটাইতকৈ মৰমৰ। নাতিবোৰৰ মাজত থাকি দেউতাক বৰ আনন্দিত দেখিছিলো। খুব সম্ভৱ সেই দিনকেইটাই,দেউতাৰ জীৱনৰ আটাইতকৈ আনন্দৰ দিন। ৰবিৰ সৰুকালত দেউতাই ৰবিক কান্ধত লৈয়ে আজৰি সময়কণ অ'ত ত'ত ফুৰিছিল। শংকৰৰ জন্মৰ ঠিক আগে আগে ৰবিৰ বৰ বেয়া ধৰণৰ 'টাইফয়েড' হ'ল। বাইদেউ তেতিয়া ধুবুৰীত শহুৰৰ ঘৰত, আসন্ন প্ৰসবা। স্নেহশীল দেউতাই স্কুলৰ কামৰ পিছত সদায় ধুবুৰী গৌৰীপুৰ ট্ৰেনেৰে অহা যোৱা কৰি যিমানখিনি সময় পায় অসুস্থ ৰবিৰ যত্ন লৈছিল। আবেলি ৫ বজাৰ ট্ৰেনত ধুবুৰীলৈ গৈ ২/৩ ঘন্টা অসুস্থ দুই বছৰীয়া ৰবিক কোলাত লৈ যিমান পৰ পাৰে শুশ্ৰূষা কৰি ৰাতি ৯টাৰ ট্ৰেনেৰে গৌৰীপুৰলৈ উভতিছিল। ৰবিও হয় মাকৰ নহলে 'দাদু'ৰ (দেউতাক 'দাদু' বুলি মাতিছিল) কোলাৰ বাহিৰে আন কাৰো কোলাত নাথাকিছিল। সেই ২/৩ ঘন্টা ডাঙৰ বাইদেউ অলপ জিৰাব পাৰিছিল। মৰমহীন শহুৰ-শাহুৰেকৰ পৰা ডাঙৰ বাইদেৱে একো প্ৰত্যাশা নকৰিছিল। ৰবিৰ অসুখৰ মাজতে শংকৰৰ জন্ম হ'ল। দেউতাৰ ধুবুৰীলৈ যোৱাটো নিয়মিত হ'ল। কি অসীম দায়িত্ববোধ, কি ত্ৰুটিহীন কৰ্তব্যবোধ, কি স্নেহশীল অন্তঃকৰণ! দেউতাৰ নিচিনা ইমান নীৰব অন্তঃস্ৰোতা মৰমিয়াল পিতৃ আৰু কাকো দেখা নাই। মৰমৰ উচ্ছাস নাই, অথচ মৰম যে কিমান গভীৰ অনুভৱ কৰাজনেই গম পায়। স্নেহশীল দেউতাৰ কেইঘন্টাৰ উপস্থিতিয়ে ডাঙৰ বাইদেউক সিদিনাৰ বিপদৰ মুখামুখি হ'বলৈ সাহস জোগাইছিল। দেউতাৰ মনটোক আমাৰ পাঁচ ভাই-ভনীৰ ভিতৰত ডাঙৰ বাইদেৱে বেছিকৈ চিনি পাইছিল। সেয়ে আমাৰ সকলোতকৈ ডাঙৰ বাইদেউৰ দেউতাৰ প্ৰতি থকা শ্ৰদ্ধা বহুত বেছি গভীৰ।

আমিতো দেউতাৰ স্নেহ-ছায়াত ডাঙৰ হৈছোয়ে— এতিয়া ৰবি আৰু শংকৰৰ দায়িত্বও দেউতাই ল'লে। ৰবি আৰু শংকৰে আমাৰ গৌৰীপুৰৰ ঘৰত থাকি দাদু, দিদা, মাহীয়েকহঁতৰ মৰমৰ মাজত লিখা-পঢ়া কৰি ডাঙৰ হ'ব ধৰিলে। শেহৰ পিনে বাইদেউৰ তৃতীয় ল'ৰা শ্যামলো আমাৰ ঘৰত থাকি পঢ়িব ল'লে। ইতিমধ্যে সৰু বাইদেউৰ বিয়া হৈ গ'ল। মইও এম এ

পাছ কৰি বাহিৰত চাকৰি কৰি আছিলো। ৰবি শংকৰো কলেজ পালে। মোৰো বিয়া হৈ গ'ল। দেউতাৰ স্বাস্থ্যও ভাঙি পৰিছিল। অলপ শাসন আৰু চোকা দৃষ্টিৰ অভাৱত শ্যামলে বেয়া সংগত পৰি অলপ বিপথে যাব ধৰিছিল। দুৰাৰোগ্য বেমাৰত আক্রান্ত হৈ চিকিৎসাৰ বাবে দেউতাই ডিব্রুগড়ত ডাঃ দাদাৰ লগত থাকিব লগা হ'ল। বাইদেউৰ সৰু দুটা ল'ৰাৰ দায়িত্ব দেউতাই আৰু ল'ব নোৱাৰিলে। প্রয়োজনো নাছিল। ইতিমধ্যে বাইদেৱে জমিদাৰীৰ ভুৱা মর্য্যাদাৰ মূল্য নিদি এম, ই, স্কুল এখনৰ চাকৰিত সোমাল। শান্তিৰে থাকিব নিদিয়া শহুৰৰ ভিঠা এৰি বেলেগ মাটিত নিজা ঘৰ এটা বনাই ল'লে। শালকোচাত হাইস্কুল এটাও স্থাপিত হ'ল। সেয়ে অসুস্থ, বৃদ্ধ দেউতাক দায়িত্বৰ পৰা মুক্ত কৰি ল'ৰাবোৰৰ সম্পূর্ণ দায়িত্ব বাইদেৱে ল'লে।

তেনেই সৰুতে মাক মৰা দেউতাই নিজৰ পিতৃৰ দায়িত্বহীনতাত ক্ষুব্ধ হৈছিল আৰু পিতৃ হিচাবে দায়িত্ব কেনেকৈ পালন কৰিব লাগে পৰলোকগত পিতৃক দেখুৱাই দিছিল। বাইদেউৰো সন্তানৰ প্রতি থকা কর্তব্যবোধ আৰু পালন কৰা দায়িত্বৰ শেষখিনি দেউতাই চাব পাৰিলে যে কিমান সুখ পালেহেতেন — কৈ বুজাব নোৱাৰি। দেউতা আছিল অযোগ্য পিতৃৰ যোগ্য সন্তান আৰু ডাঙৰ বাইদেউ যোগ্যপিতৃৰ যোগ্যকন্যা।

আজি আমি নিজৰ ভৰিত থিয় দি চলিব পৰা হৈছো। তাৰ বাবে দেউতা আমাৰ নমস্য আৰু অতীব শ্রদ্ধাৰ। মানুহ দেৱতা নহয়। ভুল ভ্রান্তি হোৱাটো স্বাভাৱিক। পিছে দেউতাৰ বৰগুণিৰ তুলনাত দেউতাৰ ভুল, ক্রটিখিনি অতি তুচ্ছ; সেয়া পাহৰিব পৰা বিধৰ। দেউতা আজি আমাৰ মাজত নাই। কিন্তু দেউতাৰ ব্যৎসৰিক শ্রাদ্ধত যেতিয়া আমি পাঁচভনীয়ে লগ লাগি পুৰোহিতৰ মন্ত্রৰ লগে লগে প্রার্থনা কৰো, সেৱা কৰো প্রয়াত আত্মাক আৰু উচ্চাৰণ কৰো শ্রদ্ধা মন্ত্র—

'পিতাঃ স্বৰ্গঃ পিতাঃ ধর্মঃ, পিতাহি পৰমং তপঃ
পিতৰি প্রীতিমাপনে প্রীয়ন্তে সর্বদেবতাঃ'

তেতিয়া ঐকান্তিক বিশ্বাসেৰে সেই মন্ত্র কিমান যে সঁচা অনুভৱ কৰো।

অকল দেউতা নহয়। দেউতাৰ মাজত আমাৰ সত্বাও বিলীন হৈছে। সেয়ে দেউতাৰ প্রসংগ লিখোতে আমি দেউতাৰ পাঁচোটি সন্তানো আলোচনাত ঠাই পাইছো।

দেউতাৰ জীৱনৰ লগত জড়িত দাদা আৰু ডাঙৰ বাইদেউৰ কথা আগতে আলোচনা কৰিছো। এতিয়া সৰু দাদাক লৈ দেউতাৰ জীৱনত কি

ঘটি গ'ল— সেয়া অলপ আলোচনা কৰো।

আমাৰ ভিতৰত সৰু দাদা আছিল আটাইতকৈ চোকা। এইজন ল'ৰাক লৈ দেউতাৰ বৰ আশা আছিল। কিন্তু ভাদমহীয়া সৰু দাদাৰ জীৱনত বহুত ঘাত-প্ৰতিঘাত-সমস্যা উপস্থিত হৈছিল— যাৰ বাবে দেউতাইও বৰ অশান্তি পাই আছিল।

দ্বিতীয় মহাযুদ্ধৰ মাজতে সৰু দাদাই মেট্ৰিক পাছ কৰিলে। কিন্তু পইছাৰ অভাৱত দেউতাই সৰু দাদাক একেখন ভাল কলেজত ৰাখি পঢ়াব নোৱাৰিলে। অধুনা বাংলাদেশৰ ৰংপুৰত আৰু কলিকতাত কিছুদিন পঢ়ি শেহত কটন কলেজত পঢ়ি আই, এচ, চি পাছ কৰিলে। সৰু দাদাৰ ইচ্ছা আছিল ডাক্তৰী পঢ়াৰ। পিছে দেউতাৰ অৰ্থাভাৱৰ বাবে এবছৰ পঢ়া বাদ দি যুদ্ধৰ ৰচদ যোগোৱা কোম্পানী এটাত চাকৰি কৰি অলপ টকা-পইছা সাঁচি পিছৰ বছৰ ডিব্ৰুগড়ৰ বেৰি হোৱাইট মেডিকেল স্কুলত নাম লগালে। তেতিয়া অসমত মেডিকেল কলেজ নাছিল। দেউতাই সৰু দাদাৰ পঢ়াত সাধ্যৰ অতীত সহায় কৰিলে। সেয়া আছিল দেউতাৰ পিতৃ-কৰ্তব্য। ৰাজবাড়ীৰ পৰা পুতেকৰ পঢ়া-খৰছৰ বাবে জলপানি পোৱাৰ ব্যৱস্থা কৰিলে। বহুত চেষ্টা কৰি এই ব্যৱস্থা কৰিছিল। সৰু দাদাই যেতিয়া মেডিকেল স্কুল পাছ কৰি নতুনকৈ স্থাপিত মেডিকেল কলেজত Condensed course কৰিব ধৰিলে, ডেকা বয়সৰ দোষত তেতিয়া প্ৰেমত পৰি সৰু নবৌক বিয়া কৰাবলৈ বাধ্য হ'ল। সেই মৰ্মে এদিনাখন দেউতাৰ নামত চিঠি এখন আহিল। সেই চিঠি পঢ়ি কৰ্মনিষ্ঠ সংযমী পুৰুষ দেউতাৰো সংযম হেৰাই গ'ল। আমাক তেওঁৰ দৃঢ় মত জনাই দিলে। সৰু দাদাৰ লগত সকলো সংশ্ৰব ছিঙি দিলে; আৰু আমাক সতৰ্ক কৰি দিলে আমি যেন তেওঁৰ আগত সৰু দাদাৰ নাম কোনদিনে নলও। দেউতাৰ চেনেহৰ মূল্য সৰু দাদাই ৰাখিব নোৱাৰিলে বাবে দেউতাৰ অভিমানতো লাগিল; আত্ম-সন্মানতো লাগিল। অচিনাকী বেলেগ ধৰ্মী (নবৌহঁত ব্ৰাহ্ম আছিল) ছোৱালী এজনীক বিয়া কৰাবৰ বাবে সিমান আঘাত পোৱা নাই; কিন্তু পঢ়া-শুনা শেষ নকৰাকৈয়ে সংসাৰ পতাৰ বাবে দেউতাৰ খং উঠিল। বহুত চেষ্টা কৰি দুৰ্মূল্যৰ বজাৰত ৰজাঘৰীয়া জলপানি এটাৰ ব্যৱস্থা কৰিছিল। সেই জলপানী বন্ধ হোৱাৰ আশংকা হ'ল। দুনাই চেষ্টা কৰি জলপানিৰ ব্যৱস্থা কৰাৰ মুখ নাথাকিল।

দেউতাৰ মত নাপাইও সৰু দাদাই অকলে বন্ধু-বান্ধৱক লৈয়ে ডিব্ৰুগড়ত বিয়াখন পাতিলে। আমি হাঁহিয়াতৰ পাত্ৰ হ'লো। সমাজত

মাক-বাপেকৰ অমতত অসবৰ্ণ বিয়া হ'লে এতিয়াও বহুত সমালোচনা হয়। আৰু ৪০ বছৰ আগৰতো প্ৰশ্নই নাই।

কিমান কষ্ট স্বীকাৰ কৰি সৰু দাদাই সংসাৰ চলালে, পঢ়া-শুনা চলাই থাকিলে, M.B.B.S. ডিগ্ৰী লাভ কৰিলে, সেয়া সৰু দাদাৰ কথা।

সৰু দাদাৰ বিয়া সংক্ৰান্তত দেউতাই বৰ আঘাত পাইছিল। কিয়নো সৰু দাদাৰ প্ৰতি এটা বিশ্বাস আছিল যে সি জীৱনত কিবা এক বিশেষ ধৰণৰ উন্নতি কৰিব পাৰিব। দেউতাৰ বুকুৰ জখম আনে বুজিব নোৱাৰিলে। ডাঙৰ নবৌৰ দেউতাকে এইসময়ত দেউতাক সান্ত্বনা দিছিল — 'আপুনিতো কৰ্মবীৰ। আপুনিতো কেতিয়াও কৰ্তব্যত শিথিলতা নেদেখুৱায়। আপোনাক কি পৰামৰ্শ দিম?'

আহত দেউতাই কিছুদিন পিতৃ-কৰ্তব্যত শিথিলতা দিছিল। কিন্তু কৰ্তব্যনিষ্ঠ দেউতাই আকৌ সকলো পৰিবেশ সহজ, স্বাভাৱিক কৰি তুলিলে। সৰুদাদাক ক্ষমা কৰিলে, সৰু নবৌক বোৱাৰীৰ মৰ্য্যাদা দি গ্ৰহণ কৰিলে। সৰু নবৌৰ মনতো যদি কিবা ভুল ধাৰণা আছিল দেউতাৰ মৰমৰ সান্নিধ্যত আহি সেই ভুল ধাৰণা আঁতৰিল। দেউতাৰ উদাৰ আচৰণৰ মাজত স্বস্তি বিচাৰি পালে। দেউতাৰ প্ৰতি সহজাত শ্ৰদ্ধাত মূৰ দোৱালে।

সৰু নবৌ আমাৰ ঘৰত বোৱাৰীৰ পদমৰ্য্যাদাৰে প্ৰৱেশ কৰাৰ আগতে সৰু বাইদেউও আমাৰ ঘৰৰ পৰা বিয়া হৈ ওলাই গ'ল। আমাৰ পাঁচ ভাই-ভনীৰ ভিতৰত তাই আছিল আটাইতকৈ সৰল, আজলী। সেয়ে সৰু বাইদেৱে সংসাৰ কেনেকৈ কৰিব সেই ভাবি দেউতাই চিন্তা কৰিছিল। সংসাৰৰ তিতা-কেঁহা অভিজ্ঞতা সৰু বাইদেৱে সহজভাবে ল'ব পাৰিব নে নাই সেই সম্বন্ধে দেউতাৰ বৰ চিন্তা আছিল। সৰু বাইদেউৰ বিয়াখনো প্ৰেমৰ ফল। জাত-পাত মিলা বাবে, পৰিচিত ঘৰ বাবে দুয়ো পক্ষৰ অভিভাৱকৰ অমত নহ'ল। অভিভাবকৰ মধ্যস্থতাত বিয়াখন হ'ল।

মই মা-দেউতাৰ শেষ সন্তান। মোৰ প্ৰতি দেউতাৰ চেনেহৰ সীমা নাছিল। মোৰ ওপৰত এক বিশেষ ধৰণৰ আস্থাও আছিল, মই বুদ্ধিত অলপ চোকা আছিলো বাবে। ডাঙৰ বাইদেউক দেউতাই আটাইতকৈ বেছি মৰম কৰিছিল। কিন্তু সেই মৰমৰ মাজত প্ৰশ্ৰয় নাছিল— আছিল একধৰণৰ নিৰ্ভৰশীলতা। মোৰ প্ৰতি আছিল চেনেহৰ প্ৰশ্ৰয়। কোনো বিষয়তে মোক হকা-বাধা নকৰিছিল। মই খেল-ধেমালিত বেছি সময় নষ্ট কৰিলেও একো নকৈছিল; কিয়নো মোৰ বুদ্ধি-বৃত্তিৰ প্ৰতি এক উচ্চধৰণৰ আস্থা আছিল। সেয়ে ধৰি লৈছিল — বেছি নপঢ়িলেও মই ভালদৰেই

পৰীক্ষাবোৰত কৃতকাৰ্য হ'ম। এটা ঘটনাই মোৰ প্ৰতি দেউতাৰ আস্থা আনি দিছিল। আদা-নিমখ খাই পৰীক্ষাৰ আগত পঢ়াৰ অভ্যাস মোৰ নাই। মই আছিলো নিয়মিত পঢ়ুৱৈ। শ্ৰেণীত মইয়ে এক নম্বৰত থাকো। কিমান সহজভাবে একো কষ্ট নকৰাকৈ মই প্ৰাথমিক বৃত্তি পৰীক্ষা দিলো, বৃত্তি পালো, দেউতা সেয়া ভালদৰেই জানে; সেয়ে মোৰ বৃত্তি পোৱা ঘটনাটো লৈ দেউতাৰ আস্থাভাজন হ'লো। মোৰ এই বুদ্ধি-বৃত্তিৰ কাৰণেই নেকি দেউতাৰ পৰা বৰ প্ৰশ্ৰয় পাইছিলো। এই প্ৰশ্ৰয় পোৱাৰ বাবেই নেকি পঢ়া-শুনাৰ বাহিৰেও আন বিষয়তো নাম কৰিব পাৰিছিলো। খেল-ধেমালিতো নাম আছিল। মোৰ তজবজীয়া খেলুৱৈ স্বভাৱটো দেউতাৰ প্ৰশ্ৰয়তে গঢ় লৈছিল। মোৰ প্ৰকৃতিটো যে অলপ ল'ৰা যেন আছিল তাৰ বাবে দেউতাৰ বৰঙণি বহুতো। গছত উঠা, চাইকেল চলোৱা এইবোৰ কামত দেউতাই মোক খুব উৎসাহ দিছিল। দাদাৰ পিছত ডাঙৰ বাইদেউ, ডাঙৰ বাইদেউৰ পিছত সৰু দাদা, সৰু দাদাৰ পিছত সৰু বাইদেউ। এনে ক্ৰম অনুসৰি দেউতাই মোৰ জন্মৰ আগত মই ল'ৰা হ'ম বুলিয়ে বোধকৰো আশা কৰিছিল। ছোৱালী হৈ জন্মিলেও সেয়ে দেউতাই মোক ল'ৰা সন্তানৰ নিচিনাকৈ বাঢ়ি যোৱাটোকে ইচ্ছা কৰিছিল; আৰু মোৰ মাজত ল'ৰাৰ স্বভাৱকণ চাবলৈয়ে ভাল পাইছিল। মোৰো স্বভাৱটো ল'ৰা যেন হ'ল। আন ছোৱালীবোৰৰ নিচিনা পুতলা লৈ দ'ৰা-কইনা খেলাৰ মোৰ প্ৰবৃত্তি নহ'ল। তাৰ পৰিবৰ্তে মাৰ্বল খেলতে মোৰ নিচা বেছি হ'ল।

আটাইতকৈ সৰু হোৱাৰ কাৰণেই নে কি বহুত কথাত দেউতাই মোক প্ৰশ্ৰয় দিছিল। অকল প্ৰশ্ৰয় দিয়াই নহয়, মোৰ কিছুমান কাম আনৰ চকুত বেয়া লাগিলেও দেউতাই মোক সমৰ্থন কৰি মোৰ মনৰ জোৰ বঢ়াইছিল। সাধাৰণ হ'লেও এটা কথা মনত পৰে আৰু দেউতাই যে তেওঁৰ মৰমৰ ডেউকাৰে আমাক বাহিৰৰ দুৰ্যোগৰ পৰা আগুৰি ৰাখিব খোজে তাৰ উমান পাওঁ।

গছত উঠিব মই বৰ ভাল পাইছিলো, বিশেষকৈ ঘৰৰ লগতে লগোৱা গছ হ'লে গছ বগাই ঘৰৰ টিনৰ চালত উঠি এটা কৃতিত্বসূচক আনন্দ পাইছিলো। ওচৰৰে মাহী এগৰাকীৰ ঘৰত এদিনাখন কৰৈৰ গছ বগাই টিনৰ চালত উঠাৰ পিছত মোৰে সমনীয়া মাহীৰ ছোৱালী অপুকো টিনৰ চালত উঠিবলৈ সহায় কৰিছিলো। নমাৰ সময়তহে হাহাকাৰ এখন হ'ল। মইতো চালৰ পৰা অনায়াসে গছ বগাই নামিলো। তাই নমাৰ সময়ত ভয়তে চিঞৰ-বাখৰ লগালে। তাইৰ চিঞৰত ঘৰতে কাম কৰা বয়সীয়াল

লগুৱা এজন গছৰ ওপৰত উঠি অৱশেষত তাইক নমালে। মই বুজি পাইছিলো আজি কিছুমানে মোক এহাত ল'ব! মাহীতো বকিলেই; মাহীৰ শাহুয়েও বকি বকি পাড়াটোত মোৰ অপকীৰ্তি জনাই দিলে। মাহীৰ শাহুয়ে প্ৰায় মোক মোৰ এনে চঞ্চলমতি ল'ৰা স্বভাৱৰ বাবে পাৰে মানে গালি পাৰিছিল। তেওঁৰ মানত মই বৰ তেলেং তেলি — অৰ্থাৎ উদ্ভট চঞ্চল। মাহীহঁতৰ ঘৰ আৰু আমাৰ ঘৰৰ মাজত মামাহঁতৰ ঘৰ। গতিকে মামীয়ে কথাটো গম পালে; আৰু মামীয়ে জনা মানে মায়ে জনা। ঘৰত সোমোৱাৰ লগে লগে মায়ে মোক গালি পাৰিব ধৰিলে। দেউতাই শুনি মোৰফলীয়া হৈ মোক আনৰ বকনিৰ পৰা ৰক্ষা কৰিলে। দেউতাই কৈছিল— বেচ্ কৰিছে, গছত উঠিছে। কোনোবাই নোৱাৰে যদি কিয় গছত উঠিব গৈছিল?' মোৰ আত্ম-বিশ্বাস বাঢ়ি গৈছিল এয়া জানি যে সঁচাকৈয়ে মই একো বেয়া কাম কৰা নাই। সেয়া আছিল মোৰ প্ৰাণৱন্ত শৰীৰৰ প্ৰকাশ, মোৰ খেলসুলভ মনোবৃত্তিৰ প্ৰকাশ।

দেউতাৰ বাবেই মায়ে অকল মোক নহয়, আমাৰ পাঁচ ভাই-ভনীক একো টান কথা ক'ব নোৱাৰিছিল। মায়ে যি ক্ষেত্ৰত আনৰ উচটনিত আমাক গালি পাৰিছিল, দেউতাই সেই ক্ষেত্ৰত আমাক আগুৰি ৰাখিছিল। দুটা এটা দুষ্টালিৰ বাহিৰে আমি যে একো বেয়া কাম নকৰো, আমাৰ ওপৰত দেউতাৰ সেই বিশ্বাস আছিল। সৰুবোৰ মৰমৰ বশ। সেয়ে আমি পাঁচ ভাই-ভনীয়ে হয় নহয় শাসন কৰিব খোজা মাতকৈ দেউতাক বেছি ভাল পাইছিলো, মাতকৈ দেউতাৰ বেছি বাধ্য আছিলো। মাৰ 'সেয়ে আমাৰ ওপৰত বৰ খং। খং উঠিলে প্ৰায়ে কৈছিল— 'তহঁতে মাকক কিয় ভাল পাবি? তহঁতে পিতৃভক্ত পৰশুৰামৰহে বংশধৰ।'

দেউতাৰ মৰম, দেউতাৰ প্ৰশ্ৰয় পিছে শাসনমুক্ত নহয়। প্ৰয়োজনত দেউতাই কঠোৰ হ'বও জানিছিল — যাৰ বাবে দেউতাক আমি সমীহ্ কৰি চলিছিলো, পৰাপক্ষত দেউতাৰ অবাধ্য নহৈছিলো। আৰু সেয়ে দেউতাৰ পৰা স্বাধীনতা পালেও আমি উচ্ছৃঙ্খল নহলো।

দেউতাৰ তিনিবছৰ বয়সত মাক ঢুকাইছিল। কানিত আসক্ত পিতৃয়ে ল'ৰা দুটাৰ একো যত্নয়ে নল'লে — কি পঢ়া-শুনা, কি খোৱা-লোৱা, কি পিন্ধন-উড়ণত। এক কথাত জন্মদাতাৰ ভূমিকাহে লৈছিল, পালনকৰ্তা পিতৃৰ কৰ্তব্যত হেমাহি দেখুৱাইছিল। আমাৰ দেউতাই পিতৃ হৈ পিতৃ-কৰ্তব্য কি সেয়া পৰলোক গত পিতৃক বুজাব খুজিছিল। যদি পৰলোকী আত্মাৰ চাব পৰা ক্ষমতা থাকে, নিশ্চয় চাব পাৰিছিল আৰু হয়তো লাজো

পাইছিল নিজৰ ত্ৰুটিৰ বাবে।

দেউতা মাটিৰ মানুহ নাছিল। এক আশ্চৰ্য্য ব্যক্তিত্ব সম্পন্ন পুৰুষ আছিল। মাক-দেউতাকে ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঢ়ি উঠাত সহায় কৰে। দেউতাইতো সেই সহায় তেখেতৰ দেউতাৰ পৰা পোৱা নাছিল! মাকৰ পৰা পোৱাৰতো প্ৰশ্নই নাছিল দেউতাৰ মাত্ৰ তিনি বছৰ হওঁতে মাক ঢুকাইছিল বাবে। তেনেহ'লে ক'ৰপৰা দেউতাই অটল ব্যক্তিত্ব, অসামান্য আত্ম-সন্মানবোধ, দৃঢ় মনবলৰ অধিকাৰী হ'বৰ সমল পালে — ভাবি আচৰিত হওঁ। দেউতাৰ এই অসামান্য আত্ম-সন্মানবোধে দেউতাক ৰজাঘৰীয়া সা-সুবিধাৰ প্ৰত্যাশী হৈ ভিখাৰী মনোবৃত্তি গঢ়ি উঠাৰ পৰা আঁতৰত ৰাখিছিল। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাদেৱে কোৱাৰ নিচিনা — 'এই এজন মানুহ দেখিলো শত অভাৱ থাকিলেও মোৰ পৰা কোনোদিন কোনোবস্তু, কোনো সুবিধা নিবিচাৰিলে।' দেউতাৰ আত্মসন্মানবোধ ইমান ওপৰৰ স্তৰত আছিল যে দেউতাই কেতিয়াও আনৰ ঘৰত এনেকি শহুৰ সম্পৰ্কীয় ঘৰতো ৰাতি বাস নকৰিছিল বা নিমন্ত্ৰণ খাবলৈ নগৈছিল। আমাৰ ঘৰৰ লগতে লগা মামাহঁতৰ ঘৰত ইটো-সিটো উপলক্ষে নিমন্ত্ৰণ থাকিলে আমি গলেও দেউতাৰ ভাত সাজি আমাৰ ঘৰতে দি গৈছিল। দেউতাৰ স্বভাৱ জানে বাবে মামাহতেও বেয়া নাপাই দেউতাৰ এনে আচৰণ স্বাভাৱিক বুলি ধৰি লৈছিল। দেউতাৰ অটল ব্যক্তিত্বৰ ওচৰত মামাহতে বেছি অনুৰোধ কৰিবলৈ দ্বিধাবোধ কৰিছিল। ৰজাঘৰত বিয়া বাৰু উপলক্ষে দেউতাৰ প্ৰতি গভীৰ বিশ্বাস থকা বাবে দেউতাৰ ওপৰত দায়িত্ব পৰে ভঁৰাল চম্ভালাৰ। গোটেই দিনৰাতি দেউতাই ভঁৰাল ৰখিব, কেইকাপমান শুদা চাহ খোৱাৰ বাহিৰে কোনো একপদ বস্তু কোনেও দেউতাক খুৱাব নোৱাৰে। অথচ আমি জনাত ৰজাৰ ভাগিনজনক ভঁৰাল ৰখাৰ দায়িত্ব দিলে — সেই ভঁৰালৰ পৰা বিধে বিধে মিঠাই খোৱা বস্তু ভাগিনৰ ল'ৰা-ছোৱালীবোৰে ঘন ঘন খোৱাৰ উপৰিও ঘৰতো চালান যায়। দেউতাৰ এই সৎ প্ৰকৃতিটো তেওঁৰ সহ্য নহয়। এবাৰ তেওঁ দেউতাক মিছা অপযশ দিব বিচাৰিলে। সেই বেলি ৰজা-বাহাদুৰৰ দ্বিতীয় ল'ৰা অসমৰ নাম কৰা চিকাৰী প্ৰকৃতিশ বৰুৱাৰ (যাক আমি লালজী মামা বুলি মাতো) ছোৱালীৰ বিয়া। দেউতাৰ বাহিৰে আমি কোনোৱে গৌৰীপুৰৰ ঘৰত নাছিলো। শ্বিলঙত ডাঙৰ দাদাৰ ঘৰলৈ ফুৰিবলৈ গৈছিলো। দেউতাৰ ওপৰত পৰিল ভঁৰাল চম্ভালাৰ দায়িত্ব। বয়স হৈ অহাত অনাহাৰে থাকি কাম কৰাত কষ্ট হয় বাবে দেউতাই আপত্তি কৰিছিল যদিও 'চাহেব ভিন্সী'

ভঁৰালত নাথাকিলে নচলিব বুলি জোৰ দিয়াত দায়িত্ব ল'বলৈ বাধ্য হ'ল। দেউতাৰ প্ৰতি থকা ইমান গভীৰ বিশ্বাস ৰজা বাহাদুৰৰ ভাগিনৰ সহ্য নহ'ল। দেউতাক হেয় প্ৰতিপন্ন কৰিবৰ বাবে তেওঁ এটা বেয়া বুদ্ধি পাঙিলে। আমি কোনো নথকা ঘৰখনত মাছ পঠিৱাই দিলে। কাম কৰা ল'ৰাটোয়ে নুবুজি ৰাখিলে। আমি কোনো নথকা ঘৰখন এবাৰ চাই যাবলৈ দেউতাই আহিল; আৰু মাছৰ কথা গম পাই খঙত অগ্নিশৰ্মা; ৰাজবাড়ীত মাছটো ওভতাই পঠাইও ক্ষান্ত নহ'ল; অপমানিতবোধ কৰি বিয়াঘৰৰ দায়িত্বৰ পৰাও অব্যাহতি বিচাৰিলে। লালজী মামাই নিজৰ পেহীয়েকৰ ল'ৰাৰ কু-মতলব বুজি পাই ভায়েকৰ হৈ ক্ষমা ভিক্ষা কৰাৰ পিছতহে বিয়াখন নোহোৱালৈকে ভঁৰালৰ দায়িত্ব দেউতাই চম্ভালিলে। অভাৱত স্বভাৱ নষ্ট হয় বুলি কয়। শত অভাৱৰ মাজত থাকিও দেউতাৰ স্বভাৱতো নষ্ট নহ'ল।

দেউতাৰ মনোবলৰো তুলনা নাই। নিজৰ দেউতাকৰ পিতৃ-কৰ্তব্য পালনত শিথিলতা উপলব্ধি কৰি মনে মনে প্ৰতিজ্ঞা কৰিছিল নিজৰ ল'ৰা-ছোৱালীবোৰে যেন কেতিয়াও সেই অভিযোগ তুলিবৰ সুযোগ নাপায়। মনৰ এই দৃঢ়তাৰ বাবেই অতি সাধাৰণ চাকৰি এটা কৰিও, অভাৱৰ মাজত থাকিও আমাক নিজৰ ভৰিত থিয় দিব পৰাকৈ শিক্ষিত কৰি তুলিছিল। দেউতাক আমি এইখিনি শান্তি, এইখিনি আনন্দ দিব পাৰিছিলো যে আজি নিচেই কম বুদ্ধিৰ হৈ জন্মগ্ৰহণ নকৰিলো। দেউতাই বিচৰামতে আমি শিক্ষালাভ কৰি অৰ্থনৈতিক আত্মনিৰ্ভৰশীলতাৰ গৰাকী হ'ব পাৰিলো, প্ৰয়োজনত নিজৰ ভৰিত থিয় দি জীৱন অতিবাহিত কৰিব পৰাৰ সামৰ্থ্য লাভ কৰিব পাৰিলো।

দেউতাৰ দৃঢ় মনোবলৰ উজ্জ্বল উদাহৰণ দেউতাৰ জীৱনৰ শেষ দিন কেইটাৰ মাজতো স্পষ্ট হৈ উঠিছিল। চিকিৎসা বিজ্ঞানে পৰাজয় বৰণ কৰা কালব্যাধি কৰ্কটৰোগত দেউতা আক্ৰান্ত হৈছিল। এইৰোগ হোৱা মানে চিকিৎসাৰ মাধ্যমত শত চেষ্টা কৰিলেও দিনে দিনে মৃত্যুৰ পিনে আগুৱাই যোৱা। সাময়িকভাৱে যমদূতক অপেক্ষাৰত কৰাবৰ বাবে ৰঞ্জন ৰশ্মিৰে চিকিৎসা কৰোৱাটোকে আছিল একমাত্ৰ সান্ত্বনা। সৰু ককাইদেউ ডাক্তৰ। ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত চাকৰি কৰি আছিল। দেউতাক লগত ৰাখি 'ৰে' দিয়াব ধৰিলে। কিছুদিন অলপ ভাল পালে। গৌৰীপুৰৰ ঘৰলৈ ঘূৰি আহিল। কেইমাহমান পিছত আকৌ বেমাৰটো শৰীৰত বিস্তাৰ লাভ কৰিব ধৰিলে। ডিব্ৰুগড়লৈ গৈ আকৌ 'ৰে' ল'ব লগা হ'ল। এইবেলি

কেইটামান দিন 'ৰে' লোৱাৰ পিছত হঠাতে এক্সৰে মেচিনটো বেয়া হ'ল। এনেধৰণৰ চিকিৎসা আধৰুৱা হোৱাটো অতি বেয়া। সৰু ককাইদেৱে বিচলিত হৈ পৰিছিল। অৰ্থাভাৱত বাহিৰত লৈ যাবলৈও নোৱাৰিছিল। মৰণোন্মুখী বেমাৰী হৈও দেউতাই বিমৰ্ষ সৰু ককাইদেউক সান্ত্বনা দিছিল, মন ডাঠ কৰি কৈছিল— 'চিন্তা কৰিছ কিয়? মা-দেউতা জানো সদায়ে থাকে?' বহুত বেমাৰীক দেখিছো— মৰণ ওচৰ চাপিলে জীয়াই থাকিবৰ বাবে আকুল হৈ উঠে। দেউতাৰ এনে আকুলতা নাছিল। ধীৰ মনেৰে নিজৰ মৃত্যুক আদৰি লৈছিল। মনোবলৰ দৃঢ়তা নাথাকিলে এনে আচৰণ সম্ভৱ নহয়।

মাক-দেউতাকক কোনে মৰম নকৰে, কোনে শ্ৰদ্ধা নকৰে? নিজৰ মাক-দেউতাকক সকলোৱে আনৰ মাক-দেউতাকৰ তুলনাত শ্ৰেষ্ঠ বুলি ভাবে। মায়ে অভিযোগ কৰাৰ নিচিনা আমি মাক নিচিনো, অকল দেউতাকহে চিনো। সঁচাকৈয়ে দেউতাক আমি খুব ভাল পাইছিলো খুব শ্ৰদ্ধা কৰিছিলো; আৰু আমাৰ দেউতাৰ নিচিনা দেউতা কাৰো নাই বুলি গৰ্ব কৰিছিলো। নিৰপেক্ষভাবে বিচাৰ কৰিলে সঁচাকৈয়ে আমাৰ দেউতা আন বহুত দেউতাতকৈ বহুগুণে শ্ৰেষ্ঠ। দেউতাক আমি দেৱতা বুলি নকওঁ; কিন্তু মানুহ হিচাবে যিবোৰ শ্ৰেষ্ঠগুণ থাকিলে মানুহে-দেৱতাৰ আসন লাভ কৰে সেয়া আমাৰ দেউতাৰ আছিল। অনুকূল পৰিবেশৰ মাজত থাকি দেউতাই ডাঙৰ হোৱা নাই। বহুতো ঘাত-প্ৰতিঘাতৰ মাজত, বহুতো প্ৰতিকূলতাৰ মাজত দেউতাই জীৱন যুদ্ধ চলাই গৈছিল। নিজৰ দেউতাকৰ পৰা মনোযোগ পোৱা নাই, পৰৰ ঘৰত থাকি লাঞ্ছনা পাইছে, স্বাৰ্থন্বেষী মানুহৰ শত্ৰুতাৰ মোকাবিলা কৰিছে, দাৰিদ্ৰ্যৰ মাজত জীৱন নিৰ্বাহ কৰিছে; তথাপি অন্তঃকৰণৰ উদাৰতাত, দৃষ্টিভঙ্গীৰ সুস্থতাত, চিন্তাধাৰাৰ নিৰ্ভুলতাত দেউতাৰ তুলনা নাই। অন্ধ মৰমেৰে ল'ৰা-ছোৱালীক অতিপাত প্ৰশ্ৰয় দি বিপথে চলাৰ সুযোগ কৰি দিয়া নাই; আৰু নিৰ্মম শাসনৰ মাজত ৰাখি ল'ৰা-ছোৱালীৰ জীৱন ৰুক্ষ কৰিও তোলা নাই। মৰম পাই যেনেকৈ দেউতাৰ বুকুৰ কাষ চাপিব পাৰিছো; শাসনৰ তলত থাকি তেনেকৈ সমীহ কৰি চলিবও শিকিছো। আমাক স্বাধীনভাবে চলিবৰ স্বাধীনতাও যেনে দিছিল, নিজৰ অভিজ্ঞ বিচাৰধাৰাৰে ল'ৰা-ছোৱালীৰ ভৱিষ্যতৰ সুখত সন্দেহ হ'লে অমতো প্ৰকাশ কৰিছিল। অনভিজ্ঞ আমি দেউতাক বিচাৰ কৰোতে কেতিয়াবা ভুল কৰিছিলো। যৌৱনে প্ৰতিবন্ধকতা সহ্য কৰিব নোৱাৰে। আমাৰ জীৱনতো যৌৱনৰ সেই তেজে কেতিয়াবা দেউতাক

দিবলগা সম্মানখিনি দিয়াত দ্বিধা কৰিছিল। নিজৰ ব্যক্তিগত কথা কিছুমানত দেউতাৰ মৰমপূৰ্ণ উপদেশখিনিৰ যথোচিত মূল্য দিয়া নাছিলো। দেউতাক বুজালে দেউতাইও নিশ্চয় সেয়া বুজিলেহেতেন— সেই কথা কেতিয়াবা পাহৰি গৈছিলো। কিছুমান কথা সময় সাপেক্ষ। অভিমানৰ বশবৰ্তী হৈ কিছুমান কাম আমি ততালিকে কৰি ভুল কৰো। অথচ সেই কাম ফেৰা আমি যদি ধীৰ স্থিৰ হৈ কৰো, তেতিয়া হ'লে আভিমানিক ভুলবোৰ সোধৰাব পৰা যায়। মৰম য'ত আছে, ক্ষমাও ত'ত আছে। পিতৃ-স্নেহত জিদ্ বোলা মানসিক অৱস্থাটো ক্ষণস্থায়ী। আমাৰ যৌৱনৰ তেজে আমাক এইবোৰ কথা পাহৰাই দিছিল। আমাৰ প্ৰতি কৰা দেউতাৰ ভুলজনিত অন্যায়তকৈ দেউতাৰ প্ৰতি কৰা আমাৰ অসংযমিত অন্যায়ৰ মাত্ৰা বেছি আছিল। আমাৰ পাঁচ ভাই-ভনীৰ বিবাহিত জীৱনৰ পাতনিত এয়া প্ৰমাণিত হৈছে।

ডাঙৰ বাইদেউৰ বিয়াখন দেউতাই নিজে ঠিক কৰিছিল। দাৰিদ্ৰ্যৰ মাজত সংসাৰ চলাই দেউতাই যি কষ্ট পাইছিল, জমিদাৰ ঘৰৰ অৰ্থনৈতিক স্বাচ্ছন্দ্যৰ মাজত থাকি ছোৱালী সেই কষ্ট পাব নালাগিব— এইষাৰ কথা চিন্তা কৰিয়ে, ল'ৰা ঘৰৰ পৰা অহা প্ৰস্তাব অতি সহজ মনেৰে অনুমোদন কৰিছিল। অৰ্থনৈতিক স্বাচ্ছন্দ্যই যে সাংসাৰিক সুখৰ একমাত্ৰ নিৰ্ভৰস্থল নহয় সেয়া পিছত উপলব্ধি কৰি ডাঙৰ বাইদেউৰ প্ৰতি এটা বিশেষ কৰ্তব্যবোধ জীৱনৰ শেষদিনলৈকে দেউতাই ৰক্ষা কৰিছিল।

ডাঙৰ দাদাই নিজে ছোৱালী পছন্দ কৰিছিল। প্ৰথমে দেউতাই আপত্তি কৰিছিল সুখত লালিত হোৱা ছোৱালী এজনীয়ে দুখীয়া ঘৰত আহি অসুবিধা পাই ঘৰখনত অশান্তিৰ সৃষ্টি কৰিব বুলি; পিছত মত দিলে। দাদাৰ বিয়াখন পাতি দিলে।

সৰু দাদাৰ অসবৰ্ণ বিয়াত সন্মতি দিয়া নাছিল, পঢ়া-শুনা শেষ হোৱা নাছিল বাবে। নিজৰ ভৱিষ্যত উজ্জ্বল কৰি গঢ়ি তুলিব পৰা নাছিল বাবে ল'ৰা-ছোৱালীৰ জীৱনত উজ্জ্বল ভৱিষ্যত গঢ়াৰ পথত প্ৰতিবন্ধকতা অহাটো দেউতাই সমূলি পছন্দ কৰা নাছিল। সৰু দাদাৰ বুদ্ধি-বৃত্তিৰ ওপৰত এটা ডাঙৰ আস্থা আছিল। ভৱিষ্যতে নাম উজ্জ্বল কৰিব পাৰিব বুলি বিশ্বাস ৰাখিছিল। কিন্তু ভৱিষ্যত গঢ়ি তুলিবৰ আগতে সংসাৰৰ যাতাকলত নিষ্পেষিত হৈ তলমূৰ কৰিয়ে পৰি থাকিব লাগিব বুলি আশংকা কৰি নিৰাশাৰ আঘাতত দেউতাই সৰু দাদাৰ বিয়াখনত সন্মতি নিদিলে। দেউতাৰ অমতত সৰুদাদাই বিয়া কৰালে। সংসাৰৰ ঘানি টানি

পৰীক্ষাত সুন্দৰ কৃতকাৰ্য্যতা লাভত সৰু দাদাই বিফল হ'ল। বহুত সুযোগৰ পৰা বঞ্চিত হ'ল। তাৰুণ্যৰ তেজত সৰু দাদাই অপেক্ষা নকৰিলে। অথচ অপেক্ষা কৰিলে দেউতাৰ আশীৰ্বাদৰ পৰা বঞ্চিত নহ'লহেঁতেন। সংসাৰ কৰিলেও সৰু দাদাৰ মনৰ দুখ, অশান্তি আঁতৰা নাছিল— দেউতাৰ ক্ষমা নোপোৱালৈকে। এদিন মৰমী দেউতাই ক্ষমা কৰিলে। ল'ৰা সন্তান লৈ নবৌক সমাদৰ কৰি আনিলে।

সৰু বাইদেৱেও দৰা নিজে পছন্দ কৰিছিল। দেউতাই অমত নকৰিলে; জনা ঘৰ, সমান ঘৰ, সমধৰ্ম, সমজাতি। দেউতাৰ দ্বিধা কৰিবৰ একো কাৰণ নাছিল। দৰাৰ ঘৰৰ পৰা প্ৰস্তাৱ অহাৰ লগে লগেই দেউতাই মত দিলে।

সৰু দাদাৰ নিচিনা তাৰুণ্যৰ অনমনীয়তাত মইও ভুল কৰিব ওলাইছিলো। মোৰো কাৰোবাক ভাল লাগিল; যি মই মনে মনে প্ৰতিজ্ঞা কৰিছিলো — মই নিজে কাকো ভাল পাই বিয়া কৰাব নাযাওঁ, দেউতাই বাছি দিয়া দৰাকে মানি লৈ দেউতাৰ আশীৰ্বাদৰ মাজত নতুন সংসাৰত ভৰি দিম। মোৰ প্ৰতি থকা দেউতাৰ অশেষ চেনেহৰ পৰাই এয়ে বিশ্বাস হৈছিল যে মোৰ পাত্ৰ বাছোতে দেউতাই ডাঙৰ বাইদেউৰ পাত্ৰ বছাৰ নিচিনা ভুল নকৰিব। তাৰোপৰি সংসাৰত ঘটি যোৱা ঘটনাবোৰ দেখি দেউতাইও উপলব্ধি কৰিছিল— ওঠৰ বছৰীয়া ডাঙৰ জীয়েকৰ মত লোৱাৰ প্ৰশ্ন নাথাকিলেও এম, এ পাছ কৰা ২৫/২৬ বছৰীয়া ছোৱালী এজনীৰ নিজা পছন্দ অপছন্দ থাকিব পাৰে। সেয়ে বেলেগৰ পৰা কেতিয়াবা কোনো পাত্ৰৰ খবৰ আহিলে মোৰ মত-অমত জানিব বিচাৰিছিল। সৰুতে বিয়া দি সংসাৰত ঘানি টানি জীৱনক যন্ত্ৰৰ দৰে চলিবলৈ দিয়াটোত দেউতাৰ মত নাছিল। সেয়ে পৰ্য্যাপ্ত পঢ়া-শুনা নকৰালৈকে আমাৰ বিয়াবাৰুৰ কথা মনত ঠাই নিদিছিল। এই ক্ষেত্ৰত দেউতা আছিল বৰদেউতাৰ বিপৰীত। আজীৱন শিক্ষা-বিভাগৰ লগত জড়িত থাকিও শিক্ষানুষ্ঠানৰ সহ-পৰিদৰ্শক আমাৰ বৰদেউতাই নিজৰ জীয়েকহঁতক মেট্ৰিক পৰীক্ষা পাছ কৰাৰ আগতে বিয়া দি নিজৰ পিতৃ-কৰ্তব্য পালন কৰি গৰ্ব অনুভৱ কৰিছিল। সৰু বাইদেৱে দেউতাৰ উদগণিত স্নাতক হ'ব পৰিলে। অথচ সেই একেবয়সৰ বৰদেউতাৰ ছোৱালীজনীৰ বিয়া মেট্ৰিক দিয়াৰ লগে লগে হৈ গ'ল। আমাৰ বংশত ডাঙৰ বাইদেউ প্ৰথম মেট্ৰিক পাছ কৰা ছোৱালী; সৰু বাইদেউ প্ৰথম স্নাতক আৰু মই প্ৰথম এম এ। দেউতাৰ বাবেই আমি এই সুযোগবোৰ পাইছিলো।

মই দেউতাৰ শেহতীয়া সন্তান। সেয়ে দেউতাৰ ইচ্ছা আছিল মই যেন বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ শেষ চিৰিটোও পাৰ হ'ব পাৰো। মোৰ পঢ়া সাং হ'ল। আশাকৰামতে কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলেও স্নাতকোত্তৰ ডিগ্ৰি লাভ কৰিলো। চাকৰি কৰিব ধৰিলো। ইতিমধ্যে প্ৰেমৰ বীজো সোমাল। দেউতাৰ প্ৰতি থকা বিশ্বাসৰ ফল-স্বৰূপে কৰা এদিনৰ প্ৰতিজ্ঞাৰ কথা মনত নাথাকিল। প্ৰেম কৰিম বুলি কোনেও ক'ব নোৱাৰে। সেয়া এক সহজাত প্ৰবৃত্তি, হঠাতে আহে। বহুত প্ৰতিজ্ঞা কৰিছিলো — প্ৰেমত পৰি দায়বদ্ধ নহম বুলি। কিন্তু নোৱাৰিলো। মোৰ প্ৰতি থকা দেউতাৰ মৰমৰ স্বৰূপ মই চিনি পাইছিলো। জীৱনত যেন কোনো আঘাত মই নাপাওঁ তাৰ বাবে দেউতাই মোক তেখেতৰ মৰমৰ ডেউকাৰে আৱৰি ৰাখিব খুজিছিল। সেয়ে মই আশংকা কৰিছিলো অচিনাকী ল'ৰা, অচিনাকী ঘৰত নুমলীয়া জীয়েকজনীক বিয়া দিবলৈ দেউতাৰ মন নুঠিব। সৰু ভিনদেউ আছিল মধ্যস্থ ব্যক্তি। আমাৰ প্ৰেম যাতে বিয়াৰ মাজত সাৰ্থক হয় তাৰ বাবে চেষ্টা কৰিছিল। নুমলীয়া জীয়েকজনীক বুকুৰ মাজৰ পৰা আঁতৰাই অচিনাকী পৰিবেশৰ মাজত ঠেলি দিবলৈ দেউতাৰ মন হাহাকাৰ কৰি উঠিল। পিতৃ-কৰ্তব্য পালন কৰিবৰ বাবে কঠোৰ হ'ল। মত নিদিলে। সৰু দাদাৰ নিচিনা মই ভুল নকৰিলো। দেউতাই মত নিদিলে, দেউতাৰ আশীৰ্বাদ নাপালে মোৰো সংসাৰ পাতিবৰ মন নাছিল। ধৈৰ্য্য ধৰি অপেক্ষা কৰিলো। দেউতাৰ কাৰণে মই দুখ পাইছিলো; মোৰ দুখত দেউতাইও দুখ পাইছিল। তাৰ পিছত ডাঙৰ বাইদেউৰ বুজনিত এদিন দেউতাৰ মনো কুমলিল। ভালপোৱা মানুহজনক অভিভাবকে পাতি দিয়া বিয়াৰ মাজত পতি হিচাপে পালো। মানুহজনো এদিন দেউতাৰ মৰমৰ পাত্ৰ হৈ উঠিল।

দেউতাৰ মৰম ফল্‌গুনৈৰ নিচিনা অন্তঃসলিলা। বহুতৰ দৰে আদৰুৱা মাতেৰে ল'ৰা-ছোৱালীক মৰম কৰাৰ প্ৰবৃত্তি দেউতাৰ চৰিত্ৰত নাছিল। দেউতাৰ মৰমবোৰ দেখুওৱা বস্তু নহয়, অনুভৱৰ বস্তু। ৰাতিপুৱা মায়ে ব্যস্ত থাকে গোঁসাই ঘৰত। আমি সৰু থাকোতে দেউতাই নিজে ৰাতিপুৱা চাহ বনাই আমাক লগত লৈ বহি চাহ খাইছিল, আমাক খুৱাইছিল। অভাৱৰ মাজত থাকিও কোনদিনে আমাক খোৱা লোৱাত কষ্ট নিদিলে। আমাৰ অভাৱ অভিযোগবোৰৰ প্ৰতি সদায় চকু ৰাখিছিল।

মনত পৰে কিছুমান কথা আৰু অনুভৱ কৰো দেউতাৰ গভীৰ চেনেহবোৰ।

তৃতীয় শ্ৰেণীত পঢ়োতে বৃত্তি পৰীক্ষা দিয়াৰ আগে আগে দেউতাৰ লগত

মই কিছুদিন অকলে থাকিবলগীয়া হৈছিলো। ডাঙৰ দাদাই কলিকতাত বি, এচ, চি পঢ়ি আছিল। ডাঙৰ বাইদেউ বিয়াৰ পিছত ধুবুৰীত শহুৰ ঘৰত। সৰু বাইদেউ অসুস্থ হৈ ধুবুৰীৰ হাস্পাতালত; লগতে আছিল মা। সৰুদাদা অৱশ্যে ঘৰতে আছিল। মেট্ৰিকৰ প্ৰস্তুতি চলাই আছিল। দ্বিতীয় মহাসমৰৰ সময়। ক'ৰ পৰা খজুৱতিৰ বেমাৰ লম্ভিলে। খহুৰ যন্ত্ৰণাত কষ্ট পাই আছিলো। কিন্তু ল'ৰামতি বুলি ভ্ৰূক্ষেপ নকৰি খহুৰ ঘাবোৰ লৈয়ে স্কুলত খুব খেলিছিলো। জাৰকালি গৰম কাপোৰৰ হাতদীঘল ফ্ৰক পিন্ধিছিলো। দীঘল হাতৰ ফ্ৰকত এটা সুবিধা হৈছিল। হাতৰ খহুবোৰ ঢাকি ৰাখিব পাৰিছিলো। স্কুলত বেছিভাগ সময়তে 'হা-ডু-ডু' খেলিছিলো। ধৰ পাকৰত পকা খহুবোৰ ফাটি গৈছিল। ফ্ৰকৰ হাত দুখন বিশেষকৈ কিলাকুটিৰ ওচৰত তেজে পূজেৰে লেতেৰা হৈছিল। কাম কৰা মানুহে ঘিণ কৰিব বুলি দেউতাই নিজে মই পিন্ধা সেই চোলাটো ধুই চফা কৰিছিল। সদায় এনে কৰিছিল, তথাপি হাক নিদিছিল খেলিবলৈ। কিয়নো দেউতাৰ মানত খেল-ধেমালি সৰুকালৰ স্বাভাৱিক প্ৰবৃত্তি। দেউতাই আমাক প্ৰকৃতিৰ স্বাভাৱিক নিয়মত বাঢ়িবলৈ দিছিল। আমাৰ উৎপাতবোৰ মৰমৰ দৃষ্টিৰে চাইছিল আৰু সহ্য কৰিছিল। যি ক্ষেত্ৰত আমাৰ মায়ে মোৰ সেই তেজে-পূঁজে লেতেৰা হোৱা ফ্ৰকটো ধুবলগীয়া হ'লে গালিৰে ভূত এৰাইছিল — সেই ক্ষেত্ৰত দেউতাই একো হবা-বধা নকৰিছিল।

ধুবুৰীৰ কলেজত পঢ়োতে বাছেৰে অহা-যোৱা কৰিছিলো ৰাতিপুৱা আঠ নৌবাজোতেই বাছষ্ট্যাণ্ডলৈ যাব লাগিছিল কলেজলৈ যোৱা বাছখন ধৰিবলৈ। গোটেই দিনটো ধুবুৰীত লঘোণে থাকিব লাগিছিল। আহোতে আহোতে গধূলি হৈ গৈছিল। কোনোদিন আকৌ বাছৰ গোলমালত ৰাতিও হৈছিল। সেয়ে যাতে ৰাতিপুৱাৰ ভাত সাজ ভালদৰে খাই যাব পাৰো তাৰবাবে দেউতাই নিজে বজাৰ কৰি আগদিনাই মাছ-তাছ আনি থৈছিল। ৰান্ধনি ঘৰৰ বস্তু কি কি লাগে মাতকৈ দেউতাইহে বেছি খবৰ ৰাখিছিল। পূজাৰ কামত ব্যস্ত থাকি মাৰ কেতিয়াবা ৰান্ধোতে পলম হৈ যায়। কেতিয়াবা সেই কাৰণে খং উঠি একো নাখাই গুছি যাও। দেউতাই গম পালেই পিছে পিছে ল'ৰা এটাক পঠাই দিব ফ্লাস্কত গৰম গাখীৰ দি। আৰু ইপিনে ভাত সময়ত নিদিয়া বাবে মাক কিছু কথা শুনাইছিল — যাৰ বাবে শেহৰ পিনে মায়ো পূজাত বহাৰ আগতে মোৰ ভাতখিনি ৰান্ধি অতাইছিল। কলেজৰ পৰা উভতি আহোতে পলম হ'লে উদ্বিগ্ন, চিন্তিত দেউতাক বাছষ্ট্যাণ্ডতে ৰখি থকা পাইছিলো। বহুত ল'ৰা-ছোৱালীয়ে বাছত

আহে। পিছে কাৰো দেউতাকক তেনেদৰে উৎকণ্ঠিত মৰমেৰে ৰখি থকা নেদেখিছিলো। দেউতাৰ এনে নীৰব চেনেহৰ প্ৰকাশ উপলব্ধি কৰি মনটো পিতৃ-স্নেহৰ গৰ্বত গৰ্বিত আৰু আনন্দিত হৈছিল।

মই ঘৰৰ আটাইতকৈ সৰু বাবে মোৰ প্ৰতি দেউতাৰ এক বিশেষ স্নেহ দৃষ্টি আছিল। কলেজৰ প্ৰথম বছৰটো ধুবুৰীত দাদাৰ লগত থাকি পঢ়িছিলো। সৰু বাইদেউও লগতে থাকি তৃতীয় বাৰ্ষিক কলা পঢ়ি আছিল। দাদাৰ হয়তো খেয়াল নাথাকিব, মই খোৱা-লোৱাত কষ্ট পাম বুলি ভাবি প্ৰায়ে কিবা নহয় কিবা বস্তু মানুহ পালেই দেউতাই পঠাই দিছিল। সৰু দাদাৰ নিচিনা মইও ইটো-সিটো অলপ বেছিকৈ খাব ভাল পাইছিলো। এনেদৰে কিছুমান আচৰণৰ মাজেৰে দেউতাৰ অন্তঃসলীলা মৰমবোৰ আনে নেদেখাকৈ বৈ থাকে। দেউতাৰ চৰিত্ৰৰ এই দিশটো আমি পাঁচ ভাই-ভনীৰ মাজতো গঢ় লৈছে। আমাৰ কাৰো চৰিত্ৰত মৰমৰ বাহ্যিক উচ্ছ্বাস নাই। ল'ৰা-ছোৱালীক লেলাই গলাই দিয়া মৰম আমি দেখুৱাব নোৱাৰো। সেয়ে বহুতে আমাক নুবুজি আমাৰ সম্বন্ধে এটা ভুল ধাৰণা কৰে যে আমি ল'ৰা-ছোৱালীৰ প্ৰতি অলপ উদাসীন। যিমান মৰম কৰিব লাগে সিমান মৰম নকৰো। ল'ৰা-ছোৱালীৰ ভাল দেখিলে আমি যে ভিতৰি ভিতৰি উৎফুল্ল হৈ উঠো, বেয়া দেখিলে ভিতৰি ভিতৰি চকুপানী টোকো সেয়া আনে বুজিব নোৱাৰে।

ঘৰৰ কাম কৰা লগুৱা-লিগিৰীবোৰক যে আমি মৰম কৰি ৰাখো এই গুণটোও আমি দেউতাৰ পৰা অৰ্জন কৰিছো। যি ক্ষেত্ৰত মায়ে কাম কৰা মানুহবোৰক বেছিকৈ খাব দিব নুখুজিছিল— সেই ক্ষেত্ৰত আমি মাক নজনোৱাকৈ মনে মনে পেট ভৰাৰ উপৰিও খাব দিছিলো। দেউতাই জানিছিল। মৌন সন্মতি দিছিল। অভাৱৰ সংসাৰত খৰছ বেছি হ'ব ধৰিছে জানিলেও আমাক হাক নিদিছিল।

নিজৰ নিজৰ সংসাৰ লৈ আমি যেতিয়া ব্যস্ত তেতিয়া হঠাতে এদিন খবৰ পালো দেউতাই মাৰাত্মক ৰোগৰ চিকাৰ হ'ল। চিকিৎসা বিজ্ঞানত যি ৰোগৰ কোনো আৰোগ্যজনক চিকিৎসা আজিলৈকে ওলোৱা নাই সেই কালৰূপী কৰ্কট ৰোগত দেউতাই আক্ৰান্ত হ'ল। মনৰ সান্ত্বনাৰ বাবে আৰু ৰোগজনিত কষ্টৰ অলপ উপশম ঘটাবলৈ সৰু দাদাই ডিব্ৰুগড় মেডিকেল কলেজত চিকিৎসা কৰালে। কেইটামান মাহ অলপ ভালে থাকি আকৌ দ্বিতীয়বাৰ ৰোগৰ শেষ কবলত পৰিল। এনে যন্ত্ৰণাদায়ক বেমাৰত ভূগিও দেউতাৰ মনৰ দৃঢ়তা শিথিল নহ'ল। মৃত্যুৰ আগমনৰ দিনটো গণি থাকিও

আমি পাঁচ ভাই-ভনীক প্ৰত্যেককে চিঠি লিখি আশীৰ্বাদ জনালে। দেউতাৰ মৃত্যুৰ পিছত কৰণীয় পাৰলৌকিক কামবোৰৰ সহজ সমাধান লিপিবদ্ধ কৰি থ'লে। জীয়াই থাকোতে যি দেউতাই ল'ৰা-ছোৱালীক কষ্ট দিয়া নাছিল, মৰাৰ পাছতো যাতে দেউতাৰ বাবে আমি কষ্ট ভোগ কৰিব নালাগে তাৰ বাবে প্ৰয়াত আত্মাৰ সদ্‌গতিৰ বাবে নিৰাড়ম্বৰ ভাবে কৰিবলগীয়া খিনিৰ দিহা দি গ'ল। দেউতাই লিখিত ভাবে ইচ্ছা জনাইছিল — যেন দাদাহঁতে লঘোণে থাকি অশৌচ পালিব নালাগে; আত্মাক কষ্ট দিবলৈ হাক দিছিল। আড়ম্বৰৰ মাজেৰে শ্ৰাদ্ধ কৰিবলৈও হাক দিছিল। দেউতাই জীৱনত বহুত সৎ ব্ৰাহ্মণৰ সংস্পৰ্শত আহিছিল বাবে ব্ৰাহ্মণ সম্প্ৰদায়ৰ প্ৰতি একধৰণৰ শ্ৰদ্ধা আছিল। সেয়ে দেউতাৰ পাৰলৌকিক ক্ৰিয়া কৰ্মত সৎ ব্ৰাহ্মণক প্ৰধান স্থান দিলে। পাঁচজন সৎ ব্ৰাহ্মণ আৰু পাঁচজন দুস্থ মানুহক অলপ দান-দক্ষিণা দিলেই দেউতাৰ মতে দেউতাৰ পাৰলৌকিক ক্ৰিয়া কৰ্মবোৰ সুন্দৰভাবে সম্পন্ন কৰা হ'ব। প্ৰয়াত আত্মাৰ উদ্দেশ্যে পানী তৰ্পন কৰিলেই দেউতাৰ আত্মাই শান্তি পাব, জুৰ পৰিব। বছৰেকীয়াবোৰ পালন কৰোতেও শ্ৰাদ্ধাদিৰ পৰিবৰ্তে দেউতাৰ উদ্দেশ্যে এক ঘটি পানীৰে সূৰ্য্যতৰ্পন কৰিলেই দেউতাই সুখ পাব বুলি লিখি থৈ গৈছিল। লোকাচাৰে আমাক চিৰাচৰিত প্ৰথাৰে দেউতাৰ স্বৰ্গগত আত্মাক শ্ৰদ্ধা কৰিবলৈ দাবী জনালে। আমি যাতে কোন প্ৰকাৰ কষ্ট - কি দৈহিক কি অৰ্থনৈতিক নাপাওঁ তাৰ বাবে স্নেহপ্ৰৱন দেউতাই পৰামৰ্শ আগবঢ়ালেও আমাৰো কৰ্তব্য আছে; দেউতাৰ বাবে কষ্ট স্বীকাৰ কৰিবলৈ আমি বেয়া নাপাওঁ। সেয়ে দেউতাৰ স্বৰ্গগত আত্মাৰ সদ্‌গতিৰ বাবে কৰিবলগীয়াখিনি কৰি আমিও আত্ম-তৃপ্তি লভিলো।

দেউতা গ'ল। ইংৰাজী ১৯৬৩ চনৰ ৬ চেপ্টেম্বৰ ৰাতি ৯ বজাত গৌৰীপুৰৰ নিজা ঘৰত দেউতাই আমাক কন্দুৱাই সিপুৰীলৈ গ'ল। দেউতাৰ শৰীৰি অৱস্থান আমাৰ মাজত দৃশ্য হৈ নাথাকিলে। পিছে দেউতাৰ আত্মা, তেখেতৰ আদৰ্শ, মৰমৰ স্মৃতিপৰশ আমাৰ মাজত অনুভূত হৈ থাকিল। প্ৰতি বছৰ দেউতাৰ মৃত্যু-তিথিত আমি প্ৰায় গোটেই কেইটা ভাই-ভনী লগ হওঁ আৰু পিতাঃ স্বৰ্গঃ, পিতাঃ ধৰ্মঃ পিতাহি পৰমং তপঃ বুলি মন্ত্ৰ উচ্চাৰণ কৰি তাৰ অৰ্থ হৃদয়ংগম কৰি শ্ৰদ্ধাৰে নতজানু হৈ সেৱা জনাও।

আমাৰ স্বৰ্গ — দেউতাৰ অমূল্য আশীৰ্বাদ, আমাৰ ধৰ্ম দেউতাৰ প্ৰদৰ্শিত পথ, আমাৰ তপস্যা দেউতাৰ দৰে নিঃস্বাৰ্থ জীৱন সিদ্ধি।

এই জনাই আমাৰ অতি পূজ্য দেউতা অৰুণ চন্দ্ৰ বৰুৱা — মৰমত কোমল, শাসনত কঠোৰ, কৰ্মত অবিচলিত, ধৰ্মত সাবলীল, দায়িত্বত সচেতন, কৰ্তব্যত নিষ্ঠাবান। এনে দেউতাক পাই আমি নিজক ভাগ্যৱান, ভাগ্যৱতী বুলি বিবেচনা কৰো।

# ‘মা’

## “স্বৰ্গাদপি গৰিয়সী”

আমাৰ মা — তৰলা বালা বৰুৱা। মাৰ দেউতা ভূকান্ত অধিকাৰী; মাতৃ শুভময়ী। মাহঁত আছিল মহাপুৰুষীয়া; শ্ৰী শ্ৰী মাধৱদেৱৰ ভাগিন ৰামচৰণ আতাৰ বংশধৰ। গোৱালপাৰা জিলাৰ দলগোমা সত্ৰ আছিল মাৰ পিতৃ ঠাই। মা আৰু মামা মাত্ৰ এই দুই ভাই-ভনী। মা আছিল ডাঙৰ। আমাৰ আইতাৰ ল'ৰা-ছোৱালী কেবাটাও হৈছিল। আগৰ দিনৰ স্বাস্থ্য শিক্ষাৰ অভাৱ আৰু চিকিৎসাৰ সুবিধা নোপোৱাত কেইবাটাও পানী কেচুৱাতে ঢুকাল, কেইবাটাও গৰ্ভতে নষ্ট হ'ল। স্বাস্থ্যবতী মা আৰু ৭ মহীয়া কেচুৱা মামা ভূদেব অধিকাৰী কোনোমতে থাকিল। মা আৰু মামাই সৰুতে পিতৃহীন হ'ল। গৌৰীপুৰৰ ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ সহধৰ্মিনী ৰাণী সৰোজবালা দেৱী আছিল মাৰ ডাঙৰ পেহী। দেউতাকৰ অবৰ্তমানত পেহীয়েক সৰোজবালাই আছিল মাহঁতৰ অভিভাৱিকা।

ৰাজপৰিয়ালৰ মাজত থাকি মায়ে ডাঙৰ হৈছিল। সেয়ে খোৱা লোৱাত কষ্ট নাপাইছিল। সৰু মাছ খোৱাৰ অভ্যাসে নাছিল। গাখীৰ আৰু গাখীৰৰ পৰা বনোৱা বিধে বিধে খোৱা বস্তুৰ ভাগ পাই গাখীৰৰ প্ৰতি মাৰ এক ধৰণৰ দুৰ্বলতা আছিল শেষ বয়সলৈকে। দেউতাৰ দীন সংসাৰত মায়ে সেয়ে কেতিয়াবা খোৱা-বোৱাত অসুবিধা পাইছিল। সৰু মাছৰ কাঁইট ডিঙিত বিন্ধে বাবে মাছ প্ৰায় নেখাইছিলে। তাৰ পৰিবৰ্তে গাখীৰ আৰু কল সানি ভাত খাবলৈহে পছন্দ কৰিছিল। গাখীৰৰ অভাৱত অকল কল সানিয়ে ভাত খাব ভাল পাইছিল। আমাৰ বাৰীত ভীমকলৰ বহুত গছ দেউতাই ৰুইছিল। এক থোক ভীমকল পকিলে বহুত হয় — খাই শেষ কৰিব নোৱাৰি। দেউতাই কেতিয়াবা বেচিব খুজিলে বা প্ৰতিবেশী কেইঘৰমানত বিলাব খুজিলে মায়ে ভাল নাপাইছিল। মাৰ সোঁৱৰণীৰ নাম আছিল ৰম্ভাৱতী। আমি সেয়ে মাক জোকাইছিলো — ‘ৰম্ভাৱতীয়ে ৰম্ভা (কল) ভাল নাপাই আন কি ভাল পাব?’

সৰুতেই মাৰ দেউতাক ঢুকাইছিল। ৰাণী পেহীয়েকে ভায়েকৰ ল'ৰা-ছোৱালী দুটাক বৰ মৰম কৰিছিল। মৰম পোৱাৰ বাবেই নেকি মায়ে বৰ

অভিমানী হৈছিল। স্বভাৱত আজলিও আছিল। সেয়ে কেতিয়াবা জোকালে সহজতে মাৰ খং উঠিছিল।

মায়ে দেখাত দেউতাৰ বিপৰীত আছিল। দেউতাৰ গাৰ বৰণ আছিল চাহাব হেন ৰঙা-বগা। মাৰ গাৰ ৰং আছিল ক'লা। দেউতাৰ হেনো মাক বিয়া কৰাবৰ মন নাছিল। ৰাজ পৰিয়ালৰ পৰা বৰদেউতা কৰুণা কান্ত বৰুৱাই বৰ সহায় পাইছিল; ৰাজ পৰিয়ালৰ আৰ্থিক সাহায্যত পঢ়া-শুনা কৰিব পাৰিছিল। সুদৰ্শন দেউতা যেতিয়া ৰাণী আইতাৰ চকুত পৰিল — নিজৰ ভতিজা ছোৱালীৰ লগত দেউতাৰ বিয়াৰ প্ৰস্তাৱ বৰদেউতাক দিয়াত কৃতজ্ঞ বৰদেউতাই নাকচ কৰিব নোৱাৰিলে। মায়ে ডাঙৰ হৈ অনুভৱ কৰিব পাৰিছিল জোৰা মিলা নাই বুলি; আৰু সেয়ে দেউতাৰ সান্নিধ্যত একধৰণৰ হীনমান্যতাত ভূগিছিল। দেউতাই স্বামী হিচাপে কৰ্তব্য যথাযথেই পালন কৰিছিল। পত্নীৰ অধিকাৰ মাক সম্পূৰ্ণৰূপে দিছিল; তথাপি মা-দেউতাৰ দাম্পত্য জীৱনত একধৰণৰ শূন্যতা থাকি গৈছিল — যি শূন্যতাৰ জন্ম স্বামী-স্ত্ৰীৰ মধুৰ মৰমৰ অভাৱৰ পৰা। সেয়া পিছৰ কথা।

মাৰ স্কুলীয়া জীৱন বৰ কৌতুকজনক আছিল। গৌৰীপুৰ আছিল তেতিয়াৰ দিনত শিক্ষা প্ৰসাৰৰ কেন্দ্ৰস্থল। উজনী অসমত তেতিয়া এখনো ল'ৰাৰ হাইস্কুল নাছিল। গৌৰীপুৰৰ হাইস্কুলৰ পৰাই অসমৰ বহুতো গণ্যমান্য ব্যক্তিয়ে মেট্ৰিক (তেতিয়াৰ দিনৰ এনট্ৰ্যানচ) পাছ কৰি উত্তৰ জীৱনত প্ৰতিষ্ঠিত হোৱাৰ সুবিধা পাইছিল। এনেহেন গৌৰীপুৰত স্ত্ৰী-শিক্ষাৰো প্ৰচলন আছিল। ছোৱালীৰ প্ৰাথমিক স্কুলত মাহতে পঢ়াৰ সুবিধা পাইছিল। এই প্ৰাথমিক স্কুলখনেই পিছত এম, ই স্কুললৈ উন্নীত হয়।

মায়ে তৃতীয়মান শ্ৰেণীলৈকে পঢ়িছিল। তেতিয়াৰ দিনত বাল্য-বিবাহৰ প্ৰচলন থকাত পঢ়া আৰু নহ'ল। তৃতীয়মান শ্ৰেণীৰ বৃত্তি পৰীক্ষা মাৰ আৰু দিয়া নহ'ল। মাৰ পিছে ধাৰণা আছিল — মাৰ বৃত্তি পৰীক্ষাৰ চাৰ্টিফিকেটখন ধুবুৰীৰ প্ৰাথমিক শিক্ষা-পৰিষদৰ কাৰ্য্যালয়তে আছে। মাৰ ধাৰণা আছিল — তৃতীয়মান শ্ৰেণীলৈকে পঢ়িলেই চাৰ্টিফিকেট পায়। মাৰ এই বিশ্বাসক লৈ মাক আমি জোকাইছিলো 'মা, চাৰ্টিফিকেটখন অনাই দিওঁ নেকি?' মাৰ এই ৪/৫ বছৰৰ স্কুলীয়া শিক্ষাত মায়ে কিতাপ পঢ়িব পৰা হৈছিল। চিঠি পত্ৰও লিখিব জানিছিল। কিন্তু বাক্য ৰচনা কৰোতে দাড়ী-কমা ক'ত দিব লাগে সেয়া শিকা নাছিল বাবে মাৰ চিঠিপত্ৰবোৰত বাক্যৰ মাজত য'তে ত'তে দাড়ী-কমা। দাড়ী-কমা চাই পঢ়িব ধৰিলে বাক্য এটা পঢ়োতে অৰ্থ বুজিব নোৱাৰা বিধৰ হয়। এই লৈও মাক আমি

জোকাইছিলো যে চিঠি লিখি উঠি পিছত য'তে মন যায় ত'তে মায়ে দাড়ী, কমাবোৰ বহুৱাই দিছিল। মাৰ আজলি স্বভাৱৰ বাবে আমি সুযোগ পালেই মাক জোকাইছিলো। মাৰ হাতৰ আখৰ আচৰিত ধৰণে দেউতাৰ হাতৰ আখৰৰ অবিকল নকল। কাৰণো আছে। দেউতাই আইতাহঁতৰ ঘৰত মামাৰ গৃহশিক্ষক আছিল। মামাৰ লগত মাকো পঢ়া দেখুৱাই দিছিল। সেয়ে বোধকৰো হাতৰ আখৰ একে হ'ল।

মাহঁতৰ সময়ত স্কুলৰ পঢ়া-শুনা সিমান জটিল নাছিল। অংক আৰু সাহিত্য এই দুটাই আছিল পঢ়োৱাৰ বিষয়। চিলাই আৰু ড্ৰয়িং আনুষংগিক আছিল। ভূগোল, বিজ্ঞান, বুৰঞ্জী জাতীয় বিষয় বস্তু নাছিল। মায়ে কোৱা মতে পঢ়োৱা হৈ গ'লে স্কুলৰ শিক্ষয়িত্ৰী বাইদেউ যদি বয়সীয়াল হয় মাহঁতক মূৰৰ পকা চুলি তুলিব দিছিল। যি জনী ছাত্ৰীয়ে বেছি পকা চুলি তুলিব পাৰে তাইক হেনো পুতলা এটাকে উপহাৰ দিছিল। 'কেইটা পুতলা পালা' বুলি মাক আমি জোকাইছিলো। মায়ে হেনো বেছি পুতলা নাপাইছিল। এনে কাম মায়ে ভাল নাপাইছিল। সেয়ে অলপ তুলিয়ে আমনি পালেই কেঁচা চুলিয়ে টানি উঘালিছিল। যাৰ ফলত শিক্ষয়িত্ৰী বাইদেৱে মাক বেছি তুলিব নকৈছিল।

মাৰ লগতে পঢ়া সমবয়সী ছোৱালী এজনী আছিল। নাম ননীবালা। তেওঁলোকৰ ঘৰতেই সৰুতে দেউতাই আশ্ৰিত থাকি বৰ কষ্ট পাইছিল। এই ননীবালা আছিল বাওনা। পঢ়াশুনাত পিছে চোকা আছিল। ক্লাচত কোনোবা শিক্ষয়িত্ৰী অনুপস্থিত থাকিলে চোকা ছাত্ৰী বাবে ননীবালাকে ক্লাচ ল'ব দিছিল। বাওনা বাবে তেওঁ শিক্ষয়িত্ৰী বহা চকিখন ঢুকি নাপায়। জাপ এটা মাৰিলেহে চকীত বহিব পাৰে। মায়ে এই ননীবালাক খাতিৰে নকৰিছিল পঢ়া-শুনাত নিজেও বেয়া নাছিল বাবে আৰু সম্পৰ্কীয় পেহী হয় বাবে।

মাৰ বাৰবছৰ বয়সত পুষ্পিতা হোৱাৰ আগতে ১৭ বছৰীয়া দেউতাৰ লগত বিয়া হয়। মাৰ সেই বালিকাবধূ ৰূপটো কেনে আছিল সেয়া জনা নহ'ল — মা-দেউতাৰ দাম্পত্য-জীৱন সম্বন্ধে জানিবৰ কৌতূহল ল'ৰা-ছোৱালীৰ পক্ষে শোভনীয় নহয় বাবে। ডাঙৰ নোহোৱালৈকে যে মায়ে আইতাহঁতৰ লগত আছিল সেয়া ধৰি ল'ব পাৰি। পুষ্পিতা হোৱাৰ পিছত দেউতাৰ লগত থাকিলেও একেটা চ'তালতে মামাহঁতৰ লগত আছিল। কাৰণ ৰজা বাহাদূৰ প্ৰভাত চন্দ্ৰ বৰুৱাই নিজৰ ফালৰ আৰু পত্নীৰ ফালৰ আত্মীয়-স্বজনবোৰৰ থকা মেলাৰ যি বন্দৰস্ত কৰি দিছিল তাত একেখন

চ'তালৰ দুয়ো কাষে কেইবাটাও ঘৰ। মা-দেউতাৰ দাম্পত্য জীৱন আৰম্ভ হোৱাৰ লগে লগে লাহে লাহে আমিবোৰ পৃথিবীৰ মুখ দেখিব ধৰিলো। আইতাৰ জৰায়ুৰ বেমাৰে মাকো লম্ভিছিল। সেয়ে মা-দেউতাৰ প্ৰথম তিনিটা সন্তান গৰ্ভপাত আৰু পানী কেচুৱাতে ঢুকাল। আমাৰ ডাঙৰ দাদা সেই হিচাপত চতুৰ্থ গৰ্ভৰ সন্তান। মই শেষৰ সন্তান — অষ্টম গৰ্ভৰ। ডাঙৰ দাদা, ডাঙৰ বাইদেউ, সৰুদাদা, সৰু বাইদেউ সকলোৱে ৰাজবাড়ীৰ ওচৰতে থকা পুৰণা ঘৰত জন্মিছিল। মোৰ জন্মৰ এবছৰ আগত নিজাকৈ ঘৰ সাজি মা-দেউতাই দাদাহঁতক লৈ পুৰণা ঘৰৰ পৰা উঠি আহিল। ঘৰ স্যাজিবৰ বাবে মাটি আৰু প্ৰয়োজনীয় টকা মাৰ ৰাণী পেহীৰ ভতিজা-ছোৱালী হিচাপে ৰজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ পৰা পাইছিল।

ৰাজবাড়ীৰ মৰমৰ ছাত ডাঙৰ হ'লেও স্বাধীনতা নাছিল। এতিয়া নিজাকৈ সংসাৰ চলাব পাৰি মাও নিশ্চয় খুচী হৈছিল। প্ৰতিবেশী হিচাবে মায়ে ভায়েকৰ সংসাৰখনক পাই নিশ্চিন্ত মনে সংসাৰ চলাইছিল। মাৰ ভাগ্য এক হিচাবে ভাল আছিল। কোনোদিনে শহুৰৰ ঘৰ কৰিব লগা নহ'ল। অলপ বেছি স্বাধীনভাবে চলিব পাৰিছিল। গৌৰীপুৰ মাৰ পিতৃ ঠাই হোৱা বাবে মাৰ মূৰত ওৰণি আমি খুব কমে দেখিছিলো। বাহিৰত ফুৰিব ওলালে বিবাহিতা হিচাবে ওৰণিখন মায়ে লৈছিল হয়; তাৰ বাহিৰে ঘৰত থাকিলে বা আত্মীয়-স্বজনৰ ঘৰত গলে ওৰণি লোৱাৰ অভ্যাস মাৰ নাছিল। মাৰ বোৱাৰীৰূপ সেয়ে আমাৰ চকুত পৰা নাই। দেউতা কলিকতাত থাকোতে সৰু সৰু আমাক লৈ এজন বিহাৰী কাম কৰা মানুহৰ সহায়ত মায়ে সংসাৰ চলাইছিল। সেই কেইটা দিন মাৰ আত্ম-বিশ্বাস বেছি আছিল চাগে — আগলৈ যিটোৰ অভাব আমি মাৰ মাজত পৰিলক্ষিত কৰিছিলো।

দেউতাৰ তুলনাত মাৰ মৰম আমি কম অনুভৱ কৰিছিলো। মায়ে ল'ৰা-ছোৱালীৰ উৎপাত একেবাৰে সহ্য কৰিব নোৱাৰিছিল। সেয়ে নেকি মাতকৈ আমি দেউতাৰ সান্নিধ্য বেছি উপভোগ কৰিছিলো। দেউতাক সন্মানো বেছি কৰিছিলো, ভালও বেছি পাইছিলো। সেয়া দেখি মায়ে আমাক প্ৰায়ে খং কৰি কৈছিল 'তহঁত পৰশুৰামৰ বংশধৰ, তহঁতে বাপেককহে চিনি পাব, মাকক নাপাব।'

দেউতাই যেতিয়া কলিকতাত ৰাজপৰিয়ালৰ প্ৰাইভেট মেনেজাৰ হৈ বালিগঞ্জৰ ঘৰৰ তদাৰকী কামত আছিল তেতিয়া আমি মাৰ শাসনত অতিষ্ঠ হৈছিলো। উৎপাত কৰিলেই গালি, শপনি, চৰ-চাপৰ খাইছিলো।

সৰু থাকোতে মোক যেতিয়া কিবা উৎপাতৰ বাবে বৰকৈ পিটিছিল, তেতিয়া ডাঙৰ বাইদেৱে হেনো মোক মাৰ পৰা আঁতৰাই আনি দূৰলৈ লৈ গৈছিল। মোৰ ভালদৰে মনত নপৰিলেও মোৰ অৱচেতন মনত মাৰ কঠোৰ শাসনৰ প্ৰভাৱ বোধকৰো বাৰুকৈয়ে পৰিছিল। সেয়ে দেউতাই কলিকতাৰ পৰা গুচি আহি গৌৰীপুৰতে যেতিয়া থাকিব ল'লে মই দেউতাৰ নেওটা হৈ পৰিছিলো।

আমাৰ ওপৰত মাৰ শাসনৰ কেৰামতি পিছে দেউতাই কলিকতাৰ চাকৰি এৰি আহি গৌৰীপুৰতে চাকৰিত সোমাই ঘৰত থাকিব লোৱাৰ লগে লগে অন্ত পৰিল। স্নেহশীলা দেউতাৰ মৰমৰ মাজত আমি ডাঙৰ হ'ব ধৰিলো। মাৰ সান্নিধ্য আমাৰ ওচৰত বৰ মধুৰ নাছিল। আমাক মৰম কৰাৰ প্ৰতিযোগিতাত দেউতা জয়ী হৈছিল। দেউতাক আমি মাতকৈ বহুগুণে বেছি ভাল পাইছিলো; আৰু অনাহকতে শাসন নকৰাৰ বাবে শ্ৰদ্ধাও কৰিছিলো। সংসাৰত মায়ে আমাৰ অন্তৰৰ ওচৰ চাপিব নোৱাৰি (যাৰ বাবে মাও কিছু পৰিমাণে দায়ী) লাহে লাহে আঁতৰি থাকিল। সংসাৰত মাৰ কৰ্তব্য অকল আমাক ৰান্ধি-বাঢ়ি খুওৱাতে সীমাবদ্ধ হ'ল। অকণমানি মনবোৰ মৰমৰ দাস হয়। সৰুতে অভিভাবকৰ শাসনবোৰ যেতিয়া নিৰ্মমবোধ হয়, তেতিয়া শাসন কৰোতাজনৰ প্ৰতি এটা বিতৃষ্ণ ভাৱ মনত ঠাই লয়। মাৰ প্ৰতি আমাৰ ভাৱবোৰ তেনে হ'ল। বয়স বঢ়াৰ লগে লগে, নিজেও মাক হোৱাৰ পৰা বুজি পাইছিলো মা কি বস্তু, মাক হ'লে কিমান কষ্ট স্বীকাৰ কৰিব লাগে। মাৰ অহেতুক অশান্তিকৰ আচৰণবোৰ বুজিবৰ চেষ্টা কৰিছিলো যদিও অতদিনৰ অভ্যাসৰ বাবে মাক দেখুৱাই মৰম প্ৰকাশ কৰিবলৈ সংকোচ হৈছিল। দেউতা ঢুকোৱাৰ পিছত মাৰ প্ৰতি পুতৌ ভাৱৰ সঞ্চাৰ হৈছিল। দাদাহঁতৰ অনাদৃতা মাক লৈ ছোৱালী হিচাবে চিন্তা এটা হৈছিল। অথচ জোৱায়েকৰ সংসাৰত আনি ৰাখিবৰ দ্বিধাও আছিল।

সংসাৰিক জীৱনত দেউতাৰ একধৰণৰ উদাসীনতাৰ বাবে অভিমানী আৰু আজলি মা বৰ মেজাজী হৈ পৰিছিল। কি কথাত মাৰ হঠাতে অভিমানত লাগিছিল বুজিব নোৱাৰিছিলো। মাৰ অভিমানত লাগিলেই মায়ে খঙাল হৈ পৰিছিল আৰু যাকে-তাকে যিহকে পায় কৈ বকিছিল। আইতাই ওচৰতে থাকে; মাক বুজাব যায়; কিন্তু মাৰ খঙক তেতিয়া কোনেও ঠাণ্ডা কৰিব নোৱাৰে। আজলি মাৰ খঙৰ জুইকুৰাত ওচৰ চুবুৰীয়া কেইঘৰ আত্মীয়াইও বতাহ দিছিল। মাৰ এই বকনিৰ পৰা আমি

জীয়ৰীবোৰেতো ৰক্ষা নপৰিছিলোয়ে, বোৱাৰীহঁতেও সাৰি যাব নোবাৰিছিল। বোৱাৰীৰ দোষ ত্রুটি ধৰা বিধৰ শাহু পিছে মা নাছিল। মাৰ ওচৰত জীয়াৰী বোৱাৰী একে। খঙ উঠিলে সমানে গালি পাৰিছিল। মাৰ এই নিৰপেক্ষ প্রকৃতিটো আমি বুজি পাইছিলো; পিছে পৰৰ ঘৰৰ পৰা অহা বোৱাৰীহঁতৰ পক্ষে বুজা টান আছিল। সেয়ে আমি বৌহঁতৰ পক্ষ লৈ মাক প্রতিবাদ কৰিছিলো, যদিও এই প্রতিবাদ মাৰ পিনে দি চালে অনর্থক। বৌহঁতে আমাৰ পৰা বন্ধুত্বসুলভ সাহচৰ্য্য পোৱাত মাৰ আচৰণ সহ্য কৰিব পাৰিছিল। আমাক মৰম কৰি বৌহঁতক গালি-শপনি পাৰিলে (সচৰাচৰ সেয়াই হয়) আমি মৰি যোৱা যেন লাজ পালোহেঁতেন। মাৰ এই জীয়াৰী-বোৱাৰীৰ ভেদ ভাৱ নথকা প্রকৃতিটোত মাৰ অন্তৰখন যে তেনেই নির্মল আমি সেয়া বুজি পাই সান্ত্বনা লভিছিলো। মোৰ ধাৰণা দিন যোৱাত বৌহঁতেও মাৰ এই নিৰপেক্ষ খঙাল স্বভাৱটো বুজি পাইছিল; আৰু মাৰ কথা-বতৰা, আচৰণ, ব্যৱহাৰত বেয়া পালেও সেই বেয়া পোৱাটো দীর্ঘস্থায়ী নাছিল।

আচলতে আমাৰ সংসাৰত মায়ে মৰম-সহানুভূতিৰ অভাৱ অনুভৱ কৰিছিল। সেয়ে ঘৰখনত প্রায়ে এক অশান্তিকৰ পৰিবেশৰ সৃষ্টি কৰিছিল। আমাৰ ঘৰৰ বাহিৰত মা বৰ জনপ্রিয় আছিল। মাৰ হাঁহি-ধেমালি, মাত-কথাত সকলোৱে মাক ভাল পাইছিল। মা বাহিৰত বৰ ৰঙিয়াল আৰু খুছ-মেজাজৰ আছিল।

আমাৰ সংসাৰত মায়ে প্রাপ্য সন্মান নাপালেও বাহিৰত মায়ে যথেষ্ট মৰম আৰু সন্মান পাইছিল। মাৰ ৰাণী পেহীৰ ল'ৰা-ছোৱালীবোৰে মাক বাইদেউ হিচাবে যথেষ্ট সন্মান দিছিল। মাক তেওঁলোকে 'বাসাৰ দি' বুলি সম্বোধন কৰিছিল। সৰুতে মা ৰাজহাউলীতে আছিল আন দহজন ৰজাঘৰীয়া আত্মীয়-স্বজনৰ নিচিনা। পিছত এনে আত্মীয়-স্বজনবোৰৰ কাৰণে আছুতীয়াকৈ থকাৰ ব্যৱস্থা হৈছিল — ৰাজহাউলীৰ বাহিৰত থাকিবৰ বাবে ঘৰ বনাই। সেই ঘৰবোৰক 'বাসা' বুলি উল্লেখ কৰিছিল। মাক চিনাকী দিবৰ বাবে মাতিছিল 'বাসাৰ দি' অর্থাৎ সিঘৰত থকা 'বাইদেউ' বুলি। মাৰ সৰু পেহীৰ ল'ৰা-ছোৱালীবোৰেও মাক 'বাসাৰ দি' (দি-দিদিৰ সংক্ষিপ্ত ৰূপ) বুলি মাতিছিল। মা আছিল বয়সত সবাতকৈ ডাঙৰ।

আমি মাতকৈ দেউতাৰ বেছি ওচৰ চাপিছিলো বাবে মায়ে লাহে লাহে আমাৰ পৰা আঁতৰি থকা হ'ল। ঘৰত আকর্ষণ নথকাত বাহিৰত ফুৰিবলৈ

বেছি ভাল পোৱা হ'ল। দুপৰীয়াৰ ভাত সাজ খোৱা হলেই ওচৰৰ ইঘৰ-সিঘৰলৈ ফুৰিবলৈ গৈছিল। আটাইতকৈ ভাল পাইছিল 'বড়াই বুড়ি'ৰ ঘৰলৈ গৈ আড্ডা মাৰিবলৈ। বড়াই বুড়ি আছিল মাৰ সৰু পেহীৰ জীয়েক অমলা মাহীৰ শাহু। কিবা এটা বেলেগ সম্পৰ্কত মায়ে তেওঁক দিদি (বাইদেউ) বুলি মতাৰ বাবে আমি মাহীৰ শাহুকো মাহী বুলি মাতিছিলো। কাম বন নাই, অনাই বনাই পাড়াৰ ইঘৰ-সিঘৰত টলৌ টলৌ কৈ ঘূৰি ফুৰাৰ বাবে আমি মাৰ এই দিদিক 'বড়াই বুড়ি' নাম দিছিলো। তেওঁ পিছে মাক খুব মৰম কৰিছিল। কৰবালৈ যাব লগা হ'লে মাক মাতি লৈছিল তেওঁৰ লগত যাবৰ বাবে। আমাৰ ঘৰ, মামাহঁতৰ ঘৰ, তাৰ পিছতে এই বড়াই বুড়িহঁতৰ ঘৰ। ভিতৰি বাট আছে। মামাহঁতৰ ঘৰলৈ আহি 'তৰু' বুলি মাক চিঞৰি মাতি লগত লৈ যাব — সেয়া ক'ত বা নাম প্ৰসংগতে হওঁক বা এনে ফুৰিবৰ বাবেই হওঁক। অথচ মা আৰু এই বড়াই বুড়ি মাহী সমবয়সী নাছিল। বড়াই বুড়ি আছিল আমাৰ আইতাৰ বয়সী। কিন্তু আইতাৰ লগত যোৱাৰ পৰিবৰ্তে মাকে লগত লৈ ফুৰিছিল। আইতাৰ মাৰ নিচিনা ফুৰা স্বভাব নাছিল; ক'ত বা নাম প্ৰসংগ থাকিলেহে গৈছিল। এই নাম প্ৰসংগত মায়ে যিদিনা গৈছিল — সিদিনা আমাক গধূলি পৰত তুলসী তলত আৰু গোঁসাই ঘৰত চাকি জ্বলাবলৈ কৈ গৈছিল। খোৱা, কাপোৰ-কানি সোলকাই গোঁসাই ঘৰৰ কাপোৰ পিন্ধি চাকি জ্বলাব লাগে বাবে আমি আমনি পাইছিলো আৰু প্ৰায় মাৰ এনেদৰে ৰাতিকৈ অহাটোত ভাল নাপাইছিলো। এনেবোৰ সৰু কথাতে মাৰ লগত আমাৰ (সৰু বাইদেউ আৰু মোৰ) কাজিয়া লাগিছিল।

অলপ কথাতে মাৰ অভিমানত আঘাত লাগিছিল! মায়ে জানে যে আমি মাতকৈ দেউতাকহে বেছি ভাল পাওঁ। সেয়ে মায়ে ধৰি লয় মাক বেয়া পাও বাবে আমি মাৰ দোষ খুচৰি থাকো। খঙত থাকিলেতো কথাই কব নোৱাৰি। চিধা কথাও বেকাঁকৈ লয়। কেতিয়াবা ফুৰিবলৈ যাওতে শাৰীখন লেতেৰা দেখিলে আমি যদি চফা শাৰী এখন পিন্ধিবলৈ কওঁ — আমাক উত্তৰ দিছিল — 'তহতৰ লাজ লাগে যদি মোক মা বুলি পৰিচয় নিদিবি।'

মায়ে যেতিয়া খঙত থাকে, তেতিয়া বৰ অবুজ হৈ উঠে। খঙত হিতাহিত জ্ঞান হেৰাই পেলায়। পৰীক্ষা দিবলৈ যোৱাৰ আগত — কি ছয়মাহিলী, কি বছৰেকীয়া — ডাঙৰক সেৱা কৰি আশীৰ্বাদ লৈ যোৱাটো আমাৰ অভ্যাস আছিল। অকল আমাৰ ঘৰৰ ডাঙৰকে নহয়; মামাহঁতৰ

ঘৰৰ, এনেকি সময় থাকিলে অমলা মাহীহঁতৰ ঘৰৰ ডাঙৰকো সেৱা কৰি গৈছিলো। খঙত জ্বলি থকা মাক সেৱা কৰিব গ'লে, সেৱা নলবলৈ পিছুৱাই গৈছিল। কেতিয়াবা হিতাহিত জ্ঞান হেৰুৱাই আমাক আশীৰ্বাদৰ পৰিবৰ্তে শাও দিছিল— 'পঢ়া-শুনাৰ মুখত ছাই পৰক' বুলি। পঢ়া-শুনাত ব্যস্ত থাকি মাক ঘৰুৱা কামত সহায় নকৰাৰ বাবেই আমাৰ ওপৰত মাৰ খং। ওচৰৰ মাহীৰ ছোৱালীবোৰ বৰ কামিলা। পঢ়া-শুনাৰ মাজতো ঘৰৰ কাম-বন কৰে। পঢ়া-শুনাত বেছি মনোযোগ নিদিয়াৰ কাৰণে তাহাঁতৰ পৰীক্ষাৰ ফল সিমান ভাল নহয় অৱশ্যে। মাৰ সেইবোৰ বিচাৰ নাই। তাতে মাৰ সেই বড়াই বুড়ি বাইদেৱে মাৰ ফলীয়া হৈ মাক কামত সহায় নকৰাৰ বাবে আমাক তিৰস্কাৰ কৰিছিল। বড়াই বুড়িৰ সমৰ্থন পাই মাৰ ধাৰণা হৈছিল, আন ছোৱালীয়ে যদি পঢ়া-শুনাৰ মাজত ঘৰৰ কাম কৰিব পাৰে, আমি কিয় নোৱাৰো? দেউতাই এনেবোৰ কথা ভাল নাপাইছিল। আমি পৰীক্ষাত ভালদৰে কৃতকাৰ্য্য হোৱাটোয়ে দেউতাই বিচাৰে। আমি পঢ়া-শুনা লৈ ব্যস্ত থকাটোয়ে দেউতাই বিচাৰে। বড়াই বুড়িৰ প্ৰৰোচনাত কাম নকৰাৰ বাবে মায়ে আমাক গালি দিলে দেউতাই ওলোটা মাকহে গালি দিছিল আৰু আমাৰ ফলীয়া হৈছিল। মাৰ খং উঠে দেউতাৰ পক্ষপাতিত্ব দেখি। আমাক সময়ত ভাত দিয়া কামত তাল ৰাখিব নোৱাৰি বেছি খং উঠে। তেতিয়া আমি সেৱা কৰিব গ'লে পঢ়াৰ মুখত ছাই পৰা অভিশাপকে দিছিল। মাৰ আশীৰ্বাদ পোৱাৰ সলনি অভিশাপ বাক্য শুনিব পালে - বিশেষকৈ পৰীক্ষা দিবলৈ যোৱাৰ সময়ত মোৰো বৰ খং উঠিছিল। খঙত মাৰ অভিশাপৰ উত্তৰ দিছিলো 'শগুণৰ শাওত গৰু নমৰে' এনে প্ৰবাদ বাক্যেৰে। মাৰ এই খঙাল স্বভাৱৰ লগত আমাৰ ভালদৰেই পৰিচয় থকা বাবে মাৰ অভিশাপবোৰ আমাৰ মনত দকৈ প্ৰভাব পেলাব নোৱাৰে; নহ'লে পৰীক্ষাবোৰ আমাৰ বেয়াই হ'লহেঁতেন। আমি জানো মাৰ এই অভিশাপবোৰ আন্তৰিক নহয়, মৌখিকহে। আমাৰ পৰীক্ষাৰ ভাল ফলে মাকো খুছি কৰে।

মাৰ সহ্য শক্তি মুঠেও নাছিল। বতৰৰ পৰিবৰ্তন মাৰ সহ্য নহৈছিল। গৰমৰ দিনত গৰম সহ্য কৰিব নোৱাৰে বাবে সুদা গায়ে দুডোখৰ সৰু টুকুৰা কাপোৰৰ— এডোখৰ মেখেলা হিচাবে, আন ডোখৰ চাদৰ হিচাবে বুকুত লৈ থাকিবলৈ আৰাম পাইছিল। এনেদৰে থকাত বহুদিন আলহীৰ উপস্থিতিত অপদস্থ হৈছিল। জাৰকালি ওলোটা। আবেলিতে ৰন্ধা কাম শেষ কৰি খোৱাবস্তু অঙঠাৰ ওপৰত গৰম ৰাখি গধূলি হোৱাৰ লগে লগে

গোঁসাইঘৰৰ কামখিনি কৰি উঠিয়ে লেপৰ তলত সোমাইছিল। খোৱাৰ সময়ত আমাক ভাত দিবও নুঠিছিল; উঠি নিজেও নাখাইছিল। সেয়ে মাক আমি চৰম ভাৱাপন্ন বুলি কৈছিলো।

মা বৰ ভয়াতুৰ আছিল। মাৰ এই ভয়টো আমাৰ মাজতো সংক্ৰমিত হৈছিল। ডাঙৰ দাদা বৰ ভীৰু আছিল। সৰু দাদাও ভীৰু আছিল। সৰু দাদাৰ ভয়টো আকৌ ঘৰৰ ভিতৰতহে। বাহিৰত ৰাতি হ'লেও ফুৰিবলৈ ভয় নকৰিছিল। আচলতে মায়ে ভয়ত কেতিয়াবা যেনে বিকট চিঞৰৰ বাখৰ কৰে, সেই ভয়লগা চিঞৰটো আমাৰ মনতো ভয়ৰ সঞ্চাৰ কৰে। মোৰ ভালদৰে জ্ঞান হোৱাৰ পৰা ডাঙৰ বাইদেউক ওচৰত পোৱা নাছিলো। সেয়ে ডাঙৰ বাইদেউৰ ভয় কেনেধৰণৰ আছিল কব নোৱাৰো। সৰু বাইদেউ আৰু মই যথেষ্ট ভীৰু আছিলো। ডাঙৰ দাদা ইমান ভয়াতুৰ আছিল যে ভয়ত খোজ কাঢ়িবলৈকে পাহৰি গৈছিল। ভয়ত দাদাৰ বিচূৰ্তি হয়। খোজ কাঢ়িব পাহৰি গৈ দুটা ভৰিৰে জপিয়াই জপিয়াই ৰান্ধনি ঘৰত থকা মাৰ ওচৰ পাবহি। কথা ক'ব পাহৰি গৈ দেৱালত মুখ লুকাব গৈ। একো সাহ দিব নোৱাৰিলেও ল'ৰা-ছোৱালীয়ে ভয়ত মাকৰ ওচৰতে যায় বুলি দাদাইও ভয়ত তেনেকৈ মাৰ ওচৰ পাইছিল। শেষৰ পিনে দাদাহঁত বাহিৰত থকাত, ডাঙৰ বাইদেউৰ বিয়া হৈ যোৱাত এনে ভয়াতুৰ মাৰ লগত সৰু বাইদেউ আৰু মই সদায় আতংক লৈয়ে থাকিছিলো। কেতিয়াবা গধূলি এজনো মতা মানুহ নোহোৱাকৈ থাকিবলগীয়া হ'লে — কিবা এটা আচহুৱা শব্দ হ'লেই আমাৰ তিনিওজনীৰে ভয়ত ধাতু উৰি যোৱা অৱস্থা হয়। ভয়ত মই পেপুৱা লাগি যাওঁ, মুখেৰে মাত নোলায়। ওচৰতে থকা মামাহঁতক মাতিবৰ বাবে মায়ে সৰু বাইদেউক কয়। কোনমতে খিড়িকি এটা অলপ ফাঁক কৰি সৰু বাইদেৱে চিঞঁৰিবলৈ ধৰে আৰু সৰুবাইদেউৰ সাহ বঢ়াবৰ বাবে মায়ে পিছৰ পৰা সৰু বাইদেউক ধৰি ৰাখে। সৰু বাইদেৱে টেটুফালি চিঞঁৰে মাইমা (মামী), আবু (আইতা) বুলি। পিছে ঘৰৰ সীমাবোৰ দূৰ বাবে আৰু ঘৰৰ ভিতৰত থাকিলে মামীহঁতে খুব কমেই শুনে। এদিনাখনতো বজাৰৰ পৰা ঘূৰি আহিব ধৰা দেউতাই এক ফাৰ্লং দূৰৈৰ পৰা সৰুবাইদেউৰ টেটুফলা চিঞৰ শুনি কিবা বিপদৰ আশংকা কৰি প্ৰায় দৌৰি আহিছিল। এনে ভয়াতুৰ মাক লৈ এজনো পুৰুষ মানুহ নথকা ঘৰত আমি প্ৰায়ে আতংকিত হৈ গধূলিটো কটাও।

বেমাৰ-আজাৰত, শুশ্ৰূষা কৰিবলৈ মায়ে অপৰাগ আছিল। মোৰ মনত পৰাত দেউতাৰ নিমোনিয়াৰ নিচিনা টান নৰিয়াত দেউতাক ২৪ ঘন্টা

শুশ্ৰূষা কৰিবলৈ দেউতাৰ ওচৰত দেউতাৰ মামাৰ ল'ৰা পূৰ্ণখুৰাকে দেখিছিলো। মায়ে মাথো পথ্যৰ যোগান ধৰিছিল। পিছতো যেতিয়া দেউতাই কৰ্কট ৰোগত আক্ৰান্ত হৈ শেহৰ পিনে শয্যাশায়ী হ'ল, মায়ে দেউতাৰ ওচৰত বেছিপৰ বহি থাকিব নোৱাৰিছিল। ডাঙৰ বৌ, ডাঙৰ বাইদেউ আৰু ৰমেশ নামৰ আধা বুঢ়া কাম কৰা মানুহ এজনে সৰ্বক্ষণ দেউতাৰ ওচৰত আছিল। মাৰ নিজৰ অসুখ হ'লেতো সহ্য শক্তিৰ অভাৱত নিজেতো অস্থিৰ হৈছিল আনকো অস্থিৰ কৰি আমনি দিছিল। অলপ জ্বৰ বা সাধাৰণ পেটৰ অসুখ হ'লে ইমান অস্থিৰ হয়, আমি আমনি পাই ওচৰতে যাব নুখুজিছিলো। টান নৰিয়াত পৰা দেউতাৰ সহ্যশক্তি দেখাত আমি অভ্যস্থ। মাৰ অলপ অসুখতে অস্থিৰ হোৱাটো আমাৰ মনোযোগ কাঢ়িব নোৱাৰিছিল। আচলতে মায়ে আমাৰ মনোযোগে বিচাৰিছিল।

দেউতা ঢুকোৱাৰ পিছত মা বৰ অসহায় হৈ পৰিল। ভয়াতুৰ বাবে অকলে এটা ঘৰত থাকিবও নোৱাৰে; আকৌ মেজাজী আৰু অবুজ প্ৰকৃতিৰ বাবে কাৰো লগত বনিবও নোৱাৰে। কিছুদিন ডাঙৰ দাদাৰ লগত শ্বিলঙত, কিছুদিন ডাঙৰ বাইদেউৰ লগত শালকোচাত, কিছুদিন ৰঙিয়াত সৰুবাইদেউৰ তাত; আমি গৌৰীপুৰত থাকোতে কিছুদিন নিজৰ ঘৰতে থাকিব ল'লে। ঘৰৰ এটা ফালত ভাড়াটীয়া থকা বাবে আৰু ওচৰতে আমি থকাত সাহ গোটাই কাম কৰা সৰু ছোৱালী এজনীক লৈ কিছুদিন স্বাধীন ইচ্ছাৰে অকলে থাকিব পাৰিলে। এনেকৈ থাকিব পাৰিলে ভাল আছিল। কিন্তু আমি বদলী হৈ যাব লগা হোৱাত শেহৰ পিনে সৰুদাদাৰ লগত ডিব্ৰুগড়তে থাকিব ল'লে।

দেউতা ঢুকোৱা মানে মায়ে বিবাহিত জীৱনৰ পঞ্চাছ বছৰীয়া সংগী এজনক চিৰদিনৰ বাবে হেৰুৱালে। মনৰ মিল থাকক নেথাকক দেউতাই পতি হিচাপে পত্নীৰ দায়িত্ব লোৱাত কেতিয়াও ত্ৰুটি কৰা নাছিল। সেয়ে দেউতা অবিহনে মাই বৰ নিৰাশ্ৰয় হৈ পৰিল। দেউতাৰ মৃত্যুত কান্দিছিলো আৰু সংগীহাৰা মাৰ কাৰণে কন্দাৰ উপৰিও মনটো কেনেবা কেনেবা কৰিছিল। মাৰ লগত সৰুবৌৰ নবনিছিল। মাৰ পুতৌ লগা অৱস্থাতো সৰুবৌৰ পৰা সহানুভূতিসূচক ব্যৱহাৰ নাপাইছিল। মই নিজেও তেতিয়া সংসাৰত আবদ্ধ। জোঁৱায়েকৰ সংসাৰত দুজনকৈ পুত্ৰ থকা মাক আনি ৰাখিবলৈ সন্মানত লাগিছিল। মনত তেতিয়া ভাব হৈছিল— মই বিয়া নকৰালেই ভাল আছিল। কাজিয়া কৰি থাকিলেও মাক ৰাখিব পাৰিলোহেঁতেন; মায়ে অ'ত ত'ত ডলাৰ বগৰীৰ নিচিনা বাগৰি ফুৰিব

নেলাগিলহেঁতেন।

মাৰ চৰিত্ৰত গুণতকৈ হয়তো দোষ বেছি আছিল। সাংসাৰিক বুদ্ধি নথকাৰ বাবে সকলোৰে লগত মিলি থাকিবও নোৱাৰিছিল। তথাপি মাৰ শেষবয়সৰ অসহায় অৱস্থাৰ কথা ভাবিলে মাৰ কাৰণে মনটো বিচলিত হৈ উঠিছিল। ৰাণী আইতাৰ মৰমৰ প্ৰশ্ৰয়ত ডাঙৰ দীঘল হোৱা, ৰাজপ্ৰাসাদৰ সুখ-স্বাচ্ছন্দ্যৰ মাজত সৰুকালৰ দিনবোৰ কটোৱা, ৰাণী আইতাৰ ভতিজা ছোৱালী আমাৰ মায়ে যেতিয়া শেষ বয়সত, বোৱাৰীৰ অযত্ন অৱহেলাৰ মাজত দিনবোৰ কটাই হাস্পাতালত নিজৰ মানুহৰ মুখ নেদেখাকৈ শেষ নিঃশ্বাস ত্যাগ কৰে — ছবিটো চকুৰ আগত ভাহি উঠিলে ভিতৰটো কান্দি উঠে। দোষ হয়তো কাৰো নহয়, দোষ হয়তো আমাৰ সকলোৰে।

এই গৰাকী আছিল আমাৰ মা। সৰুতে পিতৃহাৰা হৈ, ৰাণী পেহীৰ ৰাজকাৰেঙৰ বিলাস-বৈভৱৰ মাজত ডাঙৰ হৈ অনিচ্ছুক দেউতাৰ লগত বিবাহবন্ধনত আৱদ্ধ হৈ, অভাৱৰ সংসাৰৰ মাজত, আমাৰ নিচিনা পিতৃপ্ৰেমী, মাতৃ বৈৰী সন্তানৰ জন্মদি ভাটি বয়সত স্বামীহীনা হৈ একৰকম নিৰাশ্ৰয় অৱস্থাত, অ'ত ত'ত ডলাৰ বগৰীৰ নিচিনা বাগৰি, মৃত্যুৰ সময়ত নিজৰ আপোনজনৰ কাৰো মুখ নেদেখি হাস্পাতালৰ ৰোগী থকা বিছনাত সজ্ঞানে শেষ নিঃশ্বাস ত্যাগ কৰি যন্ত্ৰণাময় সংসাৰৰ পৰা মুক্তি পায়।

মা আছিল পূণ্যব্ৰতা। দেৱ-দেৱী পূজা-অৰ্চনালৈ ব্যস্ত থাকিবলৈয়ে ভাল পাইছিল। সেয়ে বোধকৰো পূণ্যতিথি দ'ল পূৰ্ণিমাত শেষ নিঃশ্বাস ত্যাগ কৰিলে। ওচৰতে থকা নাৰ্চজনীৰ পৰা পানী এগিলাচ খুজি খাই শেষবাৰ শোৱাৰ আগত হেনো কৈছিল 'মই এতিয়া ঘৰত যাওঁ। ভ্ৰমতে কৈছিল নে অন্তিম আহ্বান শুনি এনেদৰে কৈছিল বুজা নগ'ল।

দেউতাতকৈ মা আছিল পাঁচবছৰৰ সৰু। তাহানিৰ দিনত স্বামী-স্ত্ৰীৰ মাজৰ বয়সৰ এনে কম ব্যৱধান বৰ আচৰিত। ইয়াতকৈও আচৰিত কথা — মাৰ মৃত্যুও হৈছিল দেউতাৰ মৃত্যুৰ পাঁচ বছৰৰ ভিতৰত — অৰ্থাৎ প্ৰায় দেউতাৰ সমান বয়সত। দেউতাই জন্মিছিল ইং ১৮৯৪ চনৰ ডিচেম্বৰ মাহত। মায়ে জন্মিছিল ইং ১৯০০ চনৰ অক্টোবৰ মাহত। দেউতাৰ মৃত্যু হয় ইং ১৯৬৩ চনৰ ৬ চেপ্তেম্বৰ; মাৰ মৃত্যু হয় ইং ১৯৬৮ চনৰ ১৪ মাৰ্চত। স্বামীহীনা হৈ দীৰ্ঘদিন অনাদৰৰ মাজত থাকিব নেলাগিল — সান্ত্বনা সেইখিনিতে।

জননী স্বৰ্গতকৈও শ্ৰেষ্ঠা — কথাষাৰ মাৰ জীৱিতকালত উপলব্ধি কৰিব নোৱাৰাৰ দুৰ্ভাগ্য আমাৰে। আমি দুৰ্ভাগা পাপী। বাৎসৰিক শ্ৰদ্ধাৰে সেই

পাপৰ প্ৰায়শ্চিত্য কৰি মনটোক সান্ত্বনা দিয়াই এতিয়া আমাৰ অভিপ্ৰেত।

আমাৰ অভিমানিনী, অবুজ, আজলি মা— আমাক ক্ষমা কৰিবা। জন্মভূমিৰ নিচিনা জননীৰ ঋণও শোধ কৰিব পৰা নাযায়। সেই ধৃষ্টতাও আমি নকৰোঁ। আমি ঋণ স্বীকাৰ কৰোঁ আৰু আমাৰ ত্ৰুটি-বিচ্যুত্তিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰোঁ — বিদেহেনী আত্মাৰ ওচৰত।

'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী'

# ককাইদেউ

অৰুণ চন্দ্ৰ বৰুৱাৰ ঔৰসত তৰলা বালা বৰুৱাৰ গৰ্ভত ইং ১৯১৯ চনৰ ২২ জুনত আমাৰ ককাইদেউ অনিমেশ চন্দ্ৰ বৰুৱাৰ জন্ম হয়। ককাইদেউ আছিল মাৰ চতুৰ্থ গৰ্ভৰ সন্তান। প্ৰথমটো ল'ৰা সন্তান তিনিমহীয়া কেচুৱা অৱস্থাতে ঢুকোৱাৰ পিছত আৰু দুটা গৰ্ভপাত হয়। তাৰ পিছত ককাইদেউৰ জন্ম হয়। সেয়ে বোধকৰো মা-দেউতাৰ মৰমৰ মাজত, আইতাৰ প্ৰশ্ৰয়ৰ মাজত ককাইদেউ অভিভাৱকৰ একৰকম বিনা শাসনত আত্মকেন্দ্ৰিক প্ৰকৃতি এটা লৈ ডাঙৰ দীঘল হ'ল। ককাইদেউ মোতকৈ যথেষ্ট ডাঙৰ। মোৰ যেতিয়া মনত থকা বয়স হ'ল, ককাইদেউ তেতিয়া গৌৰীপুৰৰ বাহিৰত কলেজলৈ পঢ়িবলৈ গ'ল। গৰমৰ বন্ধ, পূজাৰ বন্ধ বা ফাইনেল পৰীক্ষাবোৰ দি উঠি যেতিয়া তেওঁ ঘৰলৈ আহে তেতিয়াহে এমাহ দুমাহৰ বাবে তেওঁৰ সান্নিধ্য পাওঁ। তেওঁৰ সৰুকালৰ বহুত কথাই মই নাজানো। যিখিনি জানো (হয়তো জনাত ভুলও হ'ব পাৰে) সেইখিনিকে লিখিবলৈ লৈছো। ককাইদেউৰ সৰুকালৰ কিছুমান ঘটনা অৱশ্যে মাৰ পৰা জানিব পাৰিছিলো।

সৰুতে মই ককাইদেউক বেছি ওচৰত নাপাইছিলো। সেয়ে বোধকৰো যিকেইটা দিন তেওঁ ঘৰত থাকিছিল — তেওঁৰ মৰম পাবৰ বাবে মনটো আকুলি বিকুলি কৰিছিল। আকৌ গহীন গম্ভীৰ প্ৰকৃতিৰ কম পৰিচিত ককাইদেউলৈ সমীহৰ ভাবো এটা আছিল। মুঠতে এক অবাক বিস্ময় লৈ ককাইদেউক চাইছিলো।

মই সৰু থাকোতে ককাইদেৱে মোক বৰ জোকাইছিল। অলপ অলপ মনত পৰে। এবাৰ মোৰ চুলি খুৰাই দিওতে খেদু-নাপিতৰ চোকা খুৰ মূৰত লাগি তেজ ওলাল। তাৰ পিছৰ পৰা চুলি খুৰাবলৈ মোৰ বৰ ভয় হৈছিল। চুলি খুৰোৱাত বৰ আপত্তি কৰিছিলো। মাহতে চুলি খুৰালে মূৰত চুলি ভালদৰে আহে বুলি খুৰাবলৈ জোৰ দিয়ে। ককাইদেউ আহে সমস্যাৰ সমাধান কৰিবলৈ। দা এখন লৈ তেওঁ খেদু নাপিতৰ ওচৰত বহি ল'ব আৰু মোক আশ্বাস দিব 'এই বেলি তোৰ চুলি খুৰাওতে যদি তেজ উলিয়ায় খেদুকে দুছোৱা কৰিম।' ককাইদেউৰ আশ্বাস পাই মই মূৰ খুৰাবলৈ ৰাজী হওঁ।

অলপ লিখিব পৰা হৈ ককাইদেউ বা ডাঙৰ আত্মীয়-স্বজনলৈ চিঠি লিখিব ধৰিলে, ককাইদেৱে সদায় মনত ভ্ৰম লগাই দিছিল। চিঠিৰ সামৰণিত 'প্ৰণাম গ্ৰহণ কৰিব' বুলি লিখা খিনিক লৈ তেওঁ ক'ব 'গ্ৰহণ শব্দটো লিখিব নালাগে।' ককাইদেউৰ জোকোৱা দুষ্ট হাঁহিকণ তেতিয়া ধৰিব নোৱাৰি লিখোতে সদায় খোকোজা লাগিছিল — 'গ্ৰহণ' শব্দটো লিখিম নে নাই বুলি। তেওঁৰ এই জোকোৱা স্বভাৱকণ সৰ্বনাশা অসুখত পৰাৰ আগমুহূৰ্তলৈকে নগ'ল। আমি চাৰি ভাই-ভনী (ডাঙৰ বাইদেউ শালকোচাতে থাকে) নিজৰ নিজৰ সংসাৰ লৈ গুৱাহাটীতে থাকিব ল'লো। ভোগালী বিহু বা আন কিবা খোৱা-লোৱাৰ অনুষ্ঠান পাতি টেবুলত বিধে বিধে খোৱা বস্তু সজাই 'বুফে' ষ্টাইলত পৰিবেশন কৰিলে ককাইদেৱে নিজে ভালপোৱা বস্তুখিনি গোটেই দখল কৰিব খুজিব; গোটেইখিনি ঘৰলৈ লৈ যোৱাৰ ভাওঁ দেখুৱাব। মই অলপ থত্‌মত্‌ খাই যাওঁ - বাকীবোৰক কি দিম ভাবি। মোৰ মুখত তেনে ভাৱ দেখি ককাইদেৱে হাঁহি দিয়ে।

সৰুতে ককাইদেউ হেনো বৰ ভয়াতুৰ আছিল। গৌৰীপুৰত ঘৰবিলাক সজাৰ এক বেলেগ বৈশিষ্ট্য আছিল। সকলোৰে ঘৰৰ আগত নলা আছিল বৰষুণৰ পানী ওলাই যাবৰ বাবে। আমাৰ শাৰীৰ ঘৰবিলাকৰ সমুখৰ নলাবোৰ যথেষ্ট বহল আছিল। ৰাস্তাৰ পৰা ঘৰলৈ সোমাব হ'লে, হয় কাঠৰ দলং নহলে বাঁহৰ সাঁকো সজা হৈছিল। আমাৰ ঘৰৰ সমুখত আছিল বাঁহৰ সাঁকো। (আগলৈ অৱশ্যে দ্বিতীয় মহাযুদ্ধৰ সময়ত ৰাস্তাবোৰ যেতিয়া ওখ আৰু বহল হ'ল তেতিয়া একো একোটা কালভাৰ্ট (Culvert) বনাই তাৰ ওপৰত মাটিৰ ৰাস্তা বনোৱা হৈছিল) অহা-যোৱা কৰোতে বাঁহৰ সাঁকোত মট্‌মট্‌ শব্দ উঠে। আগফালৰ কোঠালীত ককাইদেৱে পঢ়াশুনা কৰি থাকে। হঠাতে মট্‌মট্‌ শব্দ কৰি অহাটো কাণত পৰিলে, কোনোবাই আহি আছে ভাবি ভয়ত তেওঁৰ কাছুটি হেৰাই যোৱা অৱস্থা হয়। কেতিয়াবা কোঠালীতে থকা খাটৰ তলত সোমাই লুকাব খোজে; কেতিয়াবা খোজ কাঢ়িব পাহৰি গৈ জপিয়াই জপিয়াই ৰান্ধনি ঘৰত ৰান্ধি থকা মাৰ ওচৰ পায়গৈ; কেতিয়াবা ভয়ত পেপুৱা লাগি কি কৰে নিজেই ক'ব নোৱাৰা হয় — বেৰত মুখ লগাই লুকাব খোজে। এনেহেন অতি ভয়াতুৰ ককাইদেউ আগলৈ কৰ্মক্ষেত্ৰ বাছি লৈছিল দুৰ্গম সাহ দেখুৱাব পৰা পুলিচৰ চাকৰি। পুলিচৰ চাকৰিত সোমাই চোৰ-ডকাইতক শাসন কৰিয়ে অকল থকা নাই; ৰাজনৈতিক চোৰাংচোৱা বিভাগত সোমাই আত্মৰক্ষাৰ বাবে প্ৰয়োজনীয় অস্ত্ৰ লগত নোলোৱাকৈয়ে গোপনে বিদেশী ৰাষ্ট্ৰত

সোমাই গুপ্তচৰৰ সাহসিকতা দেখুৱাইছিল।

ককাইদেউ আছিল গৌৰীপুৰৰ এজন নামকৰা খেলুৱৈ। যিকোনো খেলৰ প্ৰতিযোগিতাত ককাইদেৱে অংশগ্ৰহণ কৰি কিবা নহয় কিবা এটা 'প্ৰাইজ' আনিবই — সেয়া সাঁতোৰ প্ৰতিযোগিতাতে হওক, চাইকেল 'ৰেচ'তে হওক বা ফুটবলতে হওক। স্কুলত পঢ়োতে 'স্কাউট'ৰ প্ৰশিক্ষণ লোৱাত খেল-ধেমালিৰ প্ৰতি আকৰ্ষণ স্বাভাৱিক হৈ পৰিছিল। ফুটবলত ককাইদেউৰ স্থান আছিল নিৰ্দিষ্ট। তেওঁ আছিল এজন নামকৰা গোলৰক্ষক; 'পঢ়িব নাজানিলে টোলত, খেলিব নাজানিলে গোলত' বুলি জোকোৱা প্ৰবাদ বাক্য এটা আছে যদিও খেল এখন জিকাত গোলৰক্ষকৰ ভূমিকাও নগন্য নহয়। মুখত কেতিয়াবা প্ৰৱাদ বাক্যটোৰে ককাইদেউক জোকাব খুজিলেও গোলৰক্ষক হিচাপে তেওঁৰ যোগ্যতাক শলাগিছিলো। ককাইদেৱে প্ৰতিযোগিতাত অংশ লৈ নিজিকাঁকৈ আহিব নোখোজে। এবাৰ সাঁতোৰ প্ৰতিযোগিতা এটা হৈছিল - 'ৰাজবাড়ী'ৰ নিৰ্দিষ্ট পুখুৰী এটাত। পুখুৰীৰ ঘাটত পকা বন্ধোৱা চিৰি আছিল। বাৰিষাৰ সময়ত পুখুৰীত বহুত পানী। তলৰ চিৰিবোৰ পানীৰ তলত। ককাইদেৱে ওপৰৰ চিৰিৰ পৰা জাপ এটা মাৰি সাঁতুৰিব আৰম্ভ কৰিছিল। অলপ পিছত দেখা গ'ল ককাইদেউৰ মূৰ ফাটি গৈ তেজ ব'ব ধৰিছে; ককাইদেৱে সাঁতোৰা ঠাইখিনিৰ পানী ৰঙা হৈ যাব ধৰিছে। পাৰত থকা মানুহবোৰে ককাইদেউক পাৰত উঠি আহিবৰ বাবে চিঞৰি চিঞৰি মাতি আছে। ককাইদেউ নুশুনেও, নাহেও। সাঁতোৰ প্ৰতিযোগিতা শেষ কৰিহে তেওঁ পাৰত উঠি আহিল। তেওঁৰ ফটা মূৰটো চিলাই কৰিব লগা হ'ল। মূৰত বেণ্ডেজ আৰু হাতত সাঁতোৰ প্ৰতিযোগিতাত প্ৰথম হোৱা বিলাতী ধুনীয়া পুৰস্কাৰ এটা লৈ তেওঁ ঘৰত সোমালহি। মায়ে নিশ্চয় চিঞৰিছিল। ককাইদেউৰ মুখত অৱশ্যে হাঁহি। মোৰ মনত ৰাখিব পৰা বয়স নাছিল বাবে মনত নাই। মাথোন আগলৈ ককাইদেউৰ সেই ধুনীয়া মনোলোভা পুৰস্কাৰটোৰ প্ৰতি মোৰ বৰ লোভ উপজিছিল। প্ৰায় লাৰিচাৰি চাইছিলো সেই বিলাতী বস্তুটো। কলিকতা তেনেই ওচৰত আছিল বাবে তেতিয়াৰ দিনত বিলাতী বস্তু বৰ সহজলভ্য আছিল। ককাইদেউৰ স্কুলীয়া জীৱন মোৰ মনত নপৰে। মোৰ যেতিয়া মনত থকা বয়স হ'ল, ককাইদেউ তেতিয়া কলেজৰ ছাত্ৰ। গৰমৰ বন্ধত বা পূজাৰ বন্ধত ঘৰলৈ আহিলে আমাৰ বাবে সৰহকৈ চকোলেট আনিছিল। আজিকালিৰ সৰু সৰু লাকটো বন্‌বন্ জাতীয় চকোলেট নহয়। 'ফাইভ্‌ষ্টাৰ' চকোলেটবোৰক চেপেটা কৰিলে যেনে আকাৰৰ হ'ব,

তেনেধৰণৰ। মই খাই বৰ সোৱাদ পাইছিলো; আৰু ককাইদেউ ঘৰলৈ আহিলে চকোলেট যে অৱশ্যে আনিব সেয়া ধৰি লৈ মনে মনে খুব ফূর্তি পাইছিলো।

তেতিয়াৰ দিনত টকাৰ মূল্য বেছি আছিল। ককাইদেউৰ হোষ্টেল আৰু কলেজৰ খৰছ বাবদ দেউতাই পঠোৱা ২৫/৩০ টকাৰ পৰা তেওঁ কিছু পইছা জমাব পাৰিছিল। সেই ৰাহি পইছাৰে ঘৰলৈ আহোতে ইটো সিটো কিবাকিবি বস্তু লৈ আহিছিল। এবাৰ আমাৰ বাবে ককাইদেৱে 'কেৰমবোৰ্ড' এখন আনিছিল। তেতিয়াৰ দিনত কেৰমবোৰ্ড এখনৰ দাম মাত্ৰ পাঁচ টকা। ককাইদেৱে 'কেৰম' আনি আমাক খেলিবলৈ শিকাইছিল। তেওঁৰ পাৰ্টনাৰ হবলৈ পিছে খুউব ভয় লাগিছিল। গুটিবোৰ গাতত পেলাব নোৱাৰিলে খুব গালি খাইছিলো। ভয়ত ষ্ট্ৰাইকাৰেৰে গুটি মাৰোতে নিচান বেয়া হৈ যায়। সেয়ে পাৰোমানে ককাইদেউ ঘৰত থাকিলে খেলিবলৈ নবহিছিলো। এই 'কেৰমবোৰ্ড' খনতে অভ্যাস কৰি আগলৈ ভালদৰে খেলিব পৰা হ'লো; প্ৰতিযোগিতাবোৰত প্ৰথম পুৰস্কাৰ পোৱা হ'লো। সেয়া ককাইদেউৰ প্ৰশিক্ষণ।

কিছুমান কথাত ককাইদেউ আকৌ বৰ হিচাবী আছিল। কলেজত পঢ়ি থাকোতে চহৰ আৰু কলেজৰ হাৱা লাগি তেওঁৰ ইস্ত্ৰি কৰা কাপোৰ পিন্ধাৰ চখ হ'ল। এবাৰ বন্ধত ঘৰলৈ আহোতে এটকা চাৰি অনা দি কয়লাৰ অঙঠাৰে কৰিব পৰা ইস্ত্ৰি এটা কিনি আনিলে। আমি পাঁচ ভাই-ভনীয়ে চাৰি অনাকৈ দি সমানে অংশীদাৰ হ'লো। এই চাৰিঅনা দেউতাই আমাক পূজা-পাৰ্বনত দিয়া পইছাৰ পৰা জমোৱাৰ এটা অংশ। ককাইদেৱে অনা সেই ইস্ত্ৰিটোৱে আগলৈ আমাৰ বহুত কামত আহিছিল।

মই আছিলো ঘৰৰ আটাইতকৈ সৰু। সেয়ে ককাইদেউ কলেজ হোষ্টেলৰ পৰা ঘৰলৈ আহিলে মই প্ৰায়ে তেওঁৰ লগে লগে ফুৰিছিলো আৰু তেওঁৰ কথা, কাম-কাজবোৰ অবাক বিস্ময়ত চাইছিলো।

এবাৰ ককাইদেৱে কাকোগুড়ি আনি চকোলেট বনাবৰ চেষ্টা কৰিলে। গাখীৰৰ লগত কোকোৰ গুড়ি মিহলাই কেনেকৈ কি কৰিলে মনত নাই; পিছে চকোলেটৰ সোৱাদ পাইছিলো। ককাইদেৱে চকোলেট বনাব পাৰে ভাবি বৰ শলাগ লৈছিলো।

ককাইদেউৰ পৰা চিঠি পালে খুব ফূৰ্তি লাগিছিল। উত্তৰ দিওতে পিছে ভয় লাগিছিল। আৰু 'প্ৰণাম গ্ৰহণ কৰিব' বুলি লিখোতে সদায় খোকোজা লাগিছিল — শুদ্ধ হ'ল নে নাই ভাবি।

গুৱাহাটীৰ 'কটন' কলেজৰ পৰা প্ৰথম বিভাগতে আই এচ চি পাছ কৰি ককাইদেউ কলিকতাৰ 'ৰিপন' কলেজত বি এচ চি পঢ়িবলৈ গ'ল। ইতিমধ্যে দ্বিতীয় মহাসমৰ আৰম্ভ হৈ গৈছিল। যুদ্ধ আৰু ক'লাবজাৰৰ প্ৰকোপত বয়বস্তুৰ দাম বাঢ়ি যাব ধৰিলে। দেউতাৰ চাকৰিৰ টকাৰে আমি চাৰি ভাই-ভনী (ডাঙৰ বাইদেউৰ তেতিয়া বিয়া হৈ গৈছে) মা, দেউতা, কাম কৰা মানুহ সাতজন সদস্যৰে ভৰা সংসাৰখন চলোৱা টান হৈ পৰিছিল দেউতাৰ পক্ষে। ককাইদেউৰ হোষ্টেলৰ খৰছ কোনমতে পঠাব পাৰিছিল। কম টকাৰে চলিব লগা হোৱাত ককাইদেৱে লাগতিয়াল কিতাপ পত্ৰ কিনিব পৰা নাছিল বাবে 'অনাৰ্চ' এৰি দি অকল 'পাছ কোৰ্চ' লৈ বি এচ চি পঢ়িব ধৰিলে। কলিকতাৰ হুলস্থূলীয়া নাগৰিক জীৱনৰ বা-বতাহো লাগিছিল ডেকাবয়সত। বৰদেউতাৰ ডাঙৰ ল'ৰা মাধব দাদাইও ককাইদেউৰ লগত একে কলেজতে পঢ়ি আছিল। ককাইদেউতকৈ এবছৰ ডাঙৰ হ'লেও পঢ়া-শুনাত বেছি মতি গতি নাছিল বাবে এবছৰ বেয়া কৰি ককাইদেউৰ লগত একে শ্ৰেণীতে পঢ়িব ধৰিছিল। এই মাধব দাদাৰ লগত থাকি ককাইদেউৰো মতিগতি পঢ়া-শুনাতকৈ অলপ বেলেগ পিনে ঢাল খালে। তেওঁ অলপ ৰোমাণ্টিক হৈ পৰিছিল। মই সৰু, সকলো কথা বুজি নাপাওঁ। পিছে ডাঙৰ বাইদেউৰ লগত ককাইদেৱে কিবাকিবি ফুচ্‌ফাচ্ কৰিছিল। কলিকতাত থাকি চিনেমা চোৱাৰ নিচাও হৈছিল ককাইদেউৰ। হিন্দী চিনেমাৰ গান কিছুমান ঘৰলৈ আহিলে খুব গাইছিল। ডাঙৰ বাইদেউক দেউতাই গান শিকিবৰ বাবে হাৰমোনিয়াম এটা কিনি দিছিল। ককাইদেউ কলিকতাৰ পৰা আহিলে, সেই হাৰমোনিয়ামটো বাইদেউৰ সহায়ত বজাই বঙালী আৰু হিন্দী গান কেইটা খুব গাইছিল। 'কে তুমি ডাকিলে আমাৰে' ককাইদেৱে গোৱা গানটো ডাঙৰ বাইদেৱেও শিকি লৈ হাৰমোনিয়ামত তাৰ সুৰ তুলিব পাৰিছিল। পিছত ডাঙৰ বাইদেউৰ পৰা সৰু বাইদেউ আৰু মইও সেই গানটো হাৰমোনিয়ামত বজাই গাব পৰা হৈছিলো। 'চৱে ধন নীলমণি'ৰ নিচিনা বহুদিনলৈকে ককাইদেউৰ গোৱা সেই গানটোৱে আছিল আমাৰ একমাত্ৰ গাব পৰা গান। 'চাইগল'ৰ হিন্দী গান 'শো যা ৰাজকুমাৰী শো যা' সেইসময়ত বৰ জনপ্ৰিয় আছিল। ককাইদেউৰ মুখতো সেই গান। আমি 'শো যা' শব্দ দুটাক এক কৰি 'সোজা' অৰ্থাৎ চিধা বুলি অৰ্থ কৰিছিলো। সু-মধুৰ সুৰৰ গৰাকী নহলেও তালমান ঠিক ৰাখি ককাইদেৱে অলপ গাব পাৰিছিল। গানৰ প্ৰতি একধৰণৰ দুৰ্বলতা আছিল বাবেই উত্তৰকালত মধুৰ কণ্ঠী নবৌৰ প্ৰতি এক

দুৰ্বাৰ আকৰ্ষণ অনুভৱ কৰিছিল আৰু বিশেষ ধৰণৰ শকত হ'লেও নবৌক বিয়া কৰাবৰ বাবে ককাইদেউ দৃঢ় প্ৰতিজ্ঞ হৈছিল।

ককাইদেউ বি, এচ, চি পাছ কৰিলে। এম, এচ, চি পঢ়াৰ কথা আৰু মনত ঠাই নিদিলে। যুদ্ধ চলিয়ে আছে। দেউতাৰ পক্ষে ককাইদেউৰ পঢ়া খৰছ যোগোৱা টান। তাতে ককাইদেউ বি, এচ, চি পঢ়ি থাকোতেই অৰ্থাভাৱত লাগতিয়াল কিতাপ কিনিব নোৱাৰি 'অনাৰ্চ' এৰি দিছিল। 'অনাৰ্চ' থাকিলে এম, এচ, চি পঢ়াটো অলপ উজু হয়। ককাইদেৱে কাম বিচাৰিব ধৰিলে। গোৱালপাৰা জিলাৰ কৃষ্ণাই বোলা তেনেই গাওঁ হেন ঠাই এখনৰ হাইস্কুল এটাত চাকৰি পালে। বিজ্ঞানৰ স্নাতক হোৱা বাবে সহজতে চাকৰিটো পালে। কৃষ্ণাই আছিল সেই সময়ত মেলেৰিয়া অধ্যুষিত অঞ্চল। তাৰ উপৰি গাওঁ হেন ঠাই বাবে খোৱা লোৱাৰ কষ্ট আছে ভাল হোটেলৰ অভাৱত। দেউতাৰ অভাৱৰ সংসাৰত আন অভাৱ থাকিলেও খোৱা-লোৱাৰ অভাৱ নাছিল। দেউতাৰ সংসাৰত আমি কোনেও এদিনৰ বাবেও খোৱা লোৱাত কষ্ট পোৱা নাছিলো। ককাইদেৱে খোৱা লোৱাৰ কষ্ট সহ্য কৰিব নোৱাৰি আৰু মেলেৰিয়াৰ ভয়ত চাকৰি এৰি গুছি আহিল। সৰুতে ককাইদেৱে বৰ মেলেৰিয়াত ভূগিছিল। গতিকে মেলেৰিয়াৰ প্ৰতি তেওঁৰ ভয় থকাটো স্বাভাৱিক। অভয়াপুৰীত চাকৰি পাই ককাইদেউ তালৈ গ'ল। নবৌৰ দেউতা যতীন্দ্ৰ নাৰায়ণ নিয়োগী তেতিয়া অভয়াপুৰীত বিজনী ৰজাৰ দেৱান হৈ আছিল। নিতৌ গধূলিপৰত নবৌয়ে ভনীয়েকহঁতৰ লগত মিলি চ'ৰাঘৰত বহি প্ৰাৰ্থনা সংগীত গাইছিল। প্ৰভাত অধিকাৰী নামৰ আমাৰ এজন সম্পৰ্কীয় মামা আছিল। অভয়াপুৰীৰ ল'ৰাৰ হাইস্কুলৰে শিক্ষক আছিল। তেওঁ নিয়োগী পৰিয়ালতে বিয়া কৰাইছিল। তেওঁ ককাইদেউক সেইখন ঘৰৰ লগত চিনাকী কৰি দিছিল। নবৌহঁতৰ প্ৰাৰ্থনা সংগীতৰ বিয়লি চ'ৰাত ককাইদেৱো নিয়মিত উপস্থিত থকা হ'ল। নবৌয়ে ক'তো গানৰ প্ৰশিক্ষণ লোৱা নাছিল। কিন্তু নিজস্ব মধুৰ সুৰ এটা আছিল। তাল-মান-লয়ৰ জ্ঞানো আয়ত্ব কৰিছিল অভ্যাসৰ মাজেৰে। শাস্ত্ৰীয় সংগীত গাব নেজানিলেও প্ৰাৰ্থনা সংগীত, ভজন আৰু আধুনিক গানবোৰ ধুনীয়াকৈ গাব পাৰিছিল। ককাইদেউ নবৌৰ গান শুনি মোহিত হ'ল। অতি শকত চেহেৰাৰ নবৌৰ প্ৰতি তেওঁৰ মনত একো বিৰূপভাৱ নাছিল। এক কথাত ককাইদেউ নবৌৰ প্ৰেমত পৰিল।

কিবা কাৰণত ককাইদেউ অভয়াপুৰী স্কুলৰ চাকৰি এৰি দি ধুবুৰী চৰকাৰী হাইস্কুলৰ শিক্ষকতাৰ কামত সোমাল। গৌৰীপুৰৰ পৰা ধুবুৰীলৈ

দিনে চাইকেল মাৰি অহা-যোৱা কৰি ককাইদেউৰ বৰ পেটৰ বেমাৰ হ'ল। আমাশয়ত ভূগিব ধৰিলে। আমাশয়ৰ মহৌষধ থেকেৰা টেঙাৰ পানী খুব বেছি পৰিমাণে খাই তেওঁৰ পেটৰ নাড়ীবোৰ ফুলি টান টান হ'ল। তেওঁৰ অসুখ দেউতাহঁতৰ চিন্তাৰ কাৰণ হ'ল। জ্বৰো নেৰা হ'ল। তেতিয়া জাপানী বোমাৰ ভয়ত কলিকতাৰ পৰা মানুহে ভাগিব ধৰিছিল। তথাপি উপায় নেদেখি ভাল চিকিৎসা কৰাবৰ বাবে ককাইদেউক লৈ দেউতাই কলিকতালৈ গ'ল। এমাহ থাকি অসুখ ভালপোৱাত ককাইদেউক লৈ দেউতাই গৌৰীপুৰলৈ উভতি আহিল। বহুদিন ঘৰতে থাকি ককাইদেৱে জিৰণি ল'ব লগা হ'ল। অসুখত ভূগি তেওঁৰ মেজাজ বৰ তীখা হ'ল। কথাই প্ৰতি খং উঠিছিল আৰু মায়ে বেছিকৈ ধমকি খাইছিল। তেতিয়াৰ পৰাই বোধকৰো মায়ে ককাইদেউক অলপ ভয় কৰা হ'ল।

অভয়াপুৰী এৰি আহিলেও নবৌৰ লগত ককাইদেউৰ সংযোগ বিচ্ছিন্ন হোৱা নাছিল। এককথাত নবৌৰ প্ৰতি তেওঁৰ দুৰ্বলতা আছিল। বিয়া কৰাবৰ বাবে দৃঢ় প্ৰতিজ্ঞ হ'ল। মা আৰু দেউতাৰ বেছি মন নাছিল। মায়ে আশংকা কৰিছিল বৰ বেছি শকত ছোৱালীৰ পক্ষে মাতৃ-সম্ভৱা হোৱাটো বৰ সহজ নহয়। ল'ৰা সন্তানৰ জন্ম দিয়াটোত আৰু বেছি সন্দেহ থাকে। বংশ ৰক্ষা নহ'ব বুলি মাহঁতৰ আশংকা আছিল। দেউতাৰ আপত্তি আছিল — ধনীঘৰৰ ছোৱালীয়ে আমাৰ নিচিনা দুখীয়া ঘৰত ক'ত থাকিব পাৰিব? যি কি হওক শেহত দেউতাহতে মত দিলে। উপাৰ্জনক্ষম ল'ৰাক হাক দি লাভো নাই। ইং ১৯৪৬ চনৰ এপ্ৰিল মাহত অসমীয়া বহাগ মাহত ককাইদেউৰ লগত নবৌ 'বেবি'ৰ (ভাল নাম সুজাতা), বিয়া হ'ল। ককাইদেউৰ বয়স তেতিয়া ২৭ পূৰ হোৱা নাই। মাহঁতৰ আশংকা মিছা প্ৰতিপন্ন কৰি নবৌয়ে প্ৰথমটো ল'ৰা সন্তানৰ জন্ম দি আৰু দুজনী কন্যা সন্তানৰ জন্ম দিলে।

বিয়াৰ আগতেই ককাইদেৱে পুলিচৰ চাকৰিত সোমাইছিল। শিক্ষকতাৰ চাকৰি তেওঁৰ ভাল লগা নাছিল। পুলিচৰ চাকৰিত সোমোৱাৰ মূলত এটা কাহিনী আছে বুলি আমি জানো। অভয়াপুৰীত স্কুলত চাকৰি কৰি থাকোতেই ককাইদেৱে মন কৰিছিল — কিছুমান উতনুৱা ডেকা ল'ৰাই পান-তামোলৰ দোকানৰ আগত আড্ডা মাৰি থাকে আৰু বাটেৰে যোৱা কিছুমান মানুহক জোকাই থাকে বা বেয়া মন্তব্য কিছুমান দিয়ে। ককাইদেউকো জোকাইছিল নে কি নাজানো। পিছে ককাইদেউ হেনো মনে মনে প্ৰতিজ্ঞা কৰিছিল — পুলিচ বিভাগত সোমাই এনে প্ৰকৃতিৰ ল'ৰাক

চাবুকেৰে শিক্ষা দিব আৰু আড্ডাবোৰ ভাঙি দিব। তেওঁ প্ৰতিজ্ঞা ৰাখিছিল। উত্তৰ কালত পুলিচ বিভাগত সোমাই সহ-পৰিদৰ্শক হৈ ধুবুৰীত প্ৰথম চাকৰি কৰোতে চিনেমাহলৰ আগত থকা পান-দোকানৰ আড্ডাবোৰ ভাঙি দিছিল। আড্ডাপ্ৰিয় ল'ৰাবোৰে হেনো সুধি ফুৰিছিল 'অনিমেশ বৰুৱা কেতিয়াকৈ বদলী হৈ যাব?' ককাইদেউ পুলিচৰ চাকৰিত সোমোৱা বিষয়টোৰ ওপৰত আমাৰ সম্পৰ্কীয় পূণ্য খুৰাই দিয়া মন্তব্যও সঁচা প্ৰমাণিত হৈছে। 'কটন' কলেজত আই, এচ, চি পঢ়ি থাকোতে কেইটামান ল'ৰাৰ লগত ককাইদেৱে ফটো এটা উঠিছিল। বন্ধোৱা ফটোটো আমাৰ চ'ৰাঘৰৰ দেৱালত আৰি থোৱা আছিল। ককাইদেউৰ লগৰ আন ল'ৰাবোৰে কোনবাই হয় ধুতী পিন্ধিছে, নহ'লে পায়জামা, নহলে লংপেন্ট। একমাত্ৰ ককাইদেৱে পিন্ধিছিল হাফ্‌পেন্ট। সেই ফটোখন চাই পূণ্য খুৰাই মন্তব্য দিছিল— 'বৰ খোকাই (মা, দেউতা, আইতা, মামা, মামী, খুৰাহতে ককাইদেউক সেই বুলিয়ে মাতিছিল) যে এদিন পুলিচৰ চাকৰিত সোমাব, এই হাফ্‌পেন্ট পিন্ধা ফটোখনতে তাৰ ইঙ্গিত আছে। খাকী হাফ্‌পেন্ট পুলিচৰ পোছাকৰ এটা অংশ।

পুলিচৰ চাকৰিত সোমাই ককাইদেউ অবিভক্ত কাছাৰ জিলাৰ সাৰ্‌দা বোলা ঠাইত প্ৰশিক্ষণ ল'ব গৈছিল। এই প্ৰশিক্ষণ বাধ্যতামূলক আছিল। তেতিয়া ভাৰত স্বাধীন হোৱা নাছিল। পাকিস্তানৰ জন্ম হোৱা নাছিল। স্কুলত পঢ়োতে ককাইদেউ এজন ভাল স্কাউট আছিল। সেই অভিজ্ঞতা কামত আহিল। প্ৰশিক্ষণত ভালদৰে কৃতকাৰ্যতা লাভ কৰিলে। তাৰোপৰি শিক্ষাদীক্ষাত স্নাতক হোৱা বাবে ককাইদেউৰ পুলিচৰ প্ৰথম চাকৰি সহ-পৰিদৰ্শক হিচাবেই হ'ল। প্ৰথম কৰ্মস্থান ধুবুৰী হ'ল। তেওঁ অফিচাৰ হিচাবে বৰ কাঢ়া আছিল। পুলিচ বিভাগত ভেটি খোৱাটো বৰ সহজ আছিল। সহজ হ'লেও ককাইদেউ আছিল সৎ অফিচাৰ। ভেটি খোৱাৰ কথা কেতিয়াও তেওঁৰ মনত ঠাই নিদিছিল। যোগেন্দ্ৰ নাৰায়ণ নিয়োগী আমাৰ সম্পৰ্কীয় মহা। তেওঁ আকৌ আমাৰ নবৌৰ নিজৰ খুৰা। ককাইদেউ যেতিয়া ধুবুৰীত সহ-পৰিদৰ্শক হিচাবে কাম কৰি আছিল — যোগেন মহা তেতিয়া ধুবুৰীত পুলিচৰ পৰিদৰ্শক আছিল। তেওঁ কৈছিল— 'অনিমেশ অতি সৎ বিষয়া। আমিতো মাছটো পালে, দৈৰ হাড়ি পালে ওভতাই নিদিওঁ। অনিমেশ এনে সাধাৰণ ভেটিও নাখায়।' এই সৎ প্ৰবৃত্তিৰ বাবে কৰ্মজীৱনত ধন ঘটি মাটিবাৰী একো কৰিব নোৱাৰিলেও ককাইদেৱে কৰ্মক্ষেত্ৰত সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছিল। নাম কৰা পুলিচ বিষয়া

হিচাবে 'মেৰিটোৰিয়াচ্ চাৰ্টিফিকেট' আৰু 'মেডেল' ৰাষ্ট্ৰীয় পৰ্য্যায়ত লাভ কৰিছিল।

বিয়াৰ পিছত চোৰ ডকাইতৰ লগত প্ৰত্যক্ষ সংস্পৰ্শত অহা পুলিচৰ চাকৰিৰ পৰা ককাইদেৱে এচ, আই, বি (S.I.B - Subsidiary Intelligence Bureau) নামৰ ৰাজনৈতিক চোৰাংচোৱা বিভাগত সোমালে। নবৌৰ দেউতাকৰ লগত ধুবুৰীৰ শুকু দত্ত (সুধীন দত্ত)ৰ বৰ ভাল জনা-শুনা আছিল। তেওঁ পুলিচ বিভাগৰ এজন ডাঙৰ বিষয়া আছিল। ককাইদেউক যোগ্য বিষয়া বুলি তেওঁ জানিছিল; মৰমো কৰিছিল। তাঁৰেৰ (নবৌৰ দেউতা) অনুৰোধত ককাইদেউক তেওঁ নিজে কাম কৰি থকা S.I.B বিভাগত বদলি কৰাই আনিলে। অৱসৰ লোৱাৰ এবছৰ দুবছৰ আগলৈকে ককাইদেৱে কেতিয়াবা কেন্দ্ৰীয় চৰকাৰ, কেতিয়াবা ৰাজ্য-চৰকাৰ অধীনত এই চোৰাংচোৱা বিভাগতে কাম কৰি আছিল। সেয়ে পুলিচী পোছাকত তেওঁক আমি বেছিদিন দেখা নাই। পুলিচ বিভাগ সম্বন্ধে এটা হেয় ধাৰণা আছে। তলৰ খাপৰ বিষয়াবিলাকৰ জীৱনধাৰা সম্বন্ধে ধাৰণাকণ বৰ সন্মানজনক নহয়। ধুবুৰীত আৰু শিলচৰত কেইবছৰমান সহ-পৰিদৰ্শক থকাৰ বাহিৰে চোৰ ডকাইতৰ সংস্পৰ্কত থকা ঐই লেতেৰা বিভাগটোৰ লগত ককাইদেউ বেছিদিন জড়িত নাছিল। সেয়ে এটা নিকা জীৱন অতিবাহিত কৰিব পাৰিছিল — ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঠনত যাৰ প্ৰয়োজন অতি মূল্যবান। ৰাজনৈতিক চোৰাংচোৱা বিভাগ পুলিচী চোৰাংচোৱা বিভাগতকৈ বহুগুণে শ্ৰেষ্ঠ। ককাইদেৱে চাকৰি জীৱন ভাল ভাল ঠাইতে কটালে। দিল্লী, শ্বিলং; দুবাৰ পৰৰাষ্ট্ৰীয় চাকৰিত। প্ৰথমবাৰ পূৱ-পাকিস্থানৰ ঢাকা দূতাবাসত; দ্বিতীয়বাৰ ব্ৰহ্মদেশৰ মান্দালয় consulateঅত। অৱসৰ লোৱাৰ আগত ১/২ বছৰ অতিৰিক্ত পুলিচ অধীক্ষক হৈ নলবাৰীত কাম কৰিলে। চাকৰি জীৱনৰ শেষ পৰ্য্যায়ত অতি অলপ দিনৰ বাবে পুলিচী পোছাকৰ বাবে মিছাতে কিছু ধন ভৰিব লগা হ'ল। চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত কৰ্মজীৱনত সুনাম আৰু পাৰদৰ্শিতা থকা বাবে অতি সহজে অসম বিদ্যুত পৰিষদত নিৰাপত্তা বিষয়া (Security officer) হিচাবে দুবছৰৰ বাবে ককাইদেৱে নিযুক্তি পালে।

ককাইদেউ বৰ গহীন প্ৰকৃতিৰ আছিল। খুব কম কথা কৈছিল। ৰাজনৈতিক চোৰাংচোৱা বিভাগত কাম কৰি, গোপনীয়তা অভ্যাস কৰি আৰু বেছি কমকৈ কথা কোৱা হৈছিল। চোৰ ডকাইতৰ সংশ্ৰৱত থাকি

নিজৰ ল'ৰা-ছোৱালীৰ আগত ভাল আদৰ্শ দাঙি ধৰিব নোৱাৰে বাবে ল'ৰা-ছোৱালীৰ স্বভাববোৰো নষ্ট হয় বুলি মানুহৰ এটা ধাৰণা আছে। ককাইদেউ পিছে পুলিচৰ চাকৰিত বেছিদিন নথকাত ল'ৰা-ছোৱালীৰ ওপৰত বেয়া প্ৰভাৱ পৰা নাই।

ককাইদেউ অলপ আত্মকেন্দ্ৰিক আছিল। জন্মমাহৰ প্ৰভাৱ চৰিত্ৰৰ ওপৰতো পৰে হেনো। আহাৰ মাহত জন্মা জাতকসকল অলপ স্বাৰ্থপৰ হয় বুলি শুনিছো। ককাইদেউৰ জন্ম মাহ আহাৰ। মাহৰ প্ৰভাৱ নে পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ তেওঁ অলপ স্বাৰ্থপৰ স্বভাৱ লৈ বাঢ়ি উঠিছিল। এটা সন্তানৰ মৃত্যু আৰু দুটাকৈ গৰ্ভপাত হোৱাৰ পিছত মায়ে যেতিয়া ককাইদেউক জন্ম দিলে স্বাভাৱিকতে তেওঁক লৈ মা, দেউতা আইতাহতে ইমান ব্যতিব্যস্ত হৈ পৰিল যে তেওঁক কেন্দ্ৰ কৰিয়ে সকলোৰে সুখ-আনন্দ এনে এটা ভাৱ প্ৰাধান্য বিস্তাৰ কৰিলে। সকলোৰে ওচৰত ককাইদেউৰ মূল্য বাঢ়ি যোৱাত হবলা তেওঁৰ চৰিত্ৰত স্বাৰ্থপৰ আৰু আত্মকেন্দ্ৰিক ভাৱ এটা গঢ় ললে। ককাইদেউৰ চৰিত্ৰৰ এই স্বাৰ্থপৰতাই দেউতাক বৃদ্ধবয়সত সুখ আৰু শান্তি নিদিলে। তেওঁ আনৰ কথা নভবা নহয়; কিন্তু আগতে নিজৰটো ঠিক ৰাখি পৰৰ কথা ভবা এনে প্ৰকৃতি মূৰ দাঙি উঠিল — যিটো প্ৰকৃতি আমাৰ ডাঙৰ বাইদেউ আৰু সৰু ককাইদেউৰ বিপৰীত। দেউতাৰ সাংসাৰিক সমস্যাবোৰত ইচ্ছা থাকিলেও ককাইদেৱে স্বভাৱৰ বশ হৈ কোনদিনে স্ব-ইচ্ছা প্ৰনোদিত হৈ ডাঙৰ পুতেকৰ কৰ্তব্যবোধ লৈ দেউতাৰ কাষত থিয় দি দেউতাক সহায় নকৰিলে। ককাইদেউৰ ওপৰত সেয়ে দেউতাৰ একধৰণৰ অভিমান আছিল। পৰাপক্ষত ককাইদেউৰ ওচৰত সহায় নিবিচাৰিছিল। দেউতাই কোনো কথাতে ককাইদেউৰ ওপৰত ভৰষা নাৰাখিছিল বাবেই হয়তো তেওঁৰ মনত এটা হীনমন্যতাৰ ভাৱে ঠাই লৈছিল। দেউতা জীয়াই থকা দিন কেইটা ককাইদেউ আঁৰতে থাকি গ'ল। দেউতা ঢুকোৱাৰ পিছত পিছে ককাইদেউৰ অলপ পৰিবৰ্তন হ'ল। দেউতাৰ অবৰ্তমানত তেওঁ যে ঘৰৰ আটাইতকৈ ডাঙৰ সন্তান — আমাৰ অভিভাৱক এনে এটা দায়িত্ববোধ সজাগ হৈ উঠিল আৰু আমাক দিহা-পৰামৰ্শ আদি দিয়াত আগবাঢ়ি আহিল। এনে কি ককাইদেৱে আগতকৈ বেছি মৰমিয়াল হৈ পৰিল। মা মৰাৰ সময়ত কিবা কথাত সৰু ককাইদেউহঁতক বেয়া পাই কঠোৰ মন্তব্য দি মই চিঠি এখন লিখিছিলো। ককাইদেৱে গম পাই মোক চিঠিৰে জনাইছিল— 'মই ঘৰৰ আটাইতকৈ ডাঙৰ। কিবা ক'ব লাগিলে মোক ক'বি।' অৰ্থাৎ আমাৰ ভাই-ভনীৰ

মাজত কিবা মনোমালিন্য দেখা দিয়ক সেয়া তেওঁ নিবিচাৰিছিল। মোৰ চিঠিখনে সৰু-ককাইদেউৰ মনত আঘাত দিছিল আৰু মোৰ ওপৰত খঙৰ অভিব্যক্তি প্ৰকাশ কৰিছিল — যিটো ককাইদেৱে নিবিচাৰিছিল। দেউতা জীয়াই থাকোতে যি ককাইদেৱে আমি কেনে আছো তাৰ খবৰে নাৰাখিছিল — সেই ককাইদেৱে আমাৰ খবৰ ৰখা হ'ল।

ককাইদেউৰ মনটো বৰ দুৰ্বল আছিল। দেউতাৰ সহ্যশক্তি, দেউতাৰ মনৰ দৃঢ়তা ককাইদেউৰ নাছিল। মোক সান্ত্বনা দিয়াৰ কৰ্তব্যবোধকণ পিছে আছিল। মই তেওঁতকৈ বহুত সৰু কাৰণেই নেকি মোক সান্ত্বনা দিয়াটো প্ৰয়োজনবোধ কৰিছিল। ককাইদেউৰ তলতে ডাঙৰ বাইদেউ। দুৰ্বল মনৰ বাবে ডাঙৰ বাইদেউৰ পৰা সাহ আৰু সান্ত্বনা দুয়োটাই ককাইদেৱে বিচাৰিছিল। চিকিৎসাই ঢুকি নোপোৱা সৰ্বনাশা কৰ্কট ৰোগত দেউতা ঢুকাইছিল। সেই ৰোগে যেতিয়া ককাইদেউকো আক্ৰমণ কৰিলে তেওঁ ভিতৰি ভিতৰি ভাগি পৰিলেও মই সৰু কাৰণে মোৰ আগত ভাগি পৰা নাছিল। বেয়া খবৰটো জানিব পাৰি মই তেওঁৰ মুখামুখি হ'বলৈ টান পাইছিলো। হাঁহি হাঁহি কথাৰ গহীন সুৰ পাতলাই দি কথা কোৱাৰ বিশেষ ধৰণ এটা ককাইদেউৰ আছিল। মোক যেতিয়া অতি স্বাভাৱিক সুৰত সুধিলে — "মোৰ অসুখৰ খবৰটো শুনিছ?" মই কান্দি দিছিলো। ককাইদেৱে মোৰ ওচৰত আহি মোৰ মূৰত, পিঠিত হাত বোলাই সান্ত্বনা দিছিল— 'নাকান্দিবি। মই ভাল হৈ আহিম নহয়?" আশা এটা আছিল হয়তো অসম বাহিৰৰ আধুনিক চিকিৎসা পাই আৰোগ্য লাভ কৰিব পাৰিব বুলি। পিছে দিন যোৱাৰ লগে লগে ককাইদেউৰ সেই বিশ্বাসকণ শিথিল হ'ব ধৰিলে। তেওঁ মানসিকভাবে দুৰ্বল হৈ পৰিল। দেউতাৰ নিচিনা সহ্য শক্তি নাছিল বাবে অসুখৰ কষ্ট সহ্য কৰিব পৰা নাছিল। নিজৰ শেষ দিনটো চমু চাপি আহিছিল বাবে বিষন্নতাতো ভূগিছিল; অলপ আতংকগ্ৰস্তও হৈছিল।

ল'ৰা-ছোৱালীহঁতৰ সংসাৰ পাতি দি পিতৃ কৰ্তব্য শেষ কৰিছিল। ডাঙৰ ল'ৰা বাপ্‌জীয়ে (ৰণদীপ) মেকানিকেল ইঞ্জিনিয়াৰিং পাছ কৰি চাকৰিত সোমাই ইং ১৯৭৬ চনতে বিয়া কৰালে। দুটা ল'ৰা-ছোৱালীৰো পিতৃ হ'ল। ইং ১৯৭৬ চনৰ প্ৰথম ভাগতে ডাঙৰ ছোৱালী মামণিক (মণিদীপা) বিয়া দিলে ঁহৰিনৰায়ণ দত্ত বৰুৱাৰ কণিষ্ঠ ল'ৰা ৰমেণৰ লগত। মামনিও তিনিটা ল'ৰাৰ মাতৃ হ'ল। ইং ১৯৮০ চনৰ ডিচেম্বৰত সৰুছোৱালী নমনিৰ (সুদীপা) বিয়া দিলে Air Forceত কাম কৰা অতুল চৌধুৰীৰ লগত।

ককাইদেউৰ মৰণঘাতী অসুখ ধৰা পৰাৰ আগতে নমনিও প্ৰথমটো ল'ৰা সন্তানৰ জন্ম দিলে। গতিকে দায়িত্ব বুলিবলৈ নবৌৰ বাহিৰে একো নাছিল। পিছে কামৰ পৰা অবসৰ লৈ কিছুদিন নাতি-নাতিনী পৰিবৃত হৈ দায়িত্বশূণ্য, কৰ্তব্যশূণ্য আৰামৰ দিন কেইটা উপভোগ কৰাৰ ইচ্ছাকণ পূৰণ নহ'ল।

সংসাৰৰ দায়িত্ব ককাইদেউৰ শেষ হৈছে বুলি জানিব পাৰি — মাদ্ৰাজৰ কৰ্কটৰোগৰ চিকিৎসা কেন্দ্ৰ এটাই ককাইদেউৰ ওপৰত পৰীক্ষা নিৰীক্ষা চলালে। অলপ ভুল চিকিৎসাও হ'ল বুলি আমি ভাবো। আগতে 'ৰে' দি কোষবোৰ নিষ্ক্ৰিয় কৰাৰ পিছত শল্য চিকিৎসা কৰি ককাইদেউৰ আয়ু কমাই আনিলে যেন ভাব হয়। এই শল্য চিকিৎসাই তেওঁৰ অসুখৰ কষ্ট বঢ়াইহে দিলে। কটা ঘা ডোখৰ আৰু নুশুকালে। শেহৰৰ পিনে তেওঁও দিন গণিব ধৰিলে, আমিও দিন গণিব ধৰিলো।

ডাক্তৰি বিদ্যাৰ অভিজ্ঞতাৰে সৰু ককাইদেৱে জানিছিল ককাইদেউৰ দিন চমু চাপি আহিছে; অবৰ্ণনীয় কষ্ট পাবৰ দিন ওচৰ চাপিছে। ককাইদেৱে ডাক্তৰ ককাইদেউৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি কষ্টবোৰ লাঘব হ'ব বুলি আশা কৰিছিল। মইও ককাইদেউৰ ওচৰলৈ ঘনাই যোৱা হ'লো। আমি ভাই-ভনী কেইটাই ককাইদেউৰ ওচৰলৈ গ'লে তেওঁ খুব ভাল পাইছিল। যন্ত্ৰণাত শুব নোৱাৰে, ভালদৰে খাব নোৱাৰে; তথাপি মই যেতিয়া যাওঁ — হুলস্থূল লগাই দিয়ে। নবৌকে হওক, ঘৰৰ কাম কৰা ল'ৰাকে হওঁক, মই গৈ পোৱাৰ লগে লগেই ক'ব— 'মোৰ আটাইতকৈ সৰু ভনীজনী আহিছে, চাহ-তাহ খাব দিয়া।' কিবা কাৰণত যদি নবৌয়ে বৰ ব্যস্ত থাকে, মইও লৰালৰিকৈ গুছি আহিব লগা হওঁ — ককাইদেৱে হেনো নবৌৰ ওপৰত খং কৰে। নবৌয়ে সেয়ে মই গৈ পোৱাৰ লগে লগে ক'ব — নোখোৱাকৈ নাযাবি। তোৰ ককায়েৰে বৰ বেয়া পায়। আমাৰ ওপৰত খং কৰে। ককাইদেউৰ মৰমখিনি অনুভৱ কৰি অন্তৰে কান্দি উঠে— আৰু কেইটা দিননো এনে মৰমৰ স্পৰ্শ পাম! ককাইদেউৰ কাৰণে কিবা কৰিব পাৰিলে— তেতিয়া অলপ সান্ত্বনা পাইছিলো।

সৰু ককাইদেউৰ মতে ককাইদেৱে আৰু কেইমাহমান জীয়াই থাকিলেহেঁতেন; কিন্তু এদিনাখন খুব ৰক্তপাত হ'ব ধৰিলে। মুখেৰে তেজ ওলাব ধৰিলে। এয়া শল্যচিকিৎসা কৰাৰ ফল। 'ৰে' দিয়াৰ ফলত কোষবোৰ মৰি যোৱাত কটা ঠাইডোখৰ শুকোৱাৰ প্ৰক্ৰিয়াত মৰা কোষবোৰৰ একো কাম নাথাকিল। মুখেৰে তেজ ওলাই থকাত উশাহ লোৱাত কষ্ট পাব ধৰিলে। অক্সিজেনৰ প্ৰয়োজন হ'ল। তেজ ওলোৱা বন্ধ

কৰিবৰ বাবে ইন্‌জেক্‌চন দিয়া হৈছিল। তেজ গোট মাৰিব ধৰিলে। সেয়াই বেয়া হ'ল। তেজৰ গোটবোৰ গলত সোপা মাৰি ধৰাত উশাহ্ লোৱাত ব্যাঘাত হ'ল। দুৰ্ভাগ্য আমাৰে যে হাস্পাতালত লৈ যোৱাৰ পিছত অক্সিজেন দিয়া মেচিনটোও বেয়া বুলি প্ৰতিপন্ন হ'ল। আৰু এটা কাৰ্য্যক্ষম মেচিন যোগাৰ কৰাৰ আগতে ককাইদেউৰ সকলো শেষ হ'ল। ককাইদেউৰ অসুখ গুৰুতৰ হোৱা বুলি খবৰ পাই মই যেতিয়া হাস্পাতালত ককাইদেউৰ বিছনাৰ ওচৰ পালো তেওঁ তেতিয়া সজ্ঞান অৱস্থাতে আছিল। মোক দেখি কোনমতে ক'লে— "মই আৰু নাই।" তেজৰ প্ৰয়োজন হোৱাত সৰু ককাইদেউ আৰু বাপ্‌জী গৈছিল 'ব্লাড্‌ব্যোংক'ত তেজ দিবলৈ। ককাইদেউৰ 'ও' গ্ৰুপৰ লগত মোৰ গ্ৰুপও মিলে বাবে মইও গৈছিলো তেজ দিবলৈ। কিন্তু প্ৰয়োজন নহ'ল। শ্বাস কষ্ট হোৱাত অক্সিজেনৰ অভাৱত ককাইদেউৰ দম চিৰদিনৰ কাৰণে বন্ধ হৈ গ'ল। শেষ মুহূৰ্তত ককাইদেউৰ ওচৰত থাকিব নোৱাৰিলো। নবৌয়ে কান্দি কান্দি কোৱাৰ দৰে— হাস্পাতালৰ বিছনাখনত শেষ নিঃশ্বাস ত্যাগ কৰাৰ কাৰণেই যেন তেওঁক হাস্পাতালত অনা হ'ল। সেই শোকাবহ দিনটো আছিল ইং ১৯৮২ চনৰ সাত ডিচেম্বৰ।

দেউতা ঢুকোৱাত কান্দিছিলো। মা ঢুকোৱাত কান্দিছিলো, মা-দেউতা কাৰো নাথাকে। সন্তানৰ আগতে মা-দেউতাৰ মৃত্যু হোৱাটো প্ৰকৃতিৰ স্বাভাৱিক নিয়ম। সেয়াই বাঞ্ছনীয়। এই স্বাভাৱিক নিয়মটো মানি লৈ সান্ত্বনা লভিছিলো। কিন্তু ককাইদেউৰ মৃত্যুটো আজিলৈকে মানি লোৱাত টান পাইছো। তেওঁৰ লগত আমাৰ তেজৰ সম্পৰ্ক। তেওঁৰ শৰীৰত যি তেজ বৈছিল— আমাৰ শৰীৰতো সেই একে তেজ বৈ আছে। সেয়ে আমি পাঁচ ভাই-ভনীৰ ভিতৰত ককাইদেউৰ ৰূপত এজন নোহোৱা হোৱাটোত আমাৰ অংগ হানি হোৱাৰ নিচিনা মনোবেদনা এটি হ'ল। আমি পাঁচ ভাই-ভনী মিলি যেন এটা সত্বা, এটা শৰীৰ। ককাইদেউৰ ৰূপত এজন নোহোৱা হোৱাটোত আমাৰ শৰীৰৰ এটি অংগ হানি হোৱাৰ নিচিনা দুখ হ'ল। হেৰোৱাৰ দুখত মনটো হাহাকাৰ কৰি উঠিল। ৬৩ বছৰ বয়সত ককাইদেউ আমাক এৰি ইহলোক ত্যাগ কৰিলে।

# উছৰ্গা

মই কবি নহওঁ। গীত লিখা মোৰ বাবে সহজ কাম নহয়। তথাপি কিবা প্ৰয়োজনত লিখিছিলো। মই লিখা প্ৰথম গীতটীত সুৰ দি গীতটিক প্ৰাণৱন্ত কৰাৰ দায়িত্ব লৈ যিজনে মোক কৃতাৰ্থ কৰিলে সেই শ্ৰীমান ধৰণী বণিক্যলৈ এয়া মোৰ নিঃকিন উপহাৰ।

মৰমেৰে—

অনিলা চৌধুৰী

## —ঃ সূচীপত্ৰ ঃ—

(১)
আমি গাওঁ মৈত্ৰীৰ গান,
আমি গাওঁ মিলনৰ গান।

প্ৰাণৰ মিলন সাধনা আমাৰ
ভাৱৰ মিলন কামনা আমাৰ।
আমি গাওঁ মৈত্ৰীৰ গান
আমি গাওঁ মিলনৰ গান।।
মৈত্ৰীৰ গান
মিলনৰ গান।।

সুৰেৰে নাশিম বিভেদ অসুৰ;
প্ৰীতিৰে কৰিম শক্ৰ বিদূৰ;
আমি গাওঁ মৈত্ৰীৰ গান
আমি গাওঁ মিলনৰ গান
মৈত্ৰীৰ গান
মিলনৰ গান।।

মৈত্ৰীৰ মাজেৰে ঐক্য আনিম
মিলনৰ মাজেৰে সাম্য গঢ়িম।
আমি গাওঁ মৈত্ৰীৰ গান
আমি গাওঁ মিলনৰ গান।।
মৈত্ৰীৰ গান
মিলনৰ গান।।

(২)

অসতো মা সদ্‌গময়
তমসো মা জ্যোতির্গময়,
মৃত্যোৰ্মা অমৃতংগময়।
(আহা আমি) অসতৰ পৰা সতলৈ যাওঁ,
এন্ধাৰ নাশি পোহৰ বিলাও,
মৃত্যুক নেওচি অমৃত বোৱাও।
শুভ হওক যাত্ৰা আমাৰ, হওক আনন্দময়॥

অসৎ অলীক হয় সতৰ হাতত,
ৰজনী প্ৰভাত হয় সূৰ্যোদয়ত,
জীৱন অমৰ হয় কামৰ মাজত।
জীৱন আমাৰ হওক সত্য, আলোকিত, কৰ্মময়॥

(আমি) কঠিন সত্যক নকৰো ভয়,
এন্ধাৰ পথক নিদিওঁ আশয়,
মৃত্যুক আমি কৰিমে জয়।
(আমি) নকৰো ভয়, নিদিওঁ আশয়, জীৱন হ'ব মৃত্যুঞ্জয়॥

(৩)

আই অসমীৰ পূজাৰ বেদীত
　　থাপিছো শৰাই।
কথা ফুল আৰু সুৰ মালাৰে
　　অৰ্ঘ্য সজাই॥

অসমীৰ শ্যামল কোলাত
　　জুৰাও আমাৰ মন-প্ৰাণ।
ফুলে ফলে ভৰা এই ধৰা
　　আমালৈ আইৰে দান।
তাকে লৈ আহিছো, পূজাৰ
　　কৰণী ভৰাই॥
আইৰ আশিস লৈ, আগুৱাম
　　সুৰীয়া পথত,
সুৰহীন প্ৰাণ গীতিময় হওঁক
　　সুৰ পৰশত।
সেই পৰশেৰে সুৰৰ সুৰভি দিম
　　পূজাত বিলাই॥

(৪)

জীৱন সংগ্ৰামত নহওঁ আমি ক্লান্ত
মৃত্যুৰ পদধ্বনীয়ে নকৰে উদ্‌ভ্ৰান্ত।

(আমি) বহুদূৰ বাট বুলি নহওঁ পৰিশ্ৰান্ত,
(আমাক) বাটৰ কেঁকুৰিবোৰে নকৰে বিভ্ৰান্ত।
(আমি) লক্ষ্যপথত আগবাঢ়ি যাওঁ, নহওঁ দিক্‌ভ্ৰান্ত॥

বাটৰ হেঙাৰ ভাঙি, আগুৱাম আমি,
আলসুৱা মৰমত নৰও যে থামি।
উভতি নাচাওঁ, আগুৱাই যাম, ল'লো এই সিদ্ধান্ত॥

(৫)

অসমী আই, তুমি সুন্দৰ, তুমি শ্যামল,
তুমি সজীব, তুমি কোমল।

(আই) দিয়া আমাক তোমাৰ শ্যামলতা,
(এই) শ্যামলতাই দিব আমাক সজীৱতা।
সজীব হ'ম, সুন্দৰ হ'ম, হ'ম আনন্দত বিভোল।।

(আই) তোমাৰ মাটিতে পাওঁ মৰম পৰশ
এই পৰশতে হয় জীৱন সৰস।
(তুমি) জীৱন কৰা সৰস, কৰা অন্তৰ নির্মল।।

(আই) তোমাৰ শ্যামল ছাঁত পাও অসীম শান্তি,
পাহৰো জীৱনৰ দুখ, ভাগৰো সকলো ক্লান্তি।
(তুমি) সতেজ কৰা মন, প্ৰাণত আনা নতুন হিল্লোল।।



**শ্ৰীমতি অনিলা চৌধুৰী**

*শ্ৰীমতি অনিলা চৌধুৰী অসমীয়া সাহিত্য কাননত যথেষ্ট ভ্ৰমিফুৰা এগৰাকী বাটৰুৱা। ভ্ৰমি ফুৰোতে ভাল বেয়া বিভিন্ন ফুল বুটলিছে; তাৰে মালা এধাৰি গুথিছে দেৱী সৰস্বতীৰ ডিঙিত পিন্ধাবলৈ।*

*লেখিকাৰ লিখাবোৰৰ মাজত বিশেষকৈ প্ৰবন্ধবোৰৰ মাজত পাণ্ডিত্যপূৰ্ণ, তত্ত্ব বিচাৰিলে হয়তো নিৰাশ হ'ব লাগিব। অভিজ্ঞতা, উপলব্ধি আৰু অনুভূতি লেখিকাৰ লিখাৰ পটভূমি।*

*লেখিকাৰ অভিমত ঃ-*

*"বিপথগামী সন্তানৰ সৰ্বনাশ খৰতকীয়া কৰে দুৰ্বল অন্ধ মাতৃস্নেহই।"*

গান্ধাৰী

*"আনন্দৰ এটাই স্বৰূপ; সেয়া অকৃত্ৰিম। কৃত্ৰিম আনন্দ বুলি একো কথা নাই।"*

বহাগে পালেহি।

*'কিছু পাব লাগিলে, কিছু দিব লাগে। এয়াই হৈছে পাৰস্পৰিক বুজাবুজিৰ মূলমন্ত্ৰ, সুখৰ সংসাৰৰ ভেটি।"*

সংসাৰ ভগাৰ কাৰণ বিচাৰি

*"ঈশ্বৰক যদি আমি সকলোৰে উৰ্দ্ধত বুলিয়ে শ্ৰদ্ধা জনাও, তেনেহলে উৎকচ দিয়াৰ স্পৰ্দ্ধা দেখুৱাই কিয়নো বাৰু ঈশ্বৰক লোভীৰ শাৰীত নমাই আনো?"*

যুক্তিৰে আঁতৰাও অন্ধবিশ্বাস

*"শিক্ষাৰ মাধ্যমৰ ওপৰতে সকলো নিৰ্ভৰ নকৰে।" "মাতৃভাষা মাধ্যম হ'লেই যদি শিক্ষাৰ মান উন্নত হয়, তেতিয়া হলে দেখোন প্ৰতিটো অসমীয়া মাধ্যমৰ স্কুলে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সুফল প্ৰদৰ্শন কৰিব পাৰিলেহেতেন।"*

প্ৰাথমিক শিক্ষানুষ্ঠান আৰু হাইস্কুল শিক্ষান্ত পৰীক্ষা

*"সমস্যাৰ লগত মুখামুখি নহলে জীৱনৰ অৰ্থই অপূৰ্ণ হৈ ৰৈ যাব।"*

সমাধান

# শুধৰণি

| পৃষ্ঠা | শাৰী | ভুল | শুধৰণি |
|---|---|---|---|
| ১২ | ১ | দায়ী | জয়ী |
| ২৯ | ১১ | কবিতাৰ | কবিতা |
| ৪১ | ৩ | মকুতা | মুকুতা |
| ৫০ | এটা বাদে শেষৰ শাৰী | অজি | আজি |
| ৫৫ | ২৫ | তিনও | তিনিও |
| ৫৬ | দুটা বাদে শেষৰ শাৰী | আছে | আহে |
| ৬৩ | গোটেই পৃষ্ঠাত থকা | কাণ | কান |
| ৯১ | ১৩ | অন্তঃশীলা | অন্তঃসলিলা |
| ৯৪ | ২০ | জন্ম দিছে | জন্ম হৈছে |
| ১৪১ | ২২ | লবলৈয়ে | নিবলৈয়ে |
| ১৯৯ | ১ | জোৰা | যোৰ |
| ২০২ | ১ | বড়ি | বুড়ি |
| ২০২ | ১১ | ধেমালী | ধেমালি |
| ২১৪ | ১৮ | আজি | আমি |
| ২২০ | ১০ | অন্তঃসলীলা | অন্তঃসলিলা |
| ২২০ | ২০ | অর্ন | অর্জন |
| ২২৪ | ১০ | জোৰা | যোৰ |
| ২৩৮ | ২৬ | কাকোগুড়ি | কোকোগুড়ি |

# বাদ পৰা অংশ

| পৃঃ | শাৰী | কোন কথাৰ পিছত | বাদ পৰা অংশ | পিছৰ কথা |
|---|---|---|---|---|
| ৮৩ | ১ | আকর্ষণ বেছি | একে প্রকৃতিৰ দুটা বস্তুৰ মাজত বিকর্ষণ হয়। সেয়ে বোধকৰো | একে প্রকৃতিৰ |
| ১১৩ | ১১ | গঢ় লোৱাৰ বাবে | পিতৃ-মাতৃসকলেই ঘাইকৈ দায়ী। | পিতৃ-মাতৃসকলে |
| ১৫৬ | ১৭ | চিন্তাত পেলাইছে নেকি? | নে গা বেয়া লাগিছে? | |